# বাল্মীকি-ৰামায়ণ

চতুৰ্থ খণ্ড

সুন্দৰকাণ্ড

অনুবাদক

শ্ৰীকবিচন্দ্ৰ মহন্ত



সম্পাদন-প্ৰকাশন

গুৱাহাটী বিশ্ববিদ্যালয়



1970

GAUHATI UNIVERSITY

**RAMAYANA (SUNDARAKANDA),** Assamese translation of Valmiki-Ramayana by Sri Kavichandra Mahanta and edited and published by the University of Gauhati 1970

by

Gauhati University

Price Rs 10·00

**Printed by Sri K C. Pal at Navajiban Press**
**66 Grey Street, Calcutta-6**

ৰামায়ণ অনুবাদ-প্ৰকাশন উপদেষ্টা সমিতি ( ১৯৬৩-৬৪ )

ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা ( সভাপতি )

ডক্টৰ মহেশ্বৰ নেওগ

অধ্যাপক মুকুন্দমাধৱ শৰ্মা

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী

শ্ৰীকবিচন্দ্ৰ মহন্ত

ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মা ( আহ্বায়ক )

সম্পাদনা :

অধ্যাপক মুকুন্দমাধৱ শৰ্মা

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী

আঁচনি সঞ্চালক :

ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মা

# সুন্দৰকাণ্ডৰ প্ৰকাশ সম্পৰ্কে দুআষাৰ

গুৱাহাটী বিশ্ববিদ্যালয়ৰ সৌজন্যত শ্ৰীকবিচন্দ্ৰ মহন্তই মূল বাল্মীকীয় ৰামায়ণৰপৰা শ্লোকানুসাৰে অসমীয়া গদ্যৰূপত অনুবাদ কৰা ৰামায়ণৰ সুন্দৰকাণ্ড অসমীয়া পাঠকৰ সহানুভূতি লাভাৰ্থে আগবঢ়োৱা হ'ল। গুৱাহাটী বিশ্ববিদ্যালয়ে অনুবাদ কৰোৱা আৰু প্ৰকাশ কৰা ৰামায়ণৰ এইটো চতুৰ্থ খণ্ড। ৰামায়ণৰ অনুবাদ আৰু প্ৰকাশাৰ্থে অসম চৰকাৰৰ শিক্ষাবিভাগে যি ২৮,০০০ হেজাৰ টকাৰ অনুদান দিছিল সেই অনুদানৰপৰাই এই খণ্ডৰ আংশিক ব্যয় বহন কৰা হৈছে। কিন্তু চৰকাৰৰ অনুদান ইতিমধ্যে অনুবাদ আৰু পূৰ্ব্ববৰ্ত্তী তিনিটা খণ্ড প্ৰকাশ কৰাত ব্যয় হৈ যোৱাত এই খণ্ডৰ আংশিক খৰচ আৰু প্ৰকাশ হবলগীয়া পৰবৰ্ত্তী দুটা খণ্ডৰ (যুদ্ধ আৰু উত্তৰ-কাণ্ড) খৰচ বিশ্ববিদ্যালয়ে স্বকীয় পুঁজীৰপৰা বহন কৰিবলৈ আগবাঢ়িছে। ইয়াৰ কাৰণে বিশ্ববিদ্যালয়ৰ কৰ্ত্তৃপক্ষ ধন্যবাদাৰ্হ। অসম চৰকাৰৰ শিক্ষাবিভাগৰ মৌলিক সাহায্যৰ কাৰণেও কৃতজ্ঞতা জ্ঞাপন কৰা হ'ল। সহৃদয় পাঠকগোষ্ঠীৰ সমাদৰ লাভ কৰিলে পৰিশ্ৰম আৰু ব্যয় সাৰ্থক হ'ব।

শ্ৰীসত্যেন্দ্ৰনাথ শৰ্ম্মা
সম্পাদক, ৰামায়ণ প্ৰকাশন বিভাগ

২০।১০।৭০

# সূচীপত্ৰ

## সুন্দৰকাণ্ড

॥ ইতি সুন্দৰকাণ্ড সমাপ্ত ॥

# অসমীয়া বাল্মীকি-ৰামায়ণ

## সুন্দৰ কাণ্ড

## প্ৰথম সৰ্গ

### হনুমানৰ সমুদ্ৰ-লঙ্ঘন-বৰ্ণনা

১। তাৰ পিচত শত্ৰুহন্তা হনুমানে সিদ্ধচাৰণসকলে সততে বিচৰণ কৰা পথেৰে গৈ ৰাৱণে অপহৰণ কৰা সীতাৰ থকা ঠাই বিচাৰি উলিয়াবলৈ ইচ্ছা কৰিলে।

২। কপিপ্ৰৱৰ হনুমানে লগত কোনো সহায় সাৰথি নোলোৱাকৈ সমুদ্ৰ-লঙ্ঘন ৰূপ কঠিন কামটো কৰিবলৈ ইচ্ছা কৰি তেওঁৰ মূৰ আৰু ডিঙিভাগ ওপৰলৈ তুলি গোপৰপতি বৃষভৰ তুল্য ৰূপ ধৰিলে।

৩। তাৰ পিচত মহাবলশালী ধীৰমতি হনুমানে জলসদৃশ শ্যামল বৈদূৰ্য্যমণিৰ ৰঙেৰে ৰঞ্জিত পৰ্ব্বতৰ কোমল ঘাঁহবোৰৰ ওপৰত সুখেৰে বিচৰণ কৰিবলৈ ধৰিলে।

৪। এইদৰে বিচৰণ কৰি ফুৰোঁতে তাত থকা পক্ষীকুল সন্ত্ৰস্ত হল, তেওঁৰ বুকুৰ আঘাতত বৃক্ষসমূহ চূৰ্ণীকৃত হল আৰু নিজে প্ৰচণ্ড সিংহ সদৃশ হৈ তাত থকা বহুত পশু বধ কৰিলে।

৫—৭। সেই সময়ত স্বভাৱত বেঙুনীয়া বৰণৰ নিজ নিজ পৰিয়ালৰ সৈতে একেলগে থকা দেৱতাৰ নিচিনা মায়াবী যক্ষ, কিন্নৰ, গন্ধৰ্ব্ব, পন্নগ আদিৰে পৰিপূৰ্ণ, স্বভাৱসিদ্ধ নীল, লোহিত, মাঞ্জিষ্ঠ, শুভ্ৰ কৃষ্ণ আৰু পদ্মবৰ্ণ বিশিষ্ট ধাতু সমূহেৰে সুশোভিত পৰ্ব্বতৰ তলভাগত থিয় দি কপিপ্ৰৱৰ হনুমানে হ্ৰদ মধ্যস্থিত কুঞ্জৰ সদৃশ শোভা ধাৰণ কৰিলে।

৮। তাৰ পিচত সূৰ্য্য, মহেন্দ্ৰ, যোগীকুলৰ মন পবিত্ৰকাৰী স্বয়ম্ভু ব্ৰহ্মা আৰু আন ভূতবৰ্গৰ প্ৰতি অঞ্জলি প্ৰদান কৰি সমুদ্ৰ পাৰ হবলৈ মন কৰিলে।

৯। এইদৰে দিশনি নাথৰ বাবে ইষ্টদেৱতাসকলৰ প্ৰতি নমস্কাৰ জনোৱাৰ পিচত পূবদিশে মুখ কৰি জন্মদাতা পৱন দেৱতালৈ পুনঃ সেৱা জনাই কাৰ্য্যকুশল হনুমানে দক্ষিণ দিশলৈ যাবলৈ বুলি নিজ কলেবৰ বৃদ্ধি কৰিবলৈ ধৰিলে।

১০। এনে অবস্থাত আন আন শ্ৰেষ্ঠ বান্দৰবিলাকে দেখিলে যে একোটা বিশেষ সময়ত সমুদ্ৰই যিদৰে বৃদ্ধি লাভ কৰে, ৰামৰ মঙ্গলৰ বাবে দৃঢ়প্ৰতিজ্ঞ হনুমানেও সেইদৰে নিজ শৰীৰ বঢ়াব ধৰিছে।

১১—১২। অপৰিসীম আকাৰৰ হনুমানে বাহু আৰু ভৰি দুখনেৰে পৰ্ব্বতৰ ওপৰত আস্ফালন কৰাত পৰ্ব্বত কঁপি উঠিল আৰু লগে লগে গছ-গছনিবোৰৰ ফুলপাতবোৰ সৰিবলৈ ধৰিলে।

১৩। গছবিলাকৰ পৰা ফুলবোৰ সৰি পৰাত সুগন্ধি ফুলেৰে পৰিপূৰ্ণ হৈ পৰ্ব্বতখন পুষ্পময় হৈ উঠিল।

১৪। সৰ্ব্বশ্ৰেষ্ঠ বীৰ্য্যশালী হনুমানে পৰ্ব্বতক এইদৰে আঘাত কৰাত পৰ্ব্বতে মদমত্ত হাতীয়ে মদস্ৰাব কৰাৰ দৰে নিজ শৰীৰৰ পৰা জলৰাশি বোৱাই দিবলৈ ধৰিলে।

১৫—১৬। মহাবলশালী কপিপ্ৰবৰৰ দ্বাৰা আহত হোৱাৰ ফলত মহেন্দ্ৰ পৰ্ব্বতৰ গাৰ পৰা সোণ আৰু ৰূপ বৰণীয়া সোঁত ববলৈ ধৰিলে আৰু মন শিলাযুক্ত* ডাঙৰ ডাঙৰ শিলসমূহ বাগৰি পৰাত অনুমান হল যেন পৰ্ব্বতে চাৰিওফালে ধোঁৱাৰে আবৃত মাজভাগৰ পৰা প্ৰদীপ্ত ৰশ্মিযুক্ত সমুজ্জ্বল অগ্নিপিণ্ড সমূহহে বৰ্ষণ কৰিছে।

১৭। কপিপ্ৰবৰ হনুমানৰ দ্বাৰা পীড়িত হোৱাত, চাৰিওফালে গুহাসমূহত বাস কৰি থকা প্ৰাণীসমূহে দুখ পাই বিকৃত স্বৰে চীৎকাৰ কৰিবলৈ ধৰিলে।

১৮। শেহত সেই চীৎকাৰধ্বনি এনেদৰে বাঢ়ি উঠিল যে সমগ্ৰ পৃথিবী, চতুৰ্দ্দিক আৰু বন উপবন সমূহ তাৰ ধ্বনিতে পৰিপূৰ্ণ হল।

১৯। মহা মহা নাগ সমূহেও স্বস্তিক চিহ্নবিশিষ্ট বৃহৎ ফণাসমূহ বিস্তাৰ কৰি অগ্নিসম বিষ উদ্গীৰণ কৰি শিলবোৰ কামুৰিবলৈ ধৰিলে।

২০। কুপিত নাগসমূহে সিহঁতৰ বিশাল দাঁতেৰে শিলত কামুৰি ধৰাত, শিলবোৰ অগ্নিদগ্ধ হোৱাদি উজ্জ্বল ৰূপ ধাৰণ কৰি খণ্ড-বিখণ্ড হবলৈ ধৰিলে।

২১। এনে অবস্থাত পৰ্ব্বতত যিবোৰ বিষ নাশৰ ঔষধি আছিল, সেইবোৰেও সাপৰ বিষময় জ্বালা উপশম কৰিব নোৱাৰিলে।

২২। সেই পৰ্ব্বতত থকা তপস্বী আৰু বিদ্যাধৰসকলে পৰ্ব্বতত ৰাক্ষস আদি মহাভূত সমূহৰ উৎপীড়ন হোৱা বুলি ভাবি সন্ত্ৰস্ত হৈ ভেওঁলোকৰ পৰিয়ালৰে সৈতে পৰ্ব্বত এৰি আকাশলৈ যাবলৈ উপক্ৰম কৰিলে।

২৩—২৫। বিদ্যাধৰ সকলে ৰঙা মালা পিন্ধি ৰক্ত অনুলেপনেৰে লিপ্ত হৈ মদৰ জালত সিহঁতৰ পদ্মপত্ৰসম নেত্ৰ যুগল ৰক্তবৰ্ণে ৰঞ্জিত কৰি মদ্যপানভূমিত আসক্ত হৈ আছিল। এনেতে পৰ্ব্বত কঁপি উঠাত ভেওঁলোকে মদ্যপান ভূমি, সুবৰ্ণ নিৰ্ম্মিত আসন, মহামূল্য পানপাত্ৰ সমূহ, হিৰণ্ময় জলপাত্ৰ, নানাবিধ লেহ্য আৰু ভক্ষ্য বস্তু, নানা তৰহৰ

---

* এবিধ তাম্ৰ ৰঙা বৰণীয়া ধাতু।

† বাগৰি পৰিব ধৰা শিলসমূহৰ মাজভাগ প্ৰদীপ্ত অগ্নিসম ৰঙা বৰণৰ আৰু শিলৰ বহিৰ্ভাগ ধোঁৱা বৰণীয়া হোৱাত এনে উপমা।

বস্ত্ৰ, বিবিধ ব্যাঘ্ৰচৰ্ম্মনিৰ্ম্মিত পাত্ৰ, আৰু সোণৰ মুঠি লগোৱা খড়্গ পৰিত্যাগ কৰি আকাশ মাৰ্গলৈ গতি কৰিলে।

২৬। লগে লগে তেওঁলোকৰ তিৰোতাসকলেও হাৰ নূপুৰ, কেয়ূৰ আৰু বলয় আদিৰে সুশোভিতা হৈ আশ্চৰ্য্যান্বিতা হৈও হাঁহিমুখে প্ৰিয়জনৰ লগত আকাশ পথলৈ গতি কৰিলে।

২৭—২৮। এনে সময়তে তপস্বীসকলে কবলৈ ধৰিলে—"মহাবেগবান পৰ্ব্বত সদৃশ মাৰুত পুত্ৰ হনুমানে বৰুণালয় সমুদ্ৰ অতিক্ৰম কৰিবলৈ ইচ্ছা কৰিছে। ৰাম আৰু লগৰীয়া বান্দৰবোৰৰ মঙ্গলৰ বাবে এই দুষ্কৰ কাম সমাধা কৰি তেওঁ আনৰ অলঙ্ঘনীয় সমুদ্ৰৰ সিপাৰলৈ যাবলৈ ইচ্ছা কৰিছে।"

২৯। বিদ্যাধৰ সকলে তপস্বীসকলৰ এই উক্তি শুনি পৰ্ব্বতৰ পিনে চাই কপিশ্ৰেষ্ঠ অতুলনীয় ৰূপসম্পন্ন হনুমানক দেখা পালে।

৩০। আনপিনে হনুমানে অগ্নিতুল্য ৰূপ ধাৰণ কৰি নিজৰ শৰীৰটো কঁপাই তুলিলে আৰু লগে লগে তেওঁৰ নোমবোৰ কঁপাই মহা মেঘসদৃশ ভীষণ শব্দেৰে গৰ্জ্জন কৰি উঠিল।

৩১। পক্ষীৰাজ গৰুড়ে যিদৰে সাপক তুলি তুলি আচাৰ মাৰে হনুমানেও নোমেৰে পূৰ্ণ ঘূৰণীয়া আকাৰৰ নেজডাল ওপৰলৈ তুলি আস্ফালন কৰিবলৈ ধৰিলে।

৩২। এনে অবস্থাত আচাৰ খাই থকা সেই নেজডাল তেওঁৰ পিঠিৰ কালে থকাত নেজডালে গৰুড়ে ধৰি নিয়া বৃহৎ সৰ্পসদৃশ ৰূপ ধাৰণ কৰিলে।

৩৩। তাৰ পিচত হনুমানে মহা অৰ্গলসদৃশ বাহুযুগলৰ ওপৰত সুদৃঢ়ভাবে ভৰ দি ভৰি দুখন কোঁচাই লৈ সমুদ্ৰ লঙ্ঘনৰ বাবে সাজু হৈ পৰ্ব্বতৰ মাজভাগত বহিল।

৩৪—৩৬। এইদৰে হাত দুখন আৰু ডিঙি কোঁচ খুৱাই নিজ শক্তি আৰু বীৰ্য্য বঢ়াই লৈ দূৰলৈ দৃষ্টি নিক্ষেপ কৰি তেওঁ তেওঁৰ পথ বিচাৰি চালে আৰু আকাশলৈ লক্ষ্য কৰি হৃদয়ত প্ৰাণবায়ু সঞ্চয় কৰি লৈ কাণ দুখন সঙ্কোচ কৰি ওপৰলৈ জাপ দিবলৈ সাজু হৈ ভৰিৰ ওপৰত দৃঢ়ভাবে থিয় দিলে।

৩৭—৪০। তাৰ পিচতে কপিশ্ৰেষ্ঠ হনুমানে কপিকুলক সম্বোধন কৰি কবলৈ ধৰিলে "হে কপিসকল, পৱন সদৃশ বেগবান ৰামৰ শৰে যিদৰে গতি কৰে, ৰাৱণ পালিত লঙ্কালৈ মোৰো গতি তদনুৰূপ হব, তালৈ গৈ যদিহে জনকাত্মজা বৈদেহীক দেখা নাপাওঁ তেন্তে ঠিক এই বেগতে এই দেৱতাসকলৰ বাসভূমিলৈ গতি কৰিম। এইদৰে পৰিশ্ৰম কৰাৰ পিচত যদি স্বৰ্গতো সীতাক লগ নাপাওঁ, তেন্তে ৰাক্ষসৰাজ ৰাৱণক বান্ধি লৈ ইয়ালৈ আহিম। তোমালোকে মনত ৰাখিবা মই সকলো প্ৰকাৰে কৃতকাৰ্য্য হৈ সীতাক ইয়ালৈ লৈ আহিম। অথবা ৰাৱণে সৈতে লঙ্কাক দাঙি লৈ ইয়ালৈ লৈ আহিম।"

৪১—৪২। এইবুলি কৈ কপিশ্ৰেষ্ঠ বেগবান হনুমানে নিজ দুখভাগৰ প্ৰতি লক্ষ্য নকৰি নিজকে নিজে গৰুড়ৰ সমান বুলি ভাবি দ্ৰুতবেগে ওপৰলৈ জাপ দিলে।

৪৩। হনুমানে দ্ৰুতগতিত এইদৰে জাপ দিয়াত তেওঁৰ বেগৰ জোৰত পৰ্ব্বতত থকা গছবোৰেও চাৰিওফালৰ পৰা শাখা প্ৰশাখা সামৰি লৈ তেওঁৰ লগে লগে ওপৰলৈ গতি কৰিলে।

৪৪। তেওঁৰ প্ৰচণ্ড বেগৰ বলতে কণামুচুৰি আদি চৰাইবোৰ পৰি থকা, ফুলেৰে জকমক্ কৰি থকা ধুনীয়া গছবোৰ উকৰাই লৈ কপিপ্ৰবৰে নিৰ্ম্মল আকাশৰ মাজেদি যাবলৈ ধৰিলে।

৪৬। নাইবা ৰজাৰ পিচে পিচে সৈন্যসমূহ যিদৰে যায় সাল আদি শ্ৰেষ্ঠ বৃক্ষসমূহো হনুমানৰ উৰু প্ৰদেশৰ বেগৰ কোবতে সেইদৰে তেওঁৰ পিচে পিচে যাবলৈ ধৰিলে।

৪৭। অগ্ৰভাগ পুষ্পৰাশিৰে সুশোভিত বৃক্ষৰাজিৰে অনুধাবিত হৈ হনুমান আচৰিত পৰ্ব্বত এটা যেন হৈ পৰিল।

৪৮। পূৰ্ব্বতে মহেন্দ্ৰৰ খেদাত বৰ নোৱাৰি ভয়তে পৰ্ব্বতসমূহে বৰুণালয় সমুদ্ৰত বুৰ মাৰি যিদৰে লুকাই আছিল, হনুমানৰ পিচে পিচে গৈ থকা বৃক্ষসমূহৰ ভিতৰত সাৰ-বান গধুৰ গছবোৰ ক্ৰমাৎ সাগৰত পৰি নেদেখা হবলৈ ধৰিলে।

৪৯। কিন্তু তথাপি পুষ্প, অঙ্কুৰ আৰু ফুলকলিবোৰ কপিবৰৰ পিচে পিচে গৈ থকাৰ কাৰণে হনুমানে জোনাকী পৰুৱাৰে পৰিব্যাপ্ত মেঘসদৃশ পৰ্ব্বত এটাৰ নিচিনা ৰূপ ধাৰণ কৰিলে।

৫০। অৱশেষত সুহৃদজনক আগবঢ়াবলৈ গৈ বন্ধুবৰ্গ যি দৰে উভতি আহে হনুমান দ্ৰুতপদে আগবাঢ়ি যোৱাৰ কাৰণে তেওঁৰ পিচে পিচে গৈ থকা বৃক্ষবোৰেও নিজ নিজ ঠাল-ঠেঙুলিত উৎপন্ন ফুলসমূহ আকাশতে এৰি শীৰ্ণ-বিশীৰ্ণ হৈ সাগৰত পৰিবলৈ ধৰিলে।

৫১। গছৰপৰা এৰাপৰা নানাবৰণৰ বিচিত্ৰ ফুলবোৰ সিহঁতৰ লঘুতা হেতু কপিপ্ৰবৰৰ শৰীৰৰপৰা উৎপন্ন বতাহৰ কোবতে কিছুক্ষণ আকাশতে উৰি থাকি শেষত সিহঁতো সাগৰতে পৰিল।

৫২। সেই সময়ত নানাবৰ্ণবিশিষ্ট সুগন্ধি পুষ্পৰাশিৰে পৰিবৃত হনুমানে আকাশ মাৰ্গত আৰোহণ কৰি নানাবৰ্ণৰ বিদ্যুতমালাৰে বিভূষিত, উঠি অহা মেঘখণ্ডৰ নিচিনা ৰূপ ধাৰণ কৰিলে।

৫৩। সন্ধ্যাসময়ত ধুনীয়া তৰা ওলালে আকাশৰ ৰূপ যেনে হয়, কপিবৰৰ বেগৰ কোবত উৰি অহা ফুলবোৰৰ শোভাত সাগৰৰ জলৰাশিয়েও তেনে ৰূপ ধাৰণ কৰিলে।

৫৪। আকাশৰ মাজত তেওঁৰ প্ৰসাৰিত বাহুযুগল পৰ্ব্বতৰপৰা ওলাই অহা পাঁচমূৰীয়া সাপ যেন দেখা হল।

৫৫। সময়ত তেওঁ বেৰিয়া তললৈ মুৰ কৰি গতি কৰিছিল, অনুমান হৈছিল যেন সাগৰৰ তৰঙ্গমালা পান কৰিহে তেওঁ যাব ধৰিছে। পিচ মুহূৰ্ত্ততে আকৌ ওপৰলৈ মুৰ কৰি গতি কৰাতে অনুমান হৈছিল যেন সমগ্ৰ আকাশমণ্ডল পান কৰাৰ ইচ্ছা কৰিহে তেওঁ গতি কৰিছে।

৫৬। বায়ুপথক আশ্ৰয় কৰি গৈ থকা কালত বিদ্যুৎপ্ৰভা বিশিষ্ট তেওঁৰ নয়নযুগল পৰ্ব্বতৰ ভিতৰত থকা দু-কুৰা জুই যেন দেখা গৈছিল।

৫৭। কপিপ্ৰবৰ হনুমানৰ পিঙ্গল বৰণৰ চকুযুৰি পানীত প্ৰতিফলিত হৈ বৃহৎ আকৃতি ধাৰণ কৰাত অনুমান হৈছিল যেন একেখন আকাশতে চন্দ্ৰ আৰু সূৰ্য্য উভয়ে একেলগে উদয় হৈছে।

৫৮। সন্ধ্যাসময়ত সূৰ্য্যমণ্ডলৰ যেনে ৰূপ হয় তাম বৰণীয়া কপিপ্ৰৱৰৰ নাকৰ প্ৰভাৱত তেওঁৰ মুখমণ্ডলে তেনে ৰূপ ধাৰণ কৰিলে।

৫৯। বায়ুপুত্ৰ হনুমান আকাশ পথেদি গৈ থাকোঁতে তেওঁৰ নেজৰ যি শোভা, সি ইন্দ্ৰৰ সৰ্ব্বোচ্চ ধ্বজাৰ অনুৰূপ হৈছিল।

৬০। সময়ত এই নেজে চক্ৰাকৰে আগুৰি থকাত শুভ্ৰদন্তবিশিষ্ট মহাপ্ৰাজ্ঞ পৱননন্দন মণ্ডলাবৃত সূৰ্য্যসম শোভান্বিত হৈছিল।

৬১। মহাকপি হনুমানৰ কটিপ্ৰদেশ অধিক পৰিমাণে তাম্ৰবৰ্ণবিশিষ্ট হোৱাৰ কাৰণে তেওঁ পৰ্ব্বত ফালি ওলাই অহা গৈৰিক ধাতু মিশ্ৰিত মহা পৰ্ব্বত সদৃশ শোভা পাইছিল।

৬২। সাগৰ লঙ্ঘন কৰাৰ সময়ত কপিশ্ৰেষ্ঠ হনুমানৰ কুক্ষিভাগৰ ( তলপেট ) পৰা যি বায়ু নিৰ্গত হৈছিল তাতেই মেঘ গৰ্জ্জনসদৃশ ধ্বনি শুনা গৈছিল।

৬৩। আকাশত উত্তৰ দিশৰপৰা ওলাই অহা উল্কা, তাৰ ক্ষুদ্ৰ ক্ষুদ্ৰ অংশসমূহে সৈতে নিপাতিত হব ধৰিলে যেনে ৰূপ ধাৰণ কৰে কপিকুঞ্জৰ হনুমানৰ ৰূপ সেই সময়ত তেনে ধৰণৰ দেখা হৈছিল।

৬৪। গগন বিহাৰী সূৰ্য্যসদৃশ সুদীৰ্ঘ অৱয়ৱ বিশিষ্ট হনুমানক তেওঁৰ কোমৰ বান্ধনি বস্ত্ৰেৰে সৈতে কোমৰত ৰজ্জুৰে বন্ধা মাতঙ্গ সদৃশ দেখা গল।

৬৫। উৰ্দ্ধস্থিত কপিবৰৰ শৰীৰৰ গভীৰ ছাঁ সাগৰত পৰাত কপিবৰে সাগৰত বতাহে লৈ ফুৰোৱা নাও এখন যেন দেখা হৈছিল।

৬৬। মহাকপি হনুমান সাগৰৰ যি যি অংশৰ ওপৰেদি গৈছিল সেই সেই অংশতে সমুদ্ৰ উত্তাল হোৱা যেন দেখা হৈছিল।*

৬৭। এনে অৱস্থাৰ ভিতৰত মহাকপি হনুমান তেওঁৰ শৈল সম বক্ষঃস্থলেৰে সাগৰৰ তৰঙ্গমালা প্ৰতিহত কৰি আকাশ পথেৰে যাবলৈ ধৰিলে।

৬৮। এইদৰে কপিপ্ৰৱৰৰ শৰীৰৰপৰা উৎপন্ন বতাহ, মেঘমালাৰ পৰা ওলাই অহা বতাহৰ লগত মিহলি হৈ ভীষণ গৰ্জ্জনকাৰী সমুদ্ৰক ৰৰকৈ কঁপাই তুলিলে।

৬৯। লগে লগে তেওঁৰ গতিৰ কোবত লৱণ সমুদ্ৰত ভীষণ তৰঙ্গমালা ওপৰলৈ তুলি আনি নিজ শৰীৰৰ দ্বাৰা সিহঁতক ভেদ কৰি স্বৰ্গ আৰু পৃথিৱীত জলকণা বিকীৰণ কৰিহে যেন কপিবৰে গতি কৰিবলৈ ধৰিলে।

৭০। অনুমান হল মহান সমুদ্ৰৰ মাজত মেৰু আৰু মন্দৰ পৰ্ব্বত সমান যিবোৰ ঢৌ উঠিছিল মহাবেগশালী কপিশ্ৰেষ্ঠ হনুমানে সেইবোৰ গণনা কৰিহে যেন যাবলৈ ধৰিছে।

৭১। তেওঁৰ বেগৰ বলত যি জলৰাশি ওপৰলৈ নিক্ষিপ্ত হবলৈ ধৰিলে সেইবোৰেই পুনঃ আকাশত থকা মেঘমালাৰ লগত মিহলি হৈ শৰৎকালৰ সুবিস্তৃত মেঘখণ্ডৰ দৰে বিৰাজ কৰিলে।

---

* অৰ্থাৎ সাগৰৰ ভিতৰত ঘূৰ্ণিপাক পৰি তীব্ৰ তৰঙ্গমালাৰ উৎপত্তি হৈছিল আৰু তলত যেন পাতাল আদি বিকাৰ অৱস্থা দেখা গৈছিল।

৭২। এইদৰে সাগৰৰ জলৰাশি ওপৰলৈ নিক্ষিপ্ত হোৱাত, বস্ত্ৰবিহীন প্ৰাণীসমূহৰ অঙ্গ প্ৰত্যঙ্গৰ নিচিনা সাগৰৰ ভিতৰত থকা তিমি, নক্ৰ, ঝস, কূৰ্ম্ম আদি প্ৰাণীবোৰ স্পষ্টকৈ দৃষ্টিগোচৰ হবলৈ ধৰিলে।

৭৩। যিবোৰ সাপ সাগৰত বাস কৰি আছিল, আকাশপথেৰে কপিপ্ৰবৰক এইদৰে যোৱা দেখি অনুমান কৰিলে পক্ষীৰাজ গৰুড়েহে যেন আকাশপথেদি গতি কৰিছে।

৭৪। এইদৰে গতি কৰি থাকোতে কপিশ্ৰেষ্ঠ হনুমানৰ দশযোজন বহল আৰু ত্ৰিশ-যোজন দীঘল ছাই দেখোতে অতি মনোহৰ ৰূপ ধাৰণ কৰিলে।

৭৫। বায়ুপুত্ৰ হনুমানৰ লগে লগে গৈ থকা এই ছাঁ লবণসমূদ্ৰৰ ওপৰত পৰি শুভ্ৰমেঘ-মালাৰ দৰে সুন্দৰ এক শোভা ধাৰণ কৰিলে।

৭৬। এইদৰে বায়ুপথেদি অবলম্বনহীন আকাশেদি গৈ থাকোতে মহাতেজস্বী অমিতকায় হনুমান পাখি থকা পৰ্ব্বত এটা যেন হৈ পৰিছিল।

৭৭। যি পথেদি মহাবলবান কপিকুঞ্জৰে নিজ বেগবলে গতি কৰিছিল, ঘূৰ্ণিপাকত সাগৰৰ সেই ঠাইতে জলৰাশি ওপৰলৈ উঠি যোৱাত সাগৰৰ ৰূপ দ্ৰোণাকৃতি বস্তুৰ সদৃশ হৈছিল।

৭৮। আকাশত পক্ষীসমূহৰ যি পথ সেই পথকে আশ্ৰয় কৰি পক্ষীৰাজ গৰুড় সদৃশ হনুমানে বতাহে বৈ অনা দি মেঘমালাক আকৰ্ষণ কৰি যাবলৈ ধৰিলে।

৭৯। এইদৰে আকৃষ্ট হৈ মহা মহা মেঘমালাই শুভ্ৰ, অৰুণ, নীল আৰু লোহিত বৰণ লৈ আকাশত শোভা কৰিবলৈ ধৰিলে।

৮০। এনে অবস্থাত হনুমানে কেতিয়াবা মেঘমালাৰ ভিতৰত সোমাই আকৌ তাৰপৰা ওলাই আহি কেতিযাবা দেখা আৰু কেতিয়াবা নেদেখা হৈ চন্দ্ৰৰ নিচিনা শোভিত হ'ব ধৰিলে।

৮১। এইদৰে দ্ৰুত গতিত হনুমানক সাগৰ লঙ্ঘন কৰা দেখি তাত থকা দেৱতা, গন্ধৰ্ব্ব আৰু দানবসকলে তেওঁৰ ওপৰত পুষ্পবৃষ্টি কৰিবলৈ ধৰিলে।

৮২। সূৰ্য্যাই তেওঁৰ কিৰণৰ দ্বাৰা তেওঁক সন্তপ্ত নকৰিলে আৰু বায়ুৱেও ৰামৰ কাৰ্য্যসিদ্ধিৰ অৰ্থে তেওঁৰ শ্ৰম দূৰ কৰিবলৈ ধীৰে ধীৰে প্ৰবাহিত হবলৈ ধৰিলে।

৮৩। এইদৰে আকাশমাৰ্গেৰে গৈ থাকোতে ঋষিসকলে তেওঁক স্তুতি কৰিলে আৰু দেৱতা আৰু গন্ধৰ্ব্বসকলে প্ৰশংসা কৰি তেওঁৰ যশোগীত গালে।

৮৪। তাৰ পিচত হঠাৎ কপিপ্ৰবৰৰ শৰীৰৰ ক্লান্তি দূৰ হোৱা দেখি নাগ, যক্ষ, আৰু নানাবিধৰ ৰাক্ষসে তেওঁক স্তুতি কৰিব ধৰিলে।

৮৫। কপিশ্ৰেষ্ঠ হনুমানে এইদৰে সাগৰ লঙ্ঘন কৰি গৈ থাকোতে ইক্ষাকু কুলৰ প্ৰতি সন্মান দেখুৱাবৰ ইচ্ছা কৰি সাগৰে চিন্তা কৰিবলৈ ধৰিলে।

৮৬। "এই সময়তে যদি হনুমানৰ প্ৰতি সাহায্য আগ নবঢ়াও তেনেহলে নৰসমাজত মই তেনেই নিন্দনীয় হম।

৮৭। ইক্ষাকুনাথ সগৰপুত্ৰসকলৰ অনুগ্ৰহতে মই বৃদ্ধিপ্ৰাপ্ত হৈ ইমান ডাঙৰ হৈছোঁ।

এই হনুমানে ৰামৰ দূত হিচাবে ইক্ষাকুকুলৰ কাৰ্য্য সাধন কৰিবলৈ আগবাঢ়িছে, এতেকে এওঁক অধিক শ্ৰমৰ ভাগী হবলৈ দিয়াটো কোনোপধ্যে যুক্ত নহয়।

৮৮। এনে স্থলত মই এনেভাবে কাম কৰা উচিত হব যাতে কপিপ্ৰবৰ আৰু অধিক পৰিমাণে শ্ৰান্ত নহয়। তেওঁ মোৰ ইয়াত জিৰণি লব পাৰিলে বাকী থকা পথখিনি তেওঁ সুখেৰে অতিক্ৰম কৰিব পাৰিব।"

৮৯। এইদৰে সজ বুদ্ধি আলচি সাগৰে পানীত লুকাই থকা পৰ্ব্বতশ্ৰেষ্ঠ সুবৰ্ণময় মৈনাকক কলে।

৯০। "হে মৈনাক, পাতালনিবাসী অসুৰগণক বন্ধ কৰি ৰাখিবলৈ দেৱৰাজ মহাত্মা ইন্দ্ৰদেৱে কপাটস্বৰূপ তোমাক ইয়াত ৰাখি থৈছে।

৯১। অসুৰ শক্তিৰ বিষয়ে সম্পূৰ্ণ অভিজ্ঞ ইন্দ্ৰৰ আদেশ মতে সিহঁত আকৌ ওপৰলৈ উঠি আহিব নোৱাৰাকৈ তুমি অতুলনীয় পাতালপুৰীৰ দ্বাৰ অৱৰোধ কৰি আছা।

৯২। হে পৰ্ব্বত, বক্ৰভাবে, ওপৰলৈ অথবা তললৈ বাঢ়িবপৰা শক্তি তোমাৰ আছে। এতেকে হে গিৰিপ্ৰবৰ মোৰ অনুৰোধমতে তুমি ওপৰলৈ উঠি আহা।

৯৩। ৰামৰ কাৰ্য্য সাধন কৰিবলৈ কপিশ্ৰেষ্ঠ এই হনুমান আকাশ পথেৰে গতি কৰিছে। মহাবীৰ্য্যশালী তেওঁ তোমাৰ ওপৰত বহি জিৰাব। এতেকে তেওঁৰ পৰিশ্ৰমৰ পিনে লক্ষ্য কৰি অনুগ্ৰহ কৰি তুমি ওপৰলৈ উঠা।"

৯৪। হিৰণ্যগৰ্ভ মৈনাকে লবণ সমুদ্ৰৰ কথা শুনি ডাঙৰ ডাঙৰ গছগছনি আৰু লতাৰে পৰিপূৰ্ণ হৈ তুৰন্তে পানীৰ পৰা ওপৰলৈ উঠিল।

৯৫। সমুজ্জল ৰশ্মিবিশিষ্ট সূৰ্য্যই যিদৰে মেঘক ভেদ কৰি বাহিৰলৈ ওলাই আহে, মৈনাকেও সেইদৰে সমুদ্ৰজল ভেদ কৰি ওপৰলৈ উঠি আহিল।

৯৬। অলপ সময়ৰ ভিতৰতে সেই পৰ্ব্বতে সাগৰৰ দ্বাৰা নিযুক্ত হৈ সাগৰৰ জলৰাশিৰ দ্বাৰা পৰিবৃত হৈ হনুমানক তেওঁৰ শৃঙ্গবোৰ দেখুৱাই থিয় দিলে।

৯৭। মৈনাকৰ শৃঙ্গবোৰ সুবৰ্ণময় কিন্নৰ আৰু মহা মহা উৰগসমূহৰ বাসস্থান, দেখাতে আদিত্য সদৃশ। এনেকেন শৃঙ্গসমূহেৰে তেওঁ আকাশ ভেদ কৰি থিয় দিলে।

৯৮। মৈনাকপৰ্ব্বতৰ পৰা ওলাই অহা স্বৰ্ণময় শৃঙ্গসমূহ সিহঁতৰ নিজ জ্যোতিৰূপাৰে অভ্ৰবৎ শ্যামলবৰ্ণ আকাশকো সুবৰ্ণময় কৰি তুলিলে।

৯৯। এইদৰে মহাপ্ৰভাৱশালী সুবৰ্ণময় শৃঙ্গ সমূহৰ জ্যোতিতে গিৰিবৰে নিজেও সূৰ্য্যৰ দৰে উজ্জল হৈ উঠিল।

১০০। লবণসমুদ্ৰৰ মাজত হঠাতে এইদৰে ওপৰলৈ উঠি আহি তেওঁৰ সন্মুখত থিয় দিয়া দেখি হনুমানে মৈনাকক আন এটা বিঘ্নস্বৰূপ বুলি স্থিৰ কৰিলে।

১০১। তেতিয়া বতাহে যিদৰে মেঘ ছিন্ন-ভিন্ন কৰে মহাবেগশালী কপিপ্ৰবৰেও নিজ বুকুৰে আঘাত কৰি বহুত ওপৰলৈ উঠি অহা পৰ্ব্বতক তললৈ ঠেলি পঠালে।

১০২। পৰ্ব্বতশ্ৰেষ্ঠ মৈনাকে হনুমানৰ আঘাত পাই তেওঁৰ বলৰ পৰিমাণ বুজি হৰ্ষান্বিত হল আৰু নিজে আঘাত পাই চিঞৰি উঠিল।

১০৩। এনে অৱস্থাত আকাশতে অৱস্থান কৰি পৰম হৃষ্টচিত্তে মৈনাকে নভস্থলত বিদ্যমান বীৰ হনূমানক সম্বোধন কৰি কবলৈ ধৰিলে।

১০৪। মৈনাকে মনুষ্যৰূপ ধাৰণ কৰি নিজ শিখৰৰ ওপৰতে থিয় দি কলে :—"হে কপিশ্ৰেষ্ঠ, তুমি এই দুষ্কৰ কামটো সম্পন্ন কৰিবলৈ ওলাইছা।

১০৫। বৰ্ত্তমানে মোৰ শৃঙ্গৰ ওপৰত অলপ সময় বিশ্ৰাম কৰি পৰম সুখে গতি কৰা। ৰাঘৱৰ কুলত উৎপন্ন সগৰ পুত্ৰ নৰপতি সমূহৰ দ্বাৰা সাগৰ পৰিবৰ্দ্ধিত হৈছে।

১০৬। এতেকে তোমাক ৰামৰ হিতৰ অৰ্থে নিযুক্ত হোৱা দেখি সাগৰে তোমালৈ অভ্যৰ্থনা আগবঢ়াইছে, কিয়নো উপকাৰীৰ প্ৰতি প্ৰত্যুপকাৰ কৰা উচিত—এয়ে জগতৰ সনাতন ধৰ্ম্ম।

১০৭। ৰঘুকুলবংশজ ৰজাগণৰ পৰা উপৎন্ন সমূদ্ৰে বৰ্ত্তমানে তেওঁলোকৰ প্ৰত্যুপকাৰ কৰিব বুলি উদ্যত হৈছে, এতেকে তুমিও তেওঁৰ প্ৰতি উপযুক্ত সন্মান দেখুৱা উচিত। অকল তোমাক সেৱা কৰিবলৈ বুলি সসম্মানে মোক সন্মানপূৰ্ব্বক অনুপ্ৰেৰণা দি পঠিয়াই তেওঁ কৈছে।

১০৮। 'শতযোজন পথ লঙ্ঘন কৰিব বুলি এই কপিপ্ৰবৰে আকাশমাৰ্গ অৱলম্বন কৰিছে, এতিয়া তোমাৰ শৃঙ্গ প্ৰদেশত অলপ সময় বৈ তেওঁ বাকী পথখিনি অতিক্ৰম কৰক।'

১০৯। এতেকে হে বানৰশ্ৰেষ্ঠ হনুমান, তুমি অলপ সময় মোৰ ইয়াত জিৰণি লৈ যোৱা। সুগন্ধি আৰু সুস্বাদু বহু ফল, মূল ইয়াত আছে।

১১০। হে কপিপ্ৰবৰ তুমি সেইবোৰৰ আস্বাদ লৈ ভাগৰ পলুৱাই যোৱা। হে কপিশ্ৰেষ্ঠ, সাগৰৰ এই অনুৰোধ প্ৰত্যাখান কৰিলেও তোমাৰ লগত বহুগুণযুক্ত ত্ৰিলোকখ্যাত মোৰ এটা সম্বন্ধ বৰ্ত্তমান আছে।

১১১। হে মাৰুতাত্মজ, বেগবান লঙ্ঘনকাৰী যিবিলাক বান্দৰ পৃথিৱীত আছে, সেই সকলৰ ভিতৰত মই তোমাকে শ্ৰেষ্ঠ বুলি মানো।

১১২। ধাৰ্ম্মিকজনৰ পক্ষে অতিথি, সাধাৰণ হলেও পূজ্য, এতেকে ধৰ্ম্মান্বেষণকাৰী মোৰ পক্ষে তোমাৰ নিচিনা অতিথি এজনৰ সেৱা কৰাৰ বিষয়ে কবলৈ আৰু কি আছে ?

১১৩। হে কপিশ্ৰেষ্ঠ, তুমি দেৱতাসকলৰ ভিতৰত শ্ৰেষ্ঠ মহাত্মা মাৰুতৰ পুত্ৰ আৰু বেগতো তুমি তেওঁৰেই সমান।

১১৪। এতেকে ধৰ্ম্মজ্ঞ তোমাক পূজা কৰিলে, এই পূজাৰ ভাগ পৱনদেৱেও পাব। এতেকে তুমি মোৰ পূজনীয়, যি কাৰণত এনে হবলৈ পাইছে কওঁ শুনা।

১১৫। সত্য যুগত পৰ্ব্বতবোৰৰ ডেউকা আছিল। গতিকে মহাবেগশালী গৰুড়ৰ দৰে সেইসময়ত পৰ্ব্বতবোৰে চাৰিওফালে উৰিফুৰিছিল।

১১৬। পৰ্ব্বতবোৰ এইদৰে উৰিফুৰাৰ কাৰণে ঋষিসকল, দেৱতাবৰ্গ আৰু আন আন প্ৰাণীগণ, পৰ্ব্বতসমূহ যতে ততে পৰি যাব পাৰে বুলি সন্ত্ৰস্ত হল।

১১৭। তেতিয়া সহস্ৰাক্ষ শতক্ৰতু ইন্দ্ৰদেৱ ক্ৰুদ্ধ হৈ তেওঁৰ বজ্ৰৰ দ্বাৰা শই শই হাজাৰে হাজাৰে পৰ্ব্বতৰ ডেউকা কাটিবলৈ কৰিলে।

১১৮—১১৯। তাৰ পিচত দেৱৰাজ ক্ৰুদ্ধ হৈ বজ্ৰ তুলি লৈ মোৰ ওচৰ পালেহি। ঠিক সেই মুহূৰ্ত্তত মহাত্মা পৱনদেৱে হঠাতে মোক ওপৰলৈ তুলি নি পিচত এই লৱণসমুদ্ৰত নিক্ষেপ কৰিলে। এইদৰে মোৰ পাখি দুখন ৰক্ষা পৰাত মই শৰীৰৰ কোনো অংশৰে হানিবিঘিনি নোহোৱাকৈ তোমাৰ পিতৃদেৱৰ অনুগ্ৰহত ৰক্ষা পৰিলোঁ।

১২০। হে মাৰুতি এই কাৰণেই তুমি মোৰ মাননীয় আৰু মই তোমাৰ প্ৰতি সন্মান আগবঢ়াইছোঁ হে কপিপ্ৰৱৰ তোমাৰ লগত মোৰ এৰাব নোৱাৰা এই সম্বন্ধ।

১২১। হে মহামতি হনুমান, সমুদ্ৰ আৰু মই এইদৰে আগত উপকৃত হৈ আছোঁ, এতিয়া তুমি হৃষ্টচিত্তে আমাৰ প্ৰীতি সাধন কৰা উচিত।

১২২। হে কপিপ্ৰৱৰ তুমি জিৰাই-সঁতাই মোৰ পূজা গ্ৰহণ কৰা। তোমাৰ পিতৃদেৱৰ লগত সম্বন্ধ থকাৰ কাৰণে মই তোমাৰ সন্মানাৰ্হ, এতেকে তুমিও মোৰ প্ৰীতি সাধন কৰা উচিত তোমাক দেখি মই সঁচাকৈয়ে আনন্দিত হৈছোঁ।"

১২৩। কপিশ্ৰেষ্ঠ হনুমানক এইদৰে কোৱাত তেওঁ পৰ্ব্বতোত্তম মৈনাকক কলে "হে পৰ্ব্বতপ্ৰধান মই তোমাৰ কথাত সন্তুষ্ট হৈছোঁ, মোৰ প্ৰতি কৰিবলগা আতিথ্য কৰা হৈছে, কিন্তু বৰ্ত্তমানে মই তাক গ্ৰহণ কৰিব নোৱাৰোঁ তুমি দুখ নকৰিবা।

১২৪। কাৰ্য্যাই মোৰ সময় নাইকিয়া কৰিছে দিনো শেষ হওঁ হওঁ হৈছে। মই আগতে প্ৰতিজ্ঞা কৰিছোঁ যে মাজত ক'তো মই নৰওঁ।"

১২৫। এই বুলি হৈ মহাবীৰ্য্যশালী কপিপ্ৰৱৰে হাতেৰে পৰ্ব্বতক স্পৰ্শ কৰি প্ৰসন্ন-বদনে হাঁহি হাঁহিয়ে যেন আকাশপথেদি যাবলৈ ধৰিলে।

১২৬। তেওঁ এইদৰে শগ থাকোঁতে সমুদ্ৰ আৰু পৰ্ব্বত উভয়ে সসন্মানে তেওঁৰ পিনে চাই ৰল আৰু তেওঁক সন্মান জনাই উপযুক্ত আশীৰ্ব্বচনেৰে তেওঁক অভিনন্দিত কৰিলে।

১২৭। তাৰ পিচত কপিপ্ৰৱৰে সমুদ্ৰ আৰু পৰ্ব্বতক এৰি ওপৰৰ দূৰৰ পথ লৈ বিমল আকাশত পিতৃদেৱৰ পথ গ্ৰহণ কৰি যাব ধৰিলে।

১২৮। বায়ুপুত্ৰ কপিশ্ৰেষ্ঠ হনুমানে পৰ্ব্বতৰ পিনে চাই চাই কোনো অৱলম্বন গ্ৰহণ নকৰাকৈয়ে তাতোকৈ ওপৰলৈ উঠি যাব ধৰিলে।

১২৯। কোনো প্ৰকাৰৰ জিৰণি নলৈ তাতোকৈ উৰ্দ্ধপথ অৱলম্বন কৰাটো হনুমানৰ পক্ষে দ্বিতীয় দুষ্কৰ কৰ্ম্ম। সকলো সিদ্ধপুৰুষ আৰু শ্ৰেষ্ঠ ঋষিগণে তেওঁৰ এই কাম দেখি তেওঁক প্ৰশংসা কৰিবলৈ ধৰিলে।

১৩০। আনপিনে সুৱৰ্ণময় হিৰণ্ময় মৈনাকৰ কৰ্ম্ম দেখি সেই পৰ্ব্বত, আৰু আকাশত থকা দেৱতাসকল আৰু সহস্ৰাক্ষ ইন্দ্ৰ পৰিতুষ্ট হল।

১৩১। আনকি ধীমান স্বয়ং শচীপতিয়ে পৰম আনন্দিত হৈ সুস্পষ্টভাষাৰে সেই পৰ্ব্বত শ্ৰেষ্ঠ মৈনাকক কলে :—

১৩২। "হে সুৱৰ্ণময় শৈলেন্দ্ৰ, মই তোমাৰ প্ৰতি অতিশয় সন্তুষ্ট হৈছোঁ, হে সৌম্য, মই তোমাক অভয় দিছোঁ, এতিয়া যলৈকে ইচ্ছা যোৱাগৈ।

১৩৩। হনুমানে কোনো শাৰীৰিক শ্ৰম অথবা মানসিক ভয় অনুভৱ নকৰাকৈ

শতযোজন পথ অতিক্ৰম কৰি থকাত তুমি যে তেওঁৰ বিপদ আশঙ্কা কৰি তেওঁলৈ সাহায্য আগবঢ়াইছা তাতেই মই পৰম প্ৰীত হৈছোঁ।

১৩৪। দাশৰথি ৰামৰ হিতৰ অৰ্থে কপিপ্ৰৱৰে সমুদ্ৰ পাৰ হবলৈ ওলাইছে, এনে অৱস্থাত যথাশক্তি তেওঁৰ প্ৰতি যি সংকাৰ দেখুৱাইছা তাতেই মই তোমাৰ ওপৰত অতিশয় সন্তুষ্ট হৈছোঁ।"

১৩৫। পৰ্ব্বতশ্ৰেষ্ঠ মৈনাকে, দেৱপতি শতক্ৰতু এইদৰে পৰিতুষ্ট হোৱা দেখি মনত অশেষ আনন্দ লাভ কৰিলে।

১৩৬। তেতিয়া গিৰিবৰে ইন্দ্ৰৰপৰা এইদৰে বৰ লাভ কৰি যথাস্থানত বৈ থাকিল আৰু হনুমানেও মুহূৰ্ত্তকালৰ ভিতৰতে সাগৰ অতিক্ৰম কৰিবলৈ ধৰিলে।

১৩৭। তাৰ পিচত দেৱতা, গন্ধৰ্ব্ব সিদ্ধ আৰু শ্ৰেষ্ঠ ঋষিগণে সূৰ্য্যসদৃশ প্ৰভান্বিতা নাগ-মাতা সুৰসাৰ ওচৰলৈ গৈ তেওঁক কলে।

১৩৮। "হে সুৰসে, বায়ুপুত্ৰ শ্ৰীমান হনুমানে সাগৰ লঙ্ঘন কৰিবলৈ বুলি সাগৰৰ ওপৰেদি গৈ আছে, এতিয়া তুমি অলপ সময়ৰ কাৰণে তেওঁৰ অলপ বিঘিনি ঘটোৱা।

১৩৯। তুমি পৰ্ব্বত প্ৰমাণ শৰীৰ লৈ ঘোৰ ৰাক্ষসৰ ৰূপ ধাৰণ কৰা আৰু ভীষণ-দন্তবিশিষ্ট পিঙ্গলবৰ্ণৰ চকুৰে সৈতে বদনমণ্ডলেৰে আকাশ স্পৰ্শ কৰি থাকা।

১৪০। আমি আকৌ এবাৰ হনুমানৰ বল আৰু পৰাক্ৰম চাবলৈ ইচ্ছা কৰিছোঁ; তেওঁ কেনেকৈ তোমাক হৰুৱাই জয়লাভ কৰে নাইবা তোমাক দেখি বিষণ্ণই হয় আমাৰ চাবলৈ ইচ্ছা হৈছে।"

১৪১—১৪২। দেৱতাসকলে তেওঁৰ প্ৰতি সৎকাৰ জনাই এইদৰে কোৱাত সুৰসাই সাগৰৰ মাজতে ৰাক্ষসৰ ৰূপ ধৰি সকলোৰে প্ৰতি ভয়াবহ বিকৃত আৰু বিৰূপ আকৃতি লৈ সমুদ্ৰ পাৰ হৈ গৈ থকা হনুমানৰ বাট ভেঁটা দি কবলৈ ধৰিলে।

১৪৩—১৪৪। "হে কপিশ্ৰেষ্ঠ দেৱতাসকলে তোমাক মোৰ ভক্ষ্য স্বৰূপে নিৰ্দ্দেশ কৰিছে। এতিয়া মই তোমাক খাম, এতেকে তুমি মোৰ এই মুখৰ ভিতৰত প্ৰৱেশ কৰা। এই বৰ পূৰ্ব্বতে বিধাতাই মোক দি থৈছে।" এই বুলি কৈ লৰালৰিকৈ মুখ মেলি সুৰসা মৰুৎপুত্ৰ হনুমানৰ আগত থিয় দিলে।

১৪৫। সুৰসাই এইদৰে কোৱাত হনুমানে বং মনেৰে কলে—ৰজা দশৰথৰ ৰাম নামে পুত্ৰই তেওঁৰ ভায়েক লক্ষ্মণ আৰু ভাৰ্য্যা বৈদেহীৰ সৈতে দণ্ডকাৰণ্যত প্ৰৱেশ কৰিছিল।

১৪৬। ঘটনাক্ৰমে ৰাক্ষসবোৰৰ লগত তেওঁৰ শত্ৰুতা হোৱাত এদিনাখন মায়ারূপকৰ্ণ ৰাক্ষসক বধ কৰা কাৰ্যত লাগি থাকোতে ৰাৱণে তেওঁৰ যশস্বিনী ভাৰ্য্যা সীতাক হৰণ কৰি নিলে।

১৪৭। বৰ্ত্তমানে ৰামৰ নিৰ্দ্দেশ মতে দূতস্বৰূপে মই তেওঁৰ ওচৰলৈ যাবলৈ ওলাইছোঁ। তুমি ৰামচন্দ্ৰৰ ৰাজ্যতে বাস কৰি থাকি এই ক্ষেত্ৰত মোক সহায় হে কৰা উচিত।

১৪৮। আৰু নহলে মই প্ৰতিজ্ঞা কৰি কৈছোঁ মৈথিলীৰ লগত দেখাশুনা কৰি আহি অক্লান্ত কৰ্ম্মী ৰামৰ ওচৰত সকলো নিবেদন কৰাৰ পিচত মই তোমাৰ ওচৰলৈ আহি তোমাৰ মুখৰ ভিতৰত প্ৰৱেশ কৰিম।"

১৪৯। হনুমানে এইদৰে কোৱাৰ পিচত কামৰূপিণী সুৰসাই কলে "মোক দিয়া বৰৰ অৰ্থ এই যে মোৰ সন্মুখত পৰা কোনো প্ৰাণীয়েই মোক অতিক্ৰম কৰি যাব নোৱাৰে।"

১৫০। তথাপি হনুমান যাবলৈ উদ্যত হোৱা দেখি নাগমাতা সুৰসাই হনুমানৰ শক্তিৰ পৰিমাণ জানিবলৈ ইচ্ছা কৰি আকৌ কবলৈ ধৰিলে।

১৫১—১৫৪। "হে কপিশ্ৰেষ্ঠ, যেনেহলেও তুমি আজি মোৰ মুখৰ ভিতৰত সোমাবই লাগিব আৰু শক্তি আছে যদি ওলাই যাবা। পূৰ্ব্বতে বিধাতাই এই বৰকে মোক দিছিল।" এই বুলি কৈ লৰালৰিকৈ তেওঁৰ অতিশয় বৃহৎ মুখখন মেলি মৰুৎপুত্ৰ হনুমানৰ আগত থিয় হল। সুৰসাই এইদৰে কোৱাত কপিপ্ৰবৰ হনুমান ক্ৰোধান্বিত হৈ কলে "বাৰু, তেন্তে যিমান বহল হলে তুমি মোক গিলিব পাৰিবা, তোমাৰ মুখ তিমান বহল কৰা।" এই বুলি কৈয়ে হনুমান ক্ৰুদ্ধ হৈ সুৰসাৰ বদনবিবৰ দহযোজন পৰিমাণ দেখা পাই তেওঁৰ শৰীৰো দহযোজন পৰিমাণলৈ বঢ়ালে। তেতিয়া সুৰসাই তেওঁৰ বদন কুৰি যোজন পৰিমাণলৈ বঢ়ালে।

১৫৫—১৫৭। তেতিয়া বায়ুপুত্ৰ বুদ্ধিমান হনুমান, নৰকসদৃশ অতিভয়ঙ্কৰ দীঘল জিভাৰে সৈতে সুৰসাৰ বিকৃত মুখখন দেখি নিজৰ শৰীৰটো সৰু কৰি ললে। এক মুহূৰ্ত্তত তেওঁ তেওঁৰ শৰীৰটো বুঢ়া আঙুলি এটাৰ সমান কৰি সুৰসাৰ মুখৰ ভিতৰেদি সোমাই পিচ মুহূৰ্ত্ততে তাৰ পৰা ওলাই আহিল। তাৰ পিচত মহাবলশালী শ্ৰীমান হনুমানে আকাশত থিতি লাভ কৰি সুৰসাক কবলৈ ধৰিলে।

১৫৮। "হে দক্ষকন্যা সুৰসা, তোমাক নমস্কাৰ। মই তোমাৰ মুখৰ ভিতৰত সোমাই ওলাই আহিলোঁ। এতিয়া বৈদেহী য'ত আছে মই তালৈ যাম। তুমি যি বৰ লাভ লাভ কৰিছিলা সিও সত্যত পৰিণত হল।"

১৫৯। চন্দ্ৰ ৰাহুৰ মুখৰদি ওলোৱাদি কপিবৰেও তেওঁৰ মুখৰ পৰা ওলাই অহা দেখি দেৱী সুৰসাই নিজৰূপ ধাৰণ কৰি তেওঁক কলে।

১৬০। "হে সৌম্য কপিপ্ৰবৰ, এতিয়া তুমি তোমাৰ উদ্দেশ্যসিদ্ধিৰ অৰ্থে পৰম সুখে গতি কৰা আৰু মহাত্মা ৰামৰ গুৰিলৈ বৈদেহীৰ বাতৰি লৈ আহা গৈ।"

১৬১। হনুমানৰ তৃতীয় এই দুষ্কৰ কৰ্ম দেখি সকলো প্ৰাণীয়ে 'সাধু' 'সাধু' বুলি তেওঁক প্ৰশংসা কৰিবলৈ ধৰিলে।

১৬২। তাৰ পিচত হনুমানে আনে সহজে ওচৰ চাপিব নোৱাৰা বৰুণালয় সমুদ্ৰৰ ওপৰেদি গৈ পিচ মুহূৰ্ত্ততে নিজ বেগবলে গৰুড়সদৃশ আকাশত প্ৰবেশ কৰিলে।

১৬৩—১৬৫। যি আকাশপথেৰে বায়ুপুত্ৰ হনুমানে যাব ধৰিলে সি মেঘ আৰু পক্ষীসমূহৰ ক্ৰীড়াভূমি, গীত নৃত্যাদি বিদ্যাৰ আচাৰ্য্য তুম্বুৰু প্ৰভৃতি গন্ধৰ্ব্বগণৰ আশ্ৰয়স্থান, ঐৰাৱত বাহক সবল আৰু দীৰ্ঘ ইন্দ্ৰধনু তাত বিৰাজমান। এই পথ সিংহ, হাতী, বাঘ, পাখীৰকা সৰ্প আদি চিহ্নেৰে চিহ্নিত বিমল বিমানেৰে অলঙ্কৃত, বজ্ৰ আৰু অশনিসদৃশ*

* বজ্ৰ ইন্দ্ৰৰ হাতৰ অস্ত্ৰ, অশনি মেঘত প্ৰকাশ পোৱা বিজুলী।

প্ৰভাবিশিষ্ট অগ্নিয়ে তাত শোভা কৰি আছে, নিজ পুণ্য বলেৰে স্বৰ্গ বিজয়ী মহাভাগ্যশালী পুৰুষ সকল তাত বিচৰণ কৰি ফুৰে, হব্যবহনকাৰী বহ্নিয়েও এই পথকে আশ্ৰয় কৰে, এই পথ গ্ৰহ, নক্ষত্ৰ, চন্দ্ৰ, সূৰ্য্য আৰু তাৰকাৰাশিৰে বিভূষিত, মহৰ্ষি, গন্ধৰ্ব্ব, নাগ আৰু যক্ষ সকলে সদায় এই পথেদি বিচৰণ কৰে, এই পথ সৰ্ব্বতোভাবে মুকলি আৰু বিশ্বৰ আশ্ৰয়স্থান-স্বৰূপ; বিশ্বাবসুনামক গন্ধৰ্ব্বৰাজ তাত বিৰাজমান, চন্দ্ৰ আৰু সূৰ্য্যৰ মঙ্গলময় এই পথ জীবগণৰ আবৰণবস্ত্ৰ স্বৰূপ ব্ৰহ্মাৰ দ্বাৰা নিৰ্ম্মিত, আৰু বীৰ বিদ্যাধৰগণৰ দ্বাৰা পৰিপূৰ্ণ।

১৭০—১৭২। তাৰ পিচত বতাহে যিদৰে মেঘমালাক আকৰ্ষণ কৰে, হনুমানেও ৰঙা বগা, হালধীয়া আদি ডাঙৰ ডাঙৰ মেঘৰ টুকুৰাবোৰ আকৰ্ষণ কৰাত সেইবোৰ ভাগিবলৈ ধৰিলে। তেতিয়া মাৰুতাত্মজ হনুমানে বাৰে বাৰে এই মেঘমালাৰ ভিতৰত এবাৰ সোমাই তাৰ পিচতে আকৌ ওলাই আহি শৰৎকালৰ চন্দ্ৰৰ দৰে শোভা ধাৰণ কৰাত সকলোকালৰ পৰা তেওঁক দেখা পাব পৰা হল।

১৭৩—১৭৪। এইদৰে থাকি নিৰালম্ব আকাশৰ ভিতৰত হনুমানে পক্ষযুক্ত পৰ্ব্বতৰ দৰে সুশোভিত হল। ঠিক এনে সময়তে হনুমানক দেখা পাই অতিশয় বৃহদাকাৰ কামৰূপিণী সিংহিকা নামৰ ৰাক্ষসীয়ে মনে মনে চিন্তা কৰিলে, "বহুদিনৰ মূৰত আজি এসাজ হেপাহ পলুৱাই খাব পাৰিম।

১৭৫। বহুদিনৰ মূৰত এটা মহাপ্ৰাণী মোৰ মুখলৈ আহিছে।" মনে মনে এইদৰে ভাবি সিংহিকাই হনুমানৰ ছাটো আক্ৰমণ কৰিলে।

১৭৬—১৭৭। ছাটোক এই দৰে আক্ৰমণ কৰাত কপিবৰে ভাবিবলৈ ধৰিলে, "হঠাতে কোনোবাই মোক আক্ৰমণ কৰিলে আৰু প্ৰতিকূল বতাহৰ কোবত সাগৰত থকা ডাঙৰ নাৱৰ গতিৰ দৰে মোৰ গতিও খৰ্ব্ব কৰিলে।" এই বুলি কৈ হনুমানে উৰ্দ্ধ, অধঃ আৰু বক্ৰভাবে চাই দেখিলে যে বৰ ডাঙৰ এটা প্ৰাণী লবণসমুদ্ৰৰ পৰা উঠি আহিবলৈ ধৰিছে। বিকৃত মুখৰ সেই প্ৰাণীটোক দেখি মৰুতনন্দন হনুমানে ভাবিবলৈ ধৰিলে।

১৭৯। 'বানৰৰাজ সুগ্ৰীৱে ছায়াগ্ৰাহী মহাবীৰ্য্যশালী অদ্ভুতদৰ্শন যি এটা প্ৰাণীৰ কথা কৈছিল, এইটোৱে নিশ্চয় সেই প্ৰাণী।'

১৮০। ছায়াগ্ৰহণৰূপ কাৰ্যৰপৰা বুদ্ধিমান কপিপ্ৰবৰে কথাৰ সকলো তত্ত্ব বুজি লৈ এয়েই সিংহিকা বুলি স্থিৰ কৰি শৰৎকালৰ মেঘৰ দৰে তেওঁৰ বৃহৎ শৰীৰ আৰু বঢ়াই ললে।

১৮১। ইপিনে সিংহিকাই কপিপ্ৰবৰৰ বাঢ়িবধৰা শৰীৰৰ পিনে লক্ষ্য কৰি, আকাশ পাতাল যোৰাকৈ তাইৰ মুখখন মেলি দিলে।

১৮২। আৰু মেঘমালাই যিদৰে গৰ্জ্জন কৰে তায়ো সেইদৰে গৰ্জ্জন কৰি কপিপ্ৰবৰৰ ওচৰলৈ খেদা ললে।

১৮৩—১৮৭। তেতিয়া মেধাবী মহাকপি হনুমানে ৰাক্ষসীৰ সুমহৎ বিকৃত মুখ, শৰীৰ আৰু মৰ্ম্মস্থানবোৰ চাই লৈ নিজ শৰীৰ পুনৰ্ব্বাৰ সঙ্কুচিত কৰি বজ্ৰসদৃশ সুদৃঢ় শৰীৰে সৈতে তাইৰ মুখৰ ভিতৰলৈ সোমাই গল। পৰ্ব্বকালত পূৰ্ণচন্দ্ৰ যিদৰে ৰাহুৰ মুখৰ ভিতৰলৈ সোমাই যায়, কপিপ্ৰবৰ হনুমানে সেইদৰে ৰাক্ষসীৰ বদন বিবৰত প্ৰবেশ কৰিলে। সিদ্ধ-চাৰণসকলে

নিজ চকুৰে ঘটনাটো চাই আছিল। তাৰ পিচত মনসম বেগবিক্ৰমশীল কপিৱৰে তীক্ষ্ণ নখৰ দ্বাৰা ৰাক্ষসীৰ মৰ্ম্মস্থান ভেদ কৰি তত্তালিকে তাইৰ পেটৰ ভিতৰৰ পৰা ওলাই আহি আকাশলৈ জাপ দিলে। দেৱতাসকলৰ অনুগ্ৰহ, নিজ ধৈৰ্য্য আৰু কৰ্ম্মকুশলতাৰ দ্বাৰা কপিপ্ৰৱৰে ৰাক্ষসীক বধ কৰি তত্তালিক পুনঃ নিজ শৰীৰ বঢ়াই ললে। এইদৰে হনুমানে হৃদয় বিদীৰ্ণ কৰাত ৰাক্ষসী প্ৰাণ ত্যাগ কৰি সাগৰৰ পানীত পৰিল। ভগৱান ব্ৰহ্মাই ৰাক্ষসীক বধ কৰিবলৈকে হনুমানক সৃষ্টি কৰিছিল।

১৮৮। হনুমানৰ দ্বাৰা নিহত হৈ সিংহিকা তত্তালিকে এইদৰে পৰি যোৱা দেখি আকাশবিহাৰী প্ৰাণীগণে তেওঁক কবলৈ ধৰিলে।

১৮৯। "হে হনুমান, অতি ভয়ঙ্কৰ এটা প্ৰাণীক বধ কৰি তুমি মহৎ এটা কাম সাধিলা। হে কপিপ্ৰৱৰ, এতিয়া নিৰ্বিঘ্নে তোমাৰ অভিপ্ৰেত কাৰ্য্যসিদ্ধি কৰা গৈ।

১৯০। হে কপিশ্ৰেষ্ঠ যাৰ গাত তোমাৰ দৰে ধৈৰ্য্য, সূক্ষ্ম দৃষ্টি, মতি আৰু কৰ্ম্মকুশলতা এই চাৰিটা গুণ আছে তেনেজনে কোনো কাৰ্য্যতে বিফল নহয়।"

১৯১। সৰ্ব্বজনপূজ্য হনুমান সকলো প্ৰাণীৰ দ্বাৰা এইদৰে পূজিত হৈ অভিপ্ৰেত কামৰ সিদ্ধিৰ অৰ্থে তেওঁলোকৰ শুভেচ্ছা লাভ কৰি সৰ্পভুক গৰুড়সদৃশ হৈ আকাশমাৰ্গেৰে গতি কৰিবলৈ ধৰিলে।

১৯২। শ যোজন পথৰ অন্তত সমুদ্ৰৰ পাৰ পাওঁ পাওঁ হোৱা অৱস্থাত বিশাল এটা বনভাগ তেওঁৰ চকুত পৰিল।

১৯৩। এইদৰে আৰু কিছুদূৰ গৈ নানাবিধ বৃক্ষাদিৰে পৰিপূৰ্ণ দ্বীপ আৰু মলয়পৰ্ব্বতজাত উপবনসমূহ তেওঁ দেখিবলৈ পালে।

১৯৪। লগে লগে নদীৰ ওচৰত থকা সাগৰ আৰু তৎসংলগ্ন জলময় স্থানসমূহ আৰু তাৰ বৃক্ষসমূহ আৰু সমুদ্ৰ পত্নী নদীবোৰৰ মোহনা তেওঁৰ চকুত পৰিল।

১৯৫। তাৰ পিচত বুদ্ধিমান হনুমানে আকাশ অৱৰোধী মহামেঘসদৃশ বৃহদাকাৰ নিজৰ শৰীৰৰ পিনে লক্ষ্য কৰি ভাবিবলৈ ধৰিলে।

১৯৬। 'মোৰ এই ডাঙৰ শৰীৰ আৰু বেগৰ প্ৰকোপ দেখি ৰাক্ষসবোৰে কৌতূহলযুক্ত হৈ নিশ্চয় মোৰ পিনে লক্ষ্য কৰিব।'

১৯৭। ইয়াকেই স্থিৰ কৰি সংসাৰৰ প্ৰতি মায়ামোহশূন্য জীৱন্মুক্ত পুৰুষৰ দৰে হনুমানে পৰ্ব্বতপ্ৰমাণ নিজ শৰীৰ সঙ্কুচিত কৰি নিজৰ আগৰ ৰূপ ধাৰণ কৰিলে।

১৯৮। ভগৱান হৰিয়ে তিনি খোজেৰে বলিৰ বীৰ্য্য হৰণ কৰাৰ পিচত প্ৰকৃতিস্থ হৈ যিদৰে নিজৰূপ ধাৰণ কৰিছিল, হনুমানেও তেনেদৰে তেওঁৰ বৃহদাকাৰ সঙ্কুচিত কৰি নিজ ৰূপ ধাৰণ কৰিলে।

১৯৯। এইদৰে মনোহৰ নানাবিধ ৰূপধাৰী হনুমানে আনৰ অলঙ্ঘনীয় সমুদ্ৰৰ আন পাৰত উপস্থিত হৈ সকলো বিষয়ে নিজে নিজে চিন্তা কৰি কাৰ্য্যসিদ্ধিৰ উপযোগী কপি নিজৰ অতিবৃহৎ শৰীৰটো সৰু কৰি ললে।

২০০। তাৰ পিচত মহামেঘপুঞ্জসদৃশ মহাত্মা হনুমানে কেতক, উদ্দালক,

নাৰিকেলাদি বৃক্ষে পৰিপূৰ্ণ বিচিত্ৰ শৃঙ্গবিশিষ্ট অতি উচ্চ লম্ব নামক পৰ্ব্বতৰ এটা শৃঙ্গৰ ওপৰত নামিল।

২০১। এইদৰে কপিপ্ৰবৰ হনুমানে সাগৰৰ পাৰত উপনীত হৈ আগৰৰূপ এৰি লম্ব পৰ্ব্বতত থিয় দি তাত থকা পশুপক্ষীসকলক সন্ত্ৰস্ত কৰিলে আৰু ত্ৰিকূট পৰ্ব্বতৰ শিখৰত অৱস্থাপিত লঙ্কা নগৰী দেখা পালে।

২০২। হনুমানে শক্তিৰ বলত দানৱ-পন্নগেৰে পৰিপূৰ্ণ ভীষণ চৌৱে পূৰ্ণ সাগৰ পাৰহৈ তাৰ তীৰত উপনীত হোৱাৰ পিচত অমৰাবতীসদৃশ লঙ্কানগৰী তেওঁৰ চকুত পৰিল।

**॥ ইতি সুন্দৰাকাণ্ডৰ অন্তৰ্গত প্ৰথম সৰ্গ সমাপ্ত ॥**

# দ্বিতীয় সৰ্গ

## লঙ্কাত উপস্থিতি

১। মহাবলশালী হনুমানে অলঙ্ঘনীয় সমুদ্ৰ পাৰ হৈ গৈ চিত্ৰকূট পৰ্ব্বতৰ ওপৰত থিয় দি অলপ সুস্থ হৈ লঙ্কানগৰীৰ পিনে লক্ষ্য কৰিলে।

২। সেই পৰ্ব্বতৰ বৃক্ষসমূহে বীৰ্য্যবান্ কপিপ্ৰবৰৰ ওপৰত পুষ্পবৃষ্টি কৰাত তেওঁৰ শৰীৰ পুষ্পময় হৈ পৰিল।

৩। পৰমবিক্ৰমশালী হনুমানে শত যোজন পথ অতিক্ৰম কৰাৰ পিচতো তেওঁ ভাগৰ পলাবলৈ কোনো প্ৰকাৰৰ দীৰ্ঘনিশ্বাস নেপেলালে অথবা ক্লান্তিও অনুভৱ নকৰিলে।

৪। হনুমানে নিজকে নিজে কবলৈ ধৰিলে—'মই শ শ যোজন সাগৰ পাৰ হবলৈ সমৰ্থ, কিন্তু সাগৰখন মাত্ৰ এশ যোজনহে।'

৫—৬। মহাবীৰ্য্যসম্পন্ন মহাবেগবান কপিপ্ৰবৰ হনুমানে মহাসমুদ্ৰ অতিক্ৰম কৰাৰ পিচত পৰ্ব্বতশিখৰৰপৰা নামি আহি শ্যামল তৃণৰাজিৰে পৰিপূৰ্ণ, বৃক্ষবহুল, সুগন্ধি, মধুময় নীলবৰ্ণ বনৰ মাজভাগেদি গৈ লঙ্কাত প্ৰবেশ কৰিলে।

৭। তেজস্বী হনুমানে গছ-বনেৰে ঢাক খাই থকা পৰ্ব্বত-পাহাৰ আৰু পুষ্পিত বনৰাজি পাৰ হৈ যাবলৈ ধৰিলে।

৮। সেই পৰ্ব্বতৰ শিখৰৰপৰাই পৱনাত্মজ হনুমানে বন, উপবন আৰু পৰ্ব্বতৰ ওপৰত সংস্থাপিত লঙ্কানগৰী দেখিবলৈ পালে।

৯—১৩। হনুমানে দেখিলে যে লঙ্কাপুৰী সৰল, কৰ্ণিকাৰ, পুষ্পিত খৰ্জ্জুৰ, প্ৰিয়াল, মুচুলিন্দ, কুটজ, কেতকী, সুগন্ধি প্ৰিয়ঙ্গু, কদম্ব, চন্তিয়াৰ, অসন, কৰবক, ফুলি থকা কৰবীৰ

আদিৰে পৰিপূৰ্ণ; সেই বৃক্ষসমূহ ফুলে ভৰপূৰ, কিছুমানত কেৱল কলিহে ওলাইছে; পক্ষীসমূহ তাত বিৰাজমান এই গছবোৰৰ আগবোৰ বতাহে দোৱাই দোৱাই থৈছে। তাৰ পুখুৰীসমূহ পদ্ম আৰু উৎপলৰে সুশোভিত আৰু সৰাঁহি আদি পক্ষীৰে পৰিপূৰ্ণ, ইয়াৰ উপৰিও আন বহুবিধ জলাশয় তাত আছে। তাৰ ৰমণীয় ক্ৰীড়াভূমিবোৰ সকলো ঋতুতে উৎপন্ন ফল আৰু ফুল সুশোভিত বৃক্ষৰাজিৰে সমাবৃত আৰু উদ্যানসমূহো মনোৰম।

১৪। তাৰ পিচত শ্ৰীমান্ হনুমানে ৰাৱণপালিত লঙ্কাত উপনীত হৈ দেখিলে যে এই নগৰী চাৰিওকালে পদ্ম আৰু উৎপলেৰে সুশোভিত পৰিখাৰে পৰিব্যাপ্ত।

১৫। সীতাক হৰণ কৰি অনাৰ কাৰণে, উগ্ৰধনুৰ্ধাৰী ৰাক্ষসগণে ইয়াৰ চাৰিওকালে বিচৰণ কৰি কৰি ইয়াক ৰক্ষা কৰি আছে।

১৬। এই মহাপুৰী অতি ৰমণীয় হৈ আছে। সুবৰ্ণময় প্ৰাচীৰেৰে আবৃত ইয়াৰ ঘৰবোৰ পৰ্বত প্ৰমাণ আৰু শৰৎকালৰ মেঘৰ নিচিনা।

১৭—৮। ইয়াৰ মাজে মাজে প্ৰশস্ত পথসমূহ শুভ্ৰ আৰু বগা। শ শ প্ৰাসাদৰ ওপৰৰ ভাগ ধ্বজ আৰু পতাকাৰে সুশোভিত, প্ৰাচীৰৰ সুবৰ্ণময় তোৰণসমূহ নানা তৰহৰ লতা-পাত আদিৰে চিত্ৰিত। ওচৰত উপস্থিত হৈ দেৱীপুৰীসদৃশ এই লঙ্কানগৰী হনুমানে দেখিবলৈ পালে।

১৯। হনুমানৰ মনত প্ৰাসাদসমূহৰ দ্বাৰা সুশোভিত সমগ্ৰ নগৰীখনেই শূন্যতে ওপঙি থকা এখন নগৰীৰ নিচিনা বোধ হ'ল।

২০। এই নগৰী ৰাক্ষসৰাজৰ দ্বাৰা পালিত আৰু স্বয়ং বিশ্বকৰ্মাৰ দ্বাৰা নিৰ্মিত; কপিপ্ৰৱৰ হনুমানে নগৰখন শূন্যত থকা যেন দেখিলে।

২১—২২ হনুমানে ভাবিলে বিশ্বকৰ্মাদেৱৰ মানসপটত এগৰাকী নাৰীৰ ৰূপ কল্পনা কৰি লৈহে এই লঙ্কানগৰীৰ নিৰ্মাণ কৰিছে ভিটি আৰু প্ৰাচীৰসমূহ ইয়াৰ জঘন, বিপুল জলৰাশি আৰু বনৰাজি ইয়াৰ বসন শতঘ্নী অস্ত্ৰ আৰু শূলসমূহেই এই নগৰ ৰমণীৰ কেশপাশ আৰু অট্টালিকাসমূহ এওঁৰ ভূষণ। এই নগৰীৰ উত্তৰকালৰ দ্বাৰদেশত উপস্থিত হৈ বান্দৰৰাজ অলপ চিন্তান্বিত হ'ল।

২৩—২৪। ভেটিয়া কৈলাসস্থান সদৃশ আকাশস্পৰ্শী উচ্চ শিখৰ যাৰ, আকাশমণ্ডল-ধাৰী অতি শুভ্ৰ প্ৰাসাদসমূহ, সাপেৰে ভৰি থকা গুহাসদৃশ ঘোৰ ৰাক্ষসগণে পৰিপূৰ্ণ লঙ্কা-নগৰী তাৰ ৰক্ষণৰ ব্যৱস্থা, চাৰিওকালে আগুৰি থকা সমুদ্ৰ আৰু ঘোৰ শত্ৰু ৰাৱণৰ কথা ভাবি তেওঁ মনে মনে চিন্তা কৰিবলৈ ধৰিলে।

২৫। "মই যি দেখিছোঁ বান্দৰবোৰ ইয়ালৈ আহিলেও তাৰ পৰা কোনো ফল নধৰিব, আনকি দেৱতাসকলেও যুদ্ধ কৰি লঙ্কা জয় কৰিব নোৱাৰে।

২৬। লঙ্কা সকলো প্ৰকাৰে এখন অতি বিষম স্থান, ৰাৱণৰ দ্বাৰা পালিতা, ইয়াত প্ৰবেশো দুঃসাধ্য। মহাবাহু ৰামেই বা ইয়ালৈ আহি কি কৰিব?

২৭। ৰাক্ষসবোৰৰ ভিতৰত যুদ্ধৰ সাম, দান ভেদনীতি প্ৰয়োগ কৰাৰো কোনো প্ৰকাৰৰ সুযোগ দেখা নাপাওঁ।

২৮। উগ্ৰতেজস্বী বান্দৰবোৰৰ ভিতৰত বালীপুত্ৰ অঙ্গদ, নীল, মই আৰু ধীমান ৰজা সুগ্ৰীৱ এই চাৰিজনেহে এই নগৰলৈ আহিব পাৰে।

২৯। বাৰু, প্ৰথমতে বৈদেহী জীয়াই আছে নে নাই তাকেই কিবা উপায়ে জানিব পাৰোনেকি চাওঁছোন। জনকাত্মজা সীতাৰ লগত দেখা শুনা কৰাৰ পিচতহে তেওঁক উদ্ধাৰ কৰাৰ বিষয়ে চিন্তা কৰিম।"

৩০। তাৰ পিচত কপিশ্ৰেষ্ঠ হনুমানে পৰ্ব্বতৰ শৃঙ্গত খন্তেক ৰহি ৰামৰ হিতৰ অৰ্থে চিন্তা কৰি স্থিৰ কৰিলে :—

৩১। "মোৰ এই ৰূপ লৈ ক্ৰুৰ, অতিবলশালী ৰাক্ষসবোৰৰ দ্বাৰা ৰক্ষিত লঙ্কাত প্ৰবেশ কৰিব নোৱাৰিম।

৩ । এই ৰাক্ষসবোৰ মহাশক্তিশালী, বীৰ্য্যবান আৰু বলবন্ত, এতেকে জানকীৰ বিষয়ে অনুসন্ধান কৰাৰ সময়ত ইহঁতক প্ৰবঞ্চনা কৰিহে কামত আগবাঢ়িব লাগিব।

৩৩। এতেকে মোৰ এই মহৎ কাৰ্য্য সাধিবলৈ ৰাত্ৰিকালত দেখা নেদেখা অবস্থাৰ মাজেদি লঙ্কাত প্ৰবেশ কৰাটোৱে যুক্তিযুক্ত হব।"

৩৪—৩৬। এই লঙ্কানগৰী সুৰ আৰু অসুৰবিলাকৰ পক্ষেও অজেয়, এনেদৰে দুৰাক্ৰমণীয় হোৱাত হনুমানে বাৰ বাৰ দীৰ্ঘ নিঃশ্বাস কাঢ়ি চিন্তা কৰিবলৈ ধৰিলে, "এতিয়া দুৰাত্মা ৰাক্ষসেন্দ্ৰ সেই ৰাৱণৰ চকুত নপৰাকৈ জনকাত্মজা মৈথিলীৰ লগত দেখাশুনা কৰোঁ কেনেকৈ, কি উপায়ে গোপনে মই অকলে, লগত কোনো প্ৰাণী নথকা অবস্থাত সীতাৰ লগত কথাবতৰা হব পাৰো আৰু মহাত্মা ৰামৰ কাৰ্য্যত ব্যত্যয় নোহোৱাকৈ কামটো সমাধা কৰিব পাৰোঁ।

৩৭। সূৰ্য্যৰ উদয় হলে অন্ধকাৰ যিদৰে বিনষ্ট হয় অনভিজ্ঞ দূতে দেশ আৰু কালৰ বিৰোধিতা কৰি কাম হাতত লোৱাৰ ফলত প্ৰায়ে সিদ্ধ হওঁ হওঁ অবস্থাত থকা কামো নষ্ট হয় গৈ।

৩৮। আনকি কাৰ্য্যাকাৰ্য্য বিষয়ে ভালদৰে চিন্তা কৰি সুনিশ্চিত কোনো এটা পন্থা নিৰ্দ্ধাৰিত কৰা হলেও অবিমৃশ্যকাৰী দূতে নিজ জনাটো হৈ কামত হাত দিলে তেনে কামো নষ্ট হয়।

৩৯। এতেকে যিদৰে কৰিলে কামটো নষ্ট নহয়, বুদ্ধিহীনতাও প্ৰকাশ নহয় আৰু এই সমুদ্ৰ লঙ্ঘনো মিছাতে নাযায় তেনেবিধৰ কাম কৰাটোহে মোৰ পক্ষে উচিত হব।

৪০। ৰাক্ষসবোৰে যদিহে কোনো প্ৰকাৰে মোক দেখা পায় তেন্তে মহাত্মা ৰামৰ ৰাৱণ বধ কামনা তেনেই নষ্ট হব।

৪১। আন পক্ষে কোনো ৰাক্ষস বা আন কিবা এটা ৰূপ ধাৰণ কৰি থাকিলেও ৰাক্ষসবোৰে নজনাকৈ থকাটো অসম্ভৱ হব।

৪২। মই যি দেখিছো ৰাক্ষসবোৰে গম নোপোৱাকৈ আনকি বায়ুও ইয়াত চলাচল কৰিব নোৱাৰে। এই ঠাইত ভীমকৰ্ম্মা ৰাক্ষসবোৰৰ অবিদিত একেৱেই নাই।

৪৩। যদি মই নিজৰূপ লৈ ইয়াতেই থাকোঁ, তেনেহলে মোৰটো মৰণ হ'বই লগে লগে সবাকীৰ কাৰ্য্যৰো ব্যাঘাত হ'ব।

৪৪। এতেকে নিজ ৰূপ লৈ ইয়াতেই থাকি ৰাত্ৰিকালত নিজেই ক্ষুদ্ৰ এটা ৰূপ ধাৰণ কৰি ৰামৰ কাৰ্য্যসিদ্ধিৰ অৰ্থে লঙ্কাত উপস্থিত হ'ম।

৪৫। এইদৰে নিশাকালত ৰাৱণৰ অলঙ্ঘনীয় এই নগৰীত প্ৰৱেশ কৰি, সকলো ঘৰতে সোমাই জনকাত্মজা সীতাক বিচাৰি চাম।"

৪৬। ইয়াকে সিদ্ধান্ত কৰি কপিপ্ৰৱৰ বীৰ হনুমানে বৈদেহীক দেখা পাবলৈ উৎসুক হৈ বেলি মাৰ যোৱালৈকে অপেক্ষা কৰি থাকিল।

৪৭। তাৰ পিচত সূৰ্য্য অস্ত গলত ৰাতি মাৰুত পুত্ৰ হনুমানে নিজৰ শৰীৰটো সৰু কৰি লৈ মেকুৰী এটাৰ সমান অদ্ভুত দৰ্শন এটা প্ৰাণীৰ ৰূপ ধাৰণ কৰিলে।

৪৮। এইৰূপ লৈ সন্ধ্যাকালত বীৰ্য্যবান হনুমানে ভতালিক জাপ মাৰি বহল বহল ৰাজপথৰ দ্বাৰা বিভক্ত ৰমণীয় লঙ্কা নগৰীত প্ৰৱেশ কৰিলে।

৪৯। প্ৰৱেশ কৰি হনুমানে দেখিলে যে সমগ্ৰ নগৰী প্ৰাসাদসমূহেৰে পৰিব্যাপ্ত, তাৰ স্তম্ভসমূহ সোণৰ সদৃশ আৰু খিড়িকীবোৰো সোণৰ, দেখোঁতে গোটেইখন নগৰী গন্ধৰ্ব্বসকলৰ এখন নগৰৰ নিচিনা।

৫০। তাৰ ঘৰবোৰ সাত আঠ মহলীয়া, মজিয়াবোৰত স্ফটিক আৰু সোণখটোৱা। ৰাক্ষসবোৰৰ ঐশ্বৰ্য্যৰ ঘৰসমূহেৰে সমগ্ৰ নগৰী সুশোভিত।

৫১। এইদৰে ৰাক্ষসবোৰৰ স্বৰ্ণময় বিচিত্ৰ তোৰণবাজিয়ে লঙ্কানগৰীক চাৰিওফালে অলঙ্কৃত কৰি ৰাখিছে।

৫২। মহাকপি হনুমানে অচিন্তনীয় অদ্ভুত আকাৰৰ এই লঙ্কানগৰী দেখি সীতাক দেখা পাবলৈ সমুৎসুক হৈ একে সময়তে হৰ্ষ আৰু বিষাদ উভয়কে অনুভৱ কৰিব ধৰিলে।

৫৩। এইভাৱ লৈয়ে ৰাৱণৰ দ্বাৰা পালিত আৰু ভীম বলশালী ৰাক্ষসগণৰ দ্বাৰা ৰক্ষিত শুভ্ৰ পানি লগা প্ৰাসাদসমূহে মণ্ডিত বহু স্বৰ্ণখচিত গৱাক্ষ আৰু তোৰণাদিৰে সুশোভিত যশস্বিনী লঙ্কা নগৰীত হনুমানে প্ৰৱেশ কৰিলে।

৫৪। এই সময়ত অনেক সহস্ৰ ৰশ্মিযুক্ত চন্দ্ৰ তাৰকাৰাশিৰ মাজত বিৰাজ কৰি লোকসমূহৰ ওপৰত নিজ পোহৰ বিস্তাৰ কৰি হনুমানৰ সহায় স্বৰূপ হৈছে যেন আকাশৰ মাজত উদিত হ'ল।

৫৫। তেতিয়া কপিপ্ৰৱৰ হনুমানে দেখিলে যে সাগৰৰ মাজত সাঁতুৰি-নাদুৰি থকা ৰাজহাঁহৰ যেন ৰূপ শঙ্খপ্ৰভা সদৃশ ক্ষীৰ আৰু মৃণালবৰ্ণাভ চন্দ্ৰৰো আকাশত উদ্ভাসিত হৈ তেনে ৰূপ ধাৰণ কৰিছে।

**। ইতি সুন্দৰ কাণ্ডৰ অন্তৰ্গত দ্বিতীয় সৰ্গ সমাপ্ত ।**

# তৃতীয় সৰ্গ

## লঙ্কাৰ অধিষ্ঠাত্ৰী দেৱীৰ ওপৰত পৰাভৱ

১—২। মহাসত্ত্বসম্পন্ন কালোচিত বিচাৰজ্ঞ কপিপ্ৰৱৰ মাৰুতনন্দন হনুমানে সত্ত্বগুণক* আশ্ৰয় কৰি লম্বমান মেঘখণ্ডৰ নিচিনা উন্নত শিখৰবিশিষ্ট লম্ব নামৰ পৰ্ব্বতত থিতাপি লোৱাৰ পিচত ৰাতি হোৱাত ৰমণীয় উদ্যান আৰু জলাশয়েৰে পৰিপূৰ্ণ লঙ্কা নগৰীত প্ৰবেশ কৰিলে।

৩। এই লঙ্কা নগৰী শৰৎকালৰ মেঘৰ নিচিনা বগা ঘৰ সমূহেৰে পৰিশোভিত, সমুদ্ৰ-গৰ্জ্জনৰ নিচিনা ৰাক্ষসৰ গৰ্জ্জন ধ্বনিৰে ভৰপূৰ আৰু সদায় সাগৰৰ বতাহেৰে প্ৰবাহিত।

৪। গছ-গছনিৰে আগুৰি থকা লঙ্কা সৰ্ব্বতোভাৱে পৰিপুষ্ট ৰাক্ষস সৈন্যেৰে ভৰপূৰ; তাৰ দুৱাৰ আৰু তোৰণসমূহ শুভ্ৰ আৰু মত্তগজৰ প্ৰতিকৃতিৰে সুশোভিত।

৫—৭। সাপবোৰে চাৰিওফালে আগুৰি ৰক্ষা কৰি থকা সুন্দৰ ভোগবতী নগৰীৰ নিচিনা লঙ্কাপুৰীও ৰাক্ষসবিলাকৰ দ্বাৰা সুৰক্ষিত। বিদ্যুৎমালাযুক্ত মেঘেৰে পৰিপূৰ্ণ জ্যোতিৰ্ম্ময় গ্ৰহ নক্ষত্ৰাদিৰে সুশোভিত আৰু প্ৰচণ্ড বতাহৰ ধ্বনিৰে নিনাদিত অমৰাৱতীৰ নিচিনা এই নগৰী হনুমানৰ চকুত পৰিল। তেওঁ প্ৰাচীৰৰ ওচৰ চাপি দেখিলে যে সুবৰ্ণময় ওখ প্ৰাচীৰে নগৰখন চাৰিওফালে আগুৰি আছে আৰু ঠায়ে ঠায়ে ঘুনুৰা লগোৱা পতাকাবোৰ তাত উৰি আছে।

৮—১২। নগৰখনৰ চাৰিওফালে চাই হনুমান আচৰিত হল। তেওঁ দেখিলে যে ইয়াৰ দুৱাৰবোৰ তপ্ত সুবৰ্ণ নিৰ্ম্মিত, যি ভেটিৰ ওপৰত দ্বাৰদেশ স্থাপিত সেইবোৰত বৈদূৰ্য্যমণি খটোৱা। খটখটীবোৰ স্ফটিক আৰু মুক্তামণিৰে বিভূষিত, ৰূপৰ নিচিনা বিমল শুভ্ৰ দুৱাৰ মুখত স্বৰ্ণময় মত্তগজৰ প্ৰতিকৃতি। তাৰ খটখটীবোৰ বৈদূৰ্য্যমণি নিৰ্ম্মিত আৰু মাজভাগত স্ফটিকমণি খটোৱা হোৱাত তাত ধূলিকণা পৰ্য্যন্তও নাই। ঠায়ে ঠায়ে মনোহৰ চাৰিটা চাৰিটা ঘৰৰ সমষ্টিয়ে আকাশ স্পৰ্শ কৰিছে যেন শোভা পাইছে। এই দুৱাৰ মুখবোৰ ক্ৰৌঞ্চ আৰু ময়ূৰ পক্ষীৰ আনন্দ পূৰ্ণ কোলাহলেৰে পূৰ্ণ আৰু ৰাজহংসবিলাক সদায় ইয়াত বিচৰণ কৰি থাকে। নগৰৰ চাৰিওফাল গীত বাদ্য আৰু অলঙ্কাৰৰ শব্দেৰে মুখৰিত। মহাকপি হনুমানে শৃঙ্গত ওপঙি থকা সকলো বস্তুৰ সাৰভূত অলকা নগৰী সদৃশ লঙ্কাৰ ৰূপ দেখি নিজৰ মনতে বৰ আনন্দ লাভ কৰিলে।

* ৰাক্ষসসকল তমঃ আৰু ৰজঃ গুণ প্ৰধান। এতেকে সত্ত্বগুণক আশ্ৰয় কৰিলেহে সিহঁতৰ ওপৰত জয়লাভৰ সম্ভাৱনা। এইহেতুকে সত্ত্বগুণক আশ্ৰয় কৰাৰ কথা উল্লেখ কৰিছে।

১৩। তেতিয়া বীৰ্য্যবান হনূমানে ৰাক্ষসাধিপতিৰ সৰ্ব্বোত্তম, সমৃদ্ধিশালী আৰু মঙ্গলময় এই নগৰী দেখি চিন্তা কৰিব ধৰিলে।

১৪। খোলা তৰোৱাল লৈ ৰাৱণৰ সৈন্যই পহৰা দি থকা এই নগৰী আন কোনোৱে আক্ৰমণ কৰিব নোৱাৰে।

১৫—১৬। অকল কুমুদ অঙ্গদ মহাকপি সুষেণ, মৈন্দ দ্বিবিদ সূৰ্য্যসুত সুগ্ৰীৱ, কুশবনৰ নিচিনা লোমবিশিষ্ট ঋক্ষৰাজ জাম্ববান আৰু মোৰ পক্ষে মাত্ৰ প্ৰসিদ্ধ এই ঠাইলৈ অহাটো সম্ভৱ হব পাৰে।

১৭। তাৰ পিচতে ৰাম আৰু ভায়েক লক্ষ্মণৰ পৰাক্ৰমৰ কথা মনত পৰাত তেওঁৰ দুখৰ ভাৱ আঁতৰিল আৰু মনত আনন্দ পালে।

১৮—১৯। হনূমানৰ ভাব হল এই সমগ্ৰ লঙ্কা যেন সকলো অলঙ্কাৰেৰে ভূষিতা সমৃদ্ধিশালিনী এগৰাকী সুন্দৰী নাৰী। ৰত্নময় প্ৰাচীৰ সমূহেই তাৰ বসন, গো আৰু অশ্বশালাদিয়ে তাৰ অলঙ্কাৰ আৰু যন্ত্ৰাগাৰ সমূহেই তাৰ স্তনযুগল। প্ৰদীপ্ত দীপমালা আৰু চন্দ্ৰৰ পোহৰে তাৰ অন্ধকাৰ আঁতৰাই দিয়াত ৰাক্ষসৰ ৰজা ৰাৱণৰ সেই পুৰী মহাকপিৰ চকুত পৰিল।

২০। প্ৰবেশ কৰি থকা অৱস্থাত লঙ্কানগৰীয়ে নিজ ৰূপ লৈ পৱন নন্দন কপিপ্ৰৱৰক দেখা পালে।

২১—২২। ৰাৱণপালিতা বিকৃতবদনা লঙ্কাই স্বতঃপ্ৰবৃত্ত হৈ তেওঁৰ সন্মুখত থিয় দিলে আৰু কপিশ্ৰেষ্ঠ হনূমানৰ পিনে চাই ভীষণ ৰাৱ গৰ্জ্জন কৰি কব ধৰিলে।

২৩। "হে বনবাসী বানৰ! তুমি কোন? কি কাম কৰিবলৈ আহি ইয়াত উপস্থিত হৈছাহি। জীৱন শেষ হোৱাৰ আগতে আচল কথাটো মোক কোৱা।

২৪। হে বান্দৰ, এই লঙ্কা সকলো প্ৰকাৰে ৰাৱণৰ সৈন্যসমূহৰ দ্বাৰা সুৰক্ষিতা, এতেকে তুমি কোনোপধ্যে ইয়াত প্ৰৱেশ কৰিব নোৱাৰিবা।"

২৫—২৬। মূৰ্ত্তিমতী লঙ্কাৰ কথা শুনি বীৰ হনূমানে সন্মুখত উপস্থিত হোৱা তেওঁক সুধিলে, "তুমি যি সুধিছা তাৰ যথাযথ উত্তৰ মই দিম কিন্তু প্ৰথমতে কোৱাচোন বিৰূপ-নয়না তুমি কোন আৰু কিয়হেবা এই নগৰৰ দুৱাৰ মুখত উপস্থিত হৈছা। হে নিদাৰুণী তুমি কি কাৰণে খঙতে জ্বলি পকি মোক গালি পাৰিব ধৰিছা?"

২৭। হনূমানৰ কথা শুনি কামৰূপিণী লঙ্কাই খঙতে বেছিকৈ জ্বলি পকি উঠি কৰ্কশ স্বৰেৰে পৱনাত্মজ হনূমানক কলে:

২৮। "মই ৰাক্ষসৰাজ মহাত্মা ৰাৱণৰ আজ্ঞাবৰ্ত্তিনী ৰক্ষণে আনে আক্ৰমণ কৰিব নোৱাৰা এই নগৰী ৰক্ষা কৰি আছোঁ।

২৯। মোক অৱজ্ঞা কৰি কোনোৱে ইয়াত প্ৰবেশ কৰিব নোৱাৰে; এতেকে আজি মোৰ হাতত প্ৰাণ বিসৰ্জ্জন দি তুমি ইয়াতে শুই থাকিবা।

৩০। হে বান্দৰ মইয়ে সকলো প্ৰকাৰে এই লঙ্কা নগৰী ৰক্ষা কৰি আছোঁ—মোৰ কবলগীয়া কথা তোমাক কলোঁ।"

৩১। লঙ্কাৰ কথা শুনি বায়ুপুত্ৰ হনুমানে লঙ্কা জয়ৰ প্ৰতি যত্নপৰ হৈ পৰ্ব্বত সদৃশ দৃঢ় হৈ তাত থিয় দি থাকিল।

৩২। তাৰ পিচত কপিপ্ৰবৰে বিকৃত স্ত্ৰীৰূপধাৰিণী লঙ্কাক দেখি কলে :

৩৩। "এই লঙ্কা নগৰী বিতোপন অট্টালিকা আৰু প্ৰাচীৰ আদিৰে সুশোভিতা হৈ থকা দেখি ইয়াক চাবলৈ আহিছোঁ। পৰম কৌতুহলযুক্ত হৈ ইয়াক চাবলৈ আহি ইয়াত উপস্থিত হৈছোহি।

৩৪। লঙ্কাৰ বন, উপবন, কানন আৰু প্ৰধান প্ৰধান ঘৰবোৰ চাম বুলি ইয়ালৈ আহিছোঁ।"

৩৫। হনুমানৰ কথা শুনি কামৰূপিণী লঙ্কাই কটু ভাষাৰে কলে :—

৩৬। "হে দুৰ্বুদ্ধি বানৰাধম, মোক পৰাস্ত নকৰাকৈ তই ৰাক্ষসৰাজ পালিতা এই নগৰী চাব নোৱাৰিবি।'

৩৭। ৰাক্ষসী লঙ্কাৰ কথা শুনি বানৰশ্ৰেষ্ঠ হনুমানে কলে—"হে ভদ্ৰে, নগৰখন চোৱা হলেই মই যিবাটে আহিছিলোঁ সেই বাটেই উভতি যাম।"

৩৮। তেতিয়া লঙ্কাৰাক্ষসীয়ে ভয়ঙ্কৰ এটা শব্দ কৰি ক্ষিপ্ৰ গতিত আগবাঢ়ি আহি কপিপ্ৰবৰৰ গাত হাতেৰে এটা থাপৰ মাৰিলে।

৩৯—৪০। লঙ্কাই থাপৰ মৰাত অতি বলশালী মাৰুত পুত্ৰ হনুমানে গৰ্জ্জি উঠিল আৰু খঙতে অধীৰ হৈ বাওঁহাতৰ আঙুলীবোৰ কোচাই মুঠি মাৰি ৰাক্ষসীৰ গাত মুষ্টিপ্ৰহাৰ কৰিলে।

৪১। স্ত্ৰী বুলিয়েই হনুমানে তাইৰ ওপৰত বিশেষ খং নেদেখুৱালে, তথাপিতো সেই প্ৰহাৰতে বিকৃত আনন আৰু নয়নযুক্তা ৰাক্ষসীযে ব্যাকুল হৈ মাটিত বাগৰি পৰিল।

৪২। তাইক বাগৰি পৰা দেখি তেজস্বী বীৰ হনুমানে স্ত্ৰী বুলিয়ে তাইৰ প্ৰতি পুতৌৰ ভাব দেখুৱালে।

৪৩। সেই প্ৰহাৰতে লঙ্কা ৰাক্ষসীয়ে অতিশয় উদ্বিগ্না হৈ গদ্গদ হৈ মিনতি কৰি বান্দৰপ্ৰবৰ হনুমানক কবলৈ ধৰিলে।

৪৪। "হে মহাবাহু কপিশ্ৰেষ্ঠ তুমি প্ৰসন্ন হৈ মোক ৰক্ষা কৰা, হে সৌম্য, তেজস্বী মহাবলশালী লোকে সদায় সময়ৰ বিধান মানি চলে।

৪৫—৪৬। হে প্ৰবঙ্গম, ময়েই এই লঙ্কা নগৰী। আজি তোমাৰ হাতত মই পৰাস্ত হলোঁ। হে বান্দৰশ্ৰেষ্ঠ হনুমান, স্বয়ম্ভু ব্ৰহ্মাই মোক দিয়া বৰৰ কথা কওঁ শুনা :—

৪৭। কোনো এটা বান্দৰে নিজ বলেৰে যেতিয়া তোমাক তেওঁৰ বশলৈ আনিব তেতিয়াই তুমি ৰাক্ষসবোৰৰ ভয়ৰ কাৰণ উপস্থিত হৈছে বুলি জানিবা।

৪৮। হে সৌম্য, আজি তোমাক দেখি মোৰ সেই সময় উপস্থিত হৈছে বুলি অনুমান হৈছে। স্বয়ম্ভু ব্ৰহ্মাই কোৱা সত্যবাণী কেতিয়াও অন্যথা নহয়।

৪৯। সীতাৰ কাৰণেই দুৰাত্মা ৰজা ৰাৱণ আৰু সকলো ৰাক্ষসৰ বিনাশৰ সময় উপস্থিত হৈছে।

৫০। হে হৰিশ্ৰেষ্ঠ, এতিয়া ৰাৱণপালিত এই লঙ্কাত প্ৰৱেশ কৰি তোমাৰ যি ইচ্ছা তাকে কৰা।

৫১। হে কপিপ্ৰৱৰ! শাপগ্ৰস্তা ৰাক্ষসৰাজ পালিতা মনোৰম এই লঙ্কা নগৰীত প্ৰৱেশ কৰি তুমি যলৈকে তলৈকে গৈ জনকনন্দিনী সতী সীতাৰ অন্বেষণ কৰা।"

**॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত তৃতীয় সৰ্গ সমাপ্ত ॥**

# চতুৰ্থ সৰ্গ

## ৰাৱণৰ অন্তঃপুৰত প্ৰৱেশ

১—২। মহা সত্ত্বসম্পন্ন তেজস্বী আৰু বীৰ্য্যশালী কপিশ্ৰেষ্ঠ হনুমানে কামৰূপিণী প্ৰসিদ্ধা লঙ্কাক পৰাস্ত কৰি অপ্ৰশস্ত বাৰ ডাগেদি প্ৰাচীৰ পাৰ হৈ ৰাতিৰ ভিতৰতে লঙ্কাত সোমাল।

৩। কপিৰাজ সুগ্ৰীৱৰ হিত কামনা কাৰ হনুমানে শত্ৰুৰ মূৰত ভৰি দি আগবঢ়াৰ দৰে বাওঁ ভৰি আগবঢ়াই লঙ্কাত প্ৰৱেশ কৰিলে।

৪—৬। এইদৰে লঙ্কাত সোমাই ফুলি থকা গছ-লতা সমূহেৰে বিভূষিত ৰাজপথেৰে ৰমণীয় লঙ্কানগৰীৰ পিনে যাওঁতে মাৰুত পুত্ৰ হনুমানে দেখিলে যে নগৰখন হাঁহিৰ ৰোল আৰু সুললিত গীতবাদ্যাদিৰ ধ্বনিৰে মুখৰিত হৈ আছে;

৭—৯। তেওঁ দেখাত সেই সমস্ত ৰাক্ষসাবাসৰ সুন্দৰ ঘৰবোৰেৰে লঙ্কা নগৰীয়ে উজ্জল এটা ৰূপ ধাৰণ কৰি আছিল। ঘৰবোৰ শুভ্ৰ মেঘমালাৰ নিচিনা আৰু নানা প্ৰকাৰে চিত্ৰিত। চাৰিওফালে পদ্ম, স্বস্তিক, বৰ্দ্ধমান আদি সংখ্যক বিভিন্ন ধৰণে ঘৰসমূহ সংস্থাপিত হোৱাত সমগ্ৰ নগৰীয়ে সুন্দৰ শোভা ধাৰণ কৰি বিৰাজমান হৈছিল। কপিৰাজ সুগ্ৰীৱৰ পৰম হিতৈষী হনুমানে বিচিত্ৰ মালা আৰু আভৰণৰ দ্বাৰা অলঙ্কৃত চাৰিওফালৰ লঙ্কাৰ ৰূপ দেখি পৰম আনন্দ লাভ কৰিলে আৰু ৰামৰ কাৰ্য্যসাধন কৰাৰ উদ্দেশ্যে ই ঘৰৰপৰা সি ঘৰলৈ গৈ চাই ফুৰিব ধৰিলে।

১০—১১ এইদৰে অ'ত ত'ত বিবিধ ৰূপ আৰু আকাৰৰ ঘৰবোৰ চাই চাই গৈ থাকোতে বক্ষ, কণ্ঠ আৰু শিৰোভাগৰ পৰা উৎপন্ন মন্দ, মধ্য আৰু তাৰস্বৰযুক্ত সুমধুৰ গীতধ্বনি শুনিব পালে আৰু লগে লগে সৰগৰ অপ্সৰাসকলৰ নিচিনা কামাতুৰ স্ত্ৰীসকলৰ কৰধনী ( ঘুনুৰা লগোৱা হাৰ ) আৰু নূপুৰৰ ধ্বনিও তেওঁৰ কাণত পৰিল।

১২। ঠায়ে ঠায়ে ডাঙৰ ডাঙৰ ৰাক্ষসবোৰৰ ঘৰত খটখটিয়েদি উঠা নমা কৰা ভৰিৰ শব্দ, কৰধ্বনি আৰু সিংহগৰ্জ্জন সদৃশ গভীৰ কণ্ঠস্বৰো তেওঁৰ কাণত পৰিল।

১৩। হনুমানে শুনিলে কোনো কোনো ৰাক্ষসৰ ঘৰত সিহঁতে মন্ত্ৰ জপ কৰিছে আৰু আৰু ক'তো বা সিহঁত বেদপাঠত নিৰত হৈ আছে।

১৪। ক'তো বা ৰাৱণৰ স্তৱ পাঠ কৰি সিহঁতে ভীষণ স্বৰে গৰ্জ্জন কৰি আছে আৰু ঠায়ে ঠায়ে ৰাক্ষসসকলে দলপাতি ৰাজপথ আগুৰি আছে।

১৫—১৬। তাৰ পিচত ৰাৱণৰ অন্তঃপুৰৰ মধ্যম কক্ষত উপস্থিত হৈ হনুমানে ৰাক্ষসবোৰৰ বহুত গুপ্তচৰ তাত দেখা পালে। সিহঁতৰ বহুতেই দীক্ষিত, জটাধাৰী, মুণ্ডিত শিৰস্ক, কিছুমান গো-চৰ্ম্ম পৰিধানকাৰী, কিছুমান বা দিগম্বৰ। কিছুমান কুশাস্ত্ৰধাৰী কিছুমান অগ্নিকুণ্ড ৰূপ অস্ত্ৰধাৰী। কিছুমানৰ হাতত লোৰ কূট অথবা মুদ্গৰ আৰু কিছুমানৰ হাতত দণ্ড।

১৭—২১। কপিপ্ৰবৰে আৰু দেখিলে যে ৰাক্ষসবোৰৰ কাৰো কাৰো একেটা মাত্ৰ চকু, এখন কাণ, ওলমি থকা এটামাত্ৰ স্তন। সিহঁতৰ মুখৰ আকৃতি ভয়ঙ্কৰ, আৰু বক্ৰ। দেখোতে সিহঁত ভয়লগা আৰু কিছুমান বা তেনেই খৰ্ব্বাকৃতিৰ। সিহঁত বিৰূপ, বহুৰূপী; তাৰ ভিতৰতে আকৌ কিছুমান স্বৰূপ আৰু তেজ শ্ৰীসম্পন্ন, সিহঁতৰ হাতে হাতে ধ্বজ, পতাকা আৰু নানা তৰহৰ অস্ত্ৰ। শক্তি, বজ্ৰাস্ত্ৰ, পট্টীশ, অশনি, নিক্ষেপ উপযোগী পাশাস্ত্ৰও বহুতৰ হাতত বিৰাজ কৰি আছে।

২২—২৩। ইয়াৰ উপৰিও, মালাদিৰে শোভিত, সুগন্ধি অনুলেপনেৰে ৰঞ্জিত, মনোহাৰী বসনপৰিহিত আৰু নানাতৰহৰ বেশভূষাৰে মণ্ডিত, যথেচ্ছ গমনশীল বহুত ৰাক্ষস কপিপ্ৰবৰে তাত দখা পালে। সিহঁতৰ ভিতৰত বহুতো মহাবলী ৰাক্ষসে সুতীক্ষ্ণ শূল আৰু বজ্ৰ আদি লৈ ৰাজ অন্তঃপুৰৰ মাজভাগ অতি সাবধানে পহৰা দি থকা তেওঁ দেখিলে।

২৪—২৮। তাৰ পিচত মহাকপি হনুমানে ৰাক্ষসাধিপতিৰ নিৰ্দ্দেশমতে অন্তঃপুৰৰ সম্মুখত সুবৰ্ণ নিৰ্ম্মিত মহা প্ৰাচীৰে আগুৰা পৰ্ব্বতৰ শিখৰত স্থাপিত ৰাক্ষসৰাজৰ সুবিখ্যাত ভৱন দেখা পালে। পৰিখা আৰু প্ৰাচীৰ বেষ্টিত এইস্থান দেখোতে স্বৰ্গৰ নিচিনা আৰু স্বৰ্গীয় স্বৰধ্বনিৰে মুখৰিত, ঘোঁৰা আৰু তেনেকুৱা অদ্ভুত প্ৰাণী সমূহৰ নাদেৰে নিনাদিত, ৰথ, বিমান, সুশোভন অশ্ব আৰু গজাদিৰে সুশোভিত। ইয়াৰ দ্বাৰদেশ শুভ্ৰমেঘ সদৃশ চাৰিদাঁতীয়া হাতী, মত্ত মৃগ আৰু পক্ষী সমূহৰ দ্বাৰা বিভূষিত।

২৯। অৱশেষত হাজাৰ হাজাৰ মহাবলী ৰাক্ষসবোৰৰ দ্বাৰা সুৰক্ষিত ৰাক্ষসৰাজৰ সুগুপ্ত এই ভৱনত মহাকপি হনুমান সোমাল গৈ।

৩০। এইদৰে প্ৰবেশ কৰি হনুমানে দেখিলে যে ৰাৱণৰ অন্তঃপুৰ সপ্ত বৰ্ণ হেম আৰু ষোড়শ বৰ্ণ জাম্বুনদ স্বৰ্ণৰে নিৰ্ম্মিত আৰু মহাৰ্হমণিমুক্তাৰে সুশোভিত। প্ৰাচীৰৰ দ্বাৰা পৰিবেষ্টিত হৈ অত্যুৎকৃষ্ট ক'লা অগৰু আৰু চন্দনৰ সুগন্ধেৰে এই ঘৰ মলমলাই আছে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত চতুৰ্থ সৰ্গ সমাপ্ত ॥

# পঞ্চম সৰ্গ

## ৰাক্ষস আৰু ৰাক্ষস-পত্নীসকলৰ ক্ৰীড়াৰস বৰ্ণনা

১। তাৰ পিচত শক্তিসম্পন্ন হনুমানে দেখিলে যে আকাশৰ মাজভাগত অংশুমালী চন্দ্ৰই সূৰ্য্যসংযোগযুক্ত কিৰণমালাৰে উদ্ভাসিত হৈ নিজ গোষ্ঠৰ মাজত বিচৰণ কৰি ফুৰা মত্তবৃষভসদৃশ শোভা ধাৰণ কৰিছে।

২। হনুমানে দেখিলে চন্দ্ৰই তেওঁৰ শীতল কিৰণৰ দ্বাৰা লোকসমূহৰ পাপজনিত দুখ দূৰ কৰিছে। মহাসমুদ্ৰত জোৱাৰ তুলিছে আৰু সকলো জীৱজন্তুক নিজ জেউতিৰে উদ্ভাসিত কৰি আকাশ পথেৰে গৈ আছে।

৩। দিবাভাগত মন্দৰপৰ্ব্বতত, সন্ধ্যাকালত সমুদ্ৰত, অথবা পানীত থকা পদুমত যি শোভা দেখা যায়, এতিয়া ৰাত্ৰিকালত চন্দ্ৰত সেই শোভা দেখা গৈছে।

৪। ৰূপৰ সজাৰ ভিতৰত থকা হাঁহৰ, মন্দৰপৰ্ব্বতৰ গহ্বৰত থকা সিংহৰ অথবা মত্তগজাৰূঢ় বীৰপুৰুষৰ যি শোভা এই সময়ত আকাশৰ মাজত থকা চন্দ্ৰতো তেনে শোভা দেখা গৈছিল।

৫। জোঙাল শিং থকা ষাঁড় অথবা উচ্চ শিখৰবিশিষ্ট শ্বেত মহাপৰ্ব্বত অথবা সোণেৰে বন্ধোৱা শৃঙ্গবিশিষ্ট ( শ্বেত ) হস্তীৰ যি ৰূপ সেইসময়ত চন্দ্ৰৰ কলঙ্কৰূপ হৰিণশৃঙ্গ প্ৰকাশ পোৱাত তেওঁৰো ৰূপ তদনুৰূপ হৈছিল।

৬। বৰ্ষাকাল অতীত হোৱাৰ পিচত আকাশৰ শীতল জলকণাৰূপ মলিনতা ( অৰ্থাৎ কুঁৱলী ) দূৰ হল, মহাগ্ৰহ সূৰ্য্যৰ কিৰণসংসৰ্গত চন্দ্ৰৰ প্ৰভা অধিকমাত্ৰাই প্ৰকাশ পাব ধৰিলে আৰু তেতিয়া তেওঁৰ শৰীৰৰ কলঙ্কৰ চিন ভালদৰে প্ৰকাশ পোৱাত চন্দ্ৰই ভগবান শশাঙ্কৰূপে স্পষ্টভাৱে আকাশত প্ৰকাশ হল।

৭। পৰ্ব্বতৰ পাদদেশত অৱস্থিত মৃগেন্দ্ৰ, মহাৰণ্যৰ মাজত গজেন্দ্ৰ অথবা ৰাজ্যলাভ কৰাৰ পিচত নৰেন্দ্ৰই যি শোভা পায় আকাশত চন্দ্ৰয়ো তেনে শোভা পালে।

৮। সেই সময়ত সন্ধ্যাকাল পৰি গৈ ৰাত্ৰিৰ প্ৰথম যাম ( তিনি ঘণ্টা ) অতীত হৈছে প্ৰায়, উদিত চন্দ্ৰৰ ৰূপ ভালদৰে প্ৰকাশ পোৱাত অন্ধকাৰ আঁতৰি গৈছে ; এনে অৱস্থাত ৰাক্ষসবোৰৰ মাংস ভোজনৰ মাত্ৰা ক্ৰমাৎ চৰি আহিছে আৰু লগে লগে ৰমণীসকলৰ প্ৰণয় কলহ শাম কাটিছে ; সৰ্ব্বত্ৰ অন্তঃপুৰতে এটা সুখৰ সোঁত বব ধৰিছে আৰু লগে লগে প্ৰদোষ-কালৰো গৌৰৱ বাঢ়ি উঠিছে।

৯। ঠায়ে ঠায়ে অতিমধুৰ বীণাধ্বনি শুনা গৈছে ; পতিব্ৰতা নাৰীবোৰে স্বামীৰ লগত গাতে গা লগাই শুই আছে আৰু আনপিনে নিশাচৰ ৰাক্ষস আৰু পশুপক্ষীবোৰে নিষ্ঠুৰ বিহাৰ কাৰ্য্যত ৰত হৈছে।

১০। এই সময়তে কপিপ্রবৰ ধীমান হনুমানে দেখিলে যে ৰাক্ষসবোৰৰ ঘৰবোৰ ঐশ্বৰ্য্যপূৰ্ণ আৰু মদ্যপানাদিৰ কাৰণে প্ৰমত্ত ৰাক্ষসবিলাকৰ দ্বাৰা পৰিপূৰ্ণ, ৰথ, ঘোঁৰা আৰু শ্ৰেষ্ঠ আসনসমূহ তাত ভৰি আছে আৰু সকলো ঘৰতে বীৰত্ব আৰু সৌন্দৰ্য ভালদৰে প্ৰকাশ পাইছে।

১১—১২। তেওঁ আৰু দেখিলে ৰাক্ষসবোৰৰ কিছুমানে কাজিয়া কৰি আছে, কিছুমানে সিহঁতৰ বৃহৎ বাহু আস্ফালন কৰিব ধৰিছে, কিছুমানে বা উন্মত্ত হৈ প্ৰলাপকে বকিছে আৰু আন কিছুমানে বা পৰস্পৰক তিৰস্কাৰ কৰিব ধৰিছে। কিছুমানে বুকুৰে আস্ফালন কৰিছে। কিছুমানে আকৌ সিহঁতৰ নিজ প্ৰিয়াক আলিঙ্গন কৰিবলৈ গৈ সিহঁতৰ ওপৰত শৰীৰটোকে ঢালি দিছে, কোনোৱে বা শৰীৰৰ বিচিত্ৰ সাজপোছাক দলিয়াই পেলাব ধৰিছে আৰু কোনোৱে বা ধনু হাতত লৈ দৃঢ়মুষ্টিৰে গুণ টানিছে।

১৩। তাৰ পিচত হনুমানে দেখিলে পুৰুষ ৰাক্ষসবোৰৰ নিচিনা তিৰোতাবিলাকৰ ভিতৰতো কিছুমানে গাত চন্দনাদি অনুলেপন সানিব ধৰিছে, কিছুমানে বা শুইয়ে আছে। ধুনীয়ামুখৰ কিছুমানে বা হাঁহিতে মত্ত হৈ আছে, কিছুমানে বা খঙতে অধীৰা হৈ দীৰ্ঘনিঃশ্বাস পেলাব ধৰিছে।

১৪। মহাগজৰ নাদ, পৰমপূজনীয় বিভীষণাদি সাধু ৰাক্ষসবিলাকৰ শোভা আৰু বীৰ ৰাক্ষসবিলাকৰ দীঘল ভপত নিঃশ্বাস এই সকলোকে লৈ অন্তঃপুৰখন মহাকপি হনুমানৰ মানত কোঁচকোঁচনিৰে দীৰ্ঘনিঃশ্বাসযুক্ত ভুজঙ্গসমূহেৰে বিৰাজমান এটা মহা হ্ৰদৰ নিচিনা লাগিল।

১৫। তাৰ পিচতে বহুত সুবুদ্ধিসম্পন্ন, মিষ্টভাষী, আস্তিকমতিযুক্ত জগতৰ ভিতৰতে প্ৰধান, সুন্দৰ সুন্দৰ নামযুক্ত ৰাক্ষস নানা বেশভূষাৰে মণ্ডিত হৈ থকা হনুমানে নগৰীৰ ভিতৰত দেখা পালে।

১৬। এইদৰে সুৰূপসম্পন্ন নানা গুণে বিভূষিত, আত্মগুণানুৰূপ সুশ্ৰী ৰাক্ষসসকলক দেখি হনুমানে মনত নথৈ আনন্দ পালে, লগতে বিৰূপাকৃতি কিছুমান ৰাক্ষসো সিহঁতৰ বেশভূষাৰ বলত তেওঁৰ চকুত সুৰূপ যেন লাগিল।

১৭। হনুমানে দেখিলে এই নগৰীতে বহুত শ্ৰেষ্ঠ বেশভূষাৰ অধিকাৰিণী, মহানুভাৱা, বিশুদ্ধমতিসম্পন্না ৰাক্ষসীয়ে প্ৰিয়পতি আৰু মদ এই দুয়োতে অনুৰক্তা হৈ তাৰকামণ্ডলীৰ নিচিনা জিলিকি আছে।

১৮। হনুমানে দেখিলে ৰাত্ৰিকালত বিহগীয়ে যিদৰে বিহগক আগুৰি ধৰি আলিঙ্গন কৰি থাকে, অন্তঃপুৰতো বহুত ৰমণীয়ে তেওঁলোকৰ স্বামীক আলিঙ্গন কৰাত লাজ আৰু হৰ্ষতে তেওঁলোকৰ সৌন্দৰ্য্য অধিকগুণে চৰি উঠিছে।

১৯। তেওঁ আৰু দেখিলে যে আন কিছুমানে তেওঁলোকৰ অট্টালিকাৰ তলত স্বামীৰ কোলাত বহি স্বামীৰ আদৰ পাই স্বামীসেৱাৰূপ ধৰ্ম্মপৰায়ণা হৈ কামভাৱত মত্তা হৈ আছে।

২০—২১। তাৰ পিচত হনুমানে দেখিলে যে সুবৰ্ণৰেখাসদৃশ শোভাবিশিষ্ট বহুত ৰমণীৰ শৰীৰৰ ওপৰভাগত কোনো কাপোৰ নাই; তেওঁলোকে চন্দ্ৰকান্তিসদৃশ শৰীৰ লৈ স্বামীসঙ্গ নাপায়ো মনোহৰ ৰূপ ধাৰণ কৰি আছে; অলপ সময়ৰ পিচতে তেওঁলোকৰ চিত্ত-

প্ৰসাদক প্ৰিয় স্বামীৰ সঙ্গ লাভ কৰি পৰম প্ৰীতা হৈ ফুলি উঠা ফুল এটিৰ নিচিনা ৰূপৱতী হৈ সুন্দৰ শোভা ধাৰণ কৰিছে।

২২। লগতে চন্দ্ৰৰ নিচিনা মুখেৰে, ধুনীয়া ভ্ৰূযুগলবিশিষ্টা চাৰুনয়না, অপাঙ্গ দৃষ্টিযুক্ত বহুত ৰমণী বিদ্যুৎপ্ৰভাবিশিষ্ট সুশোভাযুক্ত মালাৰে বিভূষিতা হৈ থকা তেওঁ দেখিলে।

২৩। কিন্তু আভিজাত্যসম্পন্না, ধৰ্ম্মানুচাৰিণী ৰাজকুলজা, সুন্দৰৰূপে প্ৰফুল্ল লতাৰ সদৃশ বৰ্দ্ধিতা আৰু ব্ৰহ্মাই নিজ মানসপটৰপৰা যাক সৃষ্টি কৰিছে, তথাপি সেই সীতাক হনুমানে ক'তো দেখা নাপালে।

২৪—২৭। যি সীতা সদায় সনাতন পাতিব্ৰত্য ধৰ্ম্মচাৰিণী, ৰামেই যাৰ একমাত্ৰ ধ্যান, কামৰ ভাবতো ৰামতেই যাৰ মন, স্বামীৰ অন্তৰত প্ৰবেশ কৰি যি জনাই স্বামীৰ সৌভাগ্যৰ অধিকাৰিণী হৈছে আৰু জগতৰ শ্ৰেষ্ঠ স্ত্ৰীসমূহৰ ভিতৰতে উত্তমা; যি স্বামীৰ বিৰহ পীড়াতে চকুৰ পানী মচি এতিয়া বাষ্পৰুদ্ধকণ্ঠা, আগতে স্বামীৰ লগত বাস কৰা কালত যাৰ ডিঙিত উত্তম অলঙ্কাৰে শোভা পাইছিল যাৰ চকুৰ নোমবোৰ সুশ্ৰীসম্পন্ন, কণ্ঠস্বৰ অতি সুমধুৰ আৰু যিজনা বনবিহাৰিণী ময়ূৰীসদৃশ মনোহাৰিণী, স্বামীবিৰহতে যি জনা বৰ্ত্তমানে মেঘাবৃত চন্দ্ৰৰেখা অথবা ধূলিমিশ্ৰিত স্বৰ্ণৰেখা অথবা বায়ুবিক্ষত মেঘৰেখা সদৃশ কান্তিহীনা প্ৰাণীসমূহৰ ভিতৰত শ্ৰেষ্ঠ মানবেশ্বৰ ৰামচন্দ্ৰৰ পত্নী সেই সীতাক বহুত অন্বেষণ কৰিও কতো দেখা নাপাই কপিপ্ৰবৰ হনুমান অতিশয় দুঃখিত হৈ সীতাক বিচৰাকাৰ্য্যত শিথিল হল।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত পঞ্চম সৰ্গ সমাপ্ত ॥

# ষষ্ঠ সৰ্গ

## হনুমানৰ দ্বাৰা ঘৰে ঘৰে সীতাৰ অন্বেষণ

১—২। কামৰূপী কপিপ্ৰবৰ লক্ষ্মীবান্ হনুমানে ইচ্ছানুসৰি লৰালৰিকৈ সাতত্লাৰ গৃহসমূহত সীতাক বিচাৰি বিচাৰি লঙ্কা নগৰীত ঘূৰি ফুৰিব ধৰিলে আৰু শেহত সূৰ্যসম সমুজ্জ্বল প্ৰাচীৰেৰে আবৃত ৰাক্ষসৰাজ ৰাৱণৰ বাস ভৱনত উপনীত হ'ল।

৩। সিংহই ডাঙৰ অৰণ্য ৰক্ষা কৰি থকা দি ভীষণ আকৃতিৰ ৰাক্ষসবোৰে এই ঠাই ডোখৰ ৰক্ষা কৰি থকা দেখি কপিপ্ৰবৰে তাতো তন্ন তন্ন কৈ বিচাৰি চাবলৈ সাজু হ'ল।

৪। তাৰ ভৱনসমূহ সোণ আৰু ৰূপ খটোৱা নানা চিত্ৰে ৰঞ্জিত তোৰণে সুশোভিত। বিচিত্ৰ কক্ষ যুক্ত ; ইযাৰ দুৱাৰবোৰ ধুনীয়াকৈ লগোৱা।

৫। গজাৰোহী মাউত আৰু শ্ৰমহীন বীৰপুৰুষসকল তাত নিযুক্ত,

৬। ৰথবাহী অতিশয় বেগবান অশ্ব, সিংহ আৰু ব্যাঘ্ৰ চৰ্ম্মে আচ্ছাদিত সোণ আৰু ৰূপ খটোৱা হাতীৰ দাঁতৰ প্ৰতিমা, কিঙ্কিণীৰ শব্দে নিনাদিত বিচিত্ৰ ৰথসমূহ সদায় তাত বিৰাজ কৰি থাকে।

৭—৮। এই ভুবনসমূহ বহুত ধনৰত্ন আৰু অত্যুৎকৃষ্ট আসনেৰে পৰিপূৰ্ণ, মহা মহাৰথসমূহৰ আগাৰ আৰু মহাৰথীসকলৰ বাসস্থান, চাৰিওফালে অত্যুৎকৃষ্ট দৃশ্য আৰু হেজাৰ-বিজাৰ নানা তৰহৰ পশু পক্ষীৰে পৰিপূৰ্ণ।

৯—১০। অন্তঃপুৰৰ সীমান্তভাগ সুশিক্ষিত ৰাক্ষসৰ দ্বাৰা সুৰক্ষিত আৰু অন্তৰ্ভাগ প্ৰধান প্ৰধান বৰাঙ্গনাসমূহেৰে পৰিপূৰ্ণ, আনন্দত উৎফুল্ল ৰমনাৰীসকলৰ অলঙ্কাৰৰ জন জননীত অন্তঃপুৰৰ ভিতৰখন ভৰঙ্গ মুখৰিত সমুদ্ৰৰ দৰে হৈ পৰিছিল।

১১—১২। ঘৰসমূহ ৰজাঘৰৰ ছত্ৰ, চামৰাদি সকলো শোভাৰে সুশোভিত আৰু উৎকৃষ্ট চন্দনাদিৰ অনুলেপনেৰে ৰঞ্জিত, বৃহৎ অৰণ্য যিদৰে সিংহৰ দ্বাৰা পৰিপূৰ্ণ হৈ থাকে এই অন্তঃপুৰো শ্ৰেষ্ঠ শ্ৰেষ্ঠ ৰাক্ষস সমূহেৰে পৰিপূৰ্ণ, ভেৰী মৃদঙ্গ আদি বাদ্যযন্ত্ৰ সদায় তাত বাজিয়ে আছে। তাত ৰাক্ষসসকল যজ্ঞৰ কাৰণে উৎপন্ন সোম আৰু নিজ নিজ ইষ্টদেৱতাৰ পূজাত ৰত।

১৩—১৫। তাৰ ভিতৰত কপিশ্ৰেষ্ঠ হনুমানে দেখিলে সমুদ্ৰসদৃশ গম্ভীৰ ৰৱযুক্ত সেই অন্তঃপুৰত অত্যুৎকৃষ্ট ৰত্নাৱলীৰে পৰিব্যাপ্ত আৰু মহৎ মহা ৰত্নসমূহে পৰিপূৰ্ণ মহাত্মা ৰাৱণৰ বিশাল ভৱন বিৰাজমান। হাতী, ঘোঁৰা আৰু ৰথেৰে পৰিপূৰ্ণ ৰাৱণৰ ভৱন কপিপ্ৰবৰৰ মনত লঙ্কাৰ এটা অলঙ্কাৰস্বৰূপ বুলি বোধ হ'ল। কপিপ্ৰবৰ হনুমানে ৰাৱণৰ ওচৰত থকা এই ভৱন সমূহত সীতাৰ অনুসন্ধান কৰি ফুৰিবলৈ ধৰিলে।

১৬। এইদৰে সেই স্থানৰ ভৱনে ভৱনে আৰু চাৰিওফালে থকা উদ্যানসমূহত বিচাৰি চাই মনত কোনো ভয় বা শঙ্কা নোহোৱাকৈ ৰাক্ষসবোৰৰ প্ৰাসাদবোৰ তন্ন তন্নকৈ বিচাৰিব ধৰিলে।

১৭-২৭। মহাবেগী শক্তিশালী পৱননন্দন হনুমানে লাফ দি দি প্ৰহস্ত আৰু মহাপাৰ্শ্বৰ, ভৱনত অনুসন্ধান কৰিলে, তাৰপিচত কুম্ভকৰ্ণৰ মেঘসদৃশ অট্টালিকাত বিচাৰি চাই ক্ৰমে বিভীষণ, মহোদৰ, বিৰূপাক্ষ বিদ্যুজ্জিহ্ব, বিদ্যুন্মালী, বজ্ৰদংষ্ট্ৰ, মহাবেগশালী শুক, ধীমান্ সাৰণ, ইন্দ্ৰজিৎ, জম্বুমালী সুমালী ৰশ্মিকেতু সূৰ্য্যশত্ৰু, বজ্ৰকায় ধূম্ৰাক্ষ, সম্পাতি, ভীমাকৃতি, বিদ্যুদ্ৰূপ, ঘন, বিঘন, শুকনাভ, বক্ৰ, শঠ কপট হ্ৰস্বকৰ্ণ, দংষ্ট্ৰ, লোমশ, যুদ্ধোন্মত্ত অশ্বপৰিচালক ধ্বজগ্ৰীৱ, বিদ্যুজ্জিহ্ব, দ্বিজিহ্ব, হস্তীমুখ কৰালা, বিশাল, শোনিতাক্ষ—এই ৰাক্ষসবোৰৰ ঘৰত চাবলৈ ধৰিলে। বসুমতীয়া এই ঘৰবোৰৰ দেখাৰ লগে লগে সমৃদ্ধিশালী ৰাক্ষসবোৰৰ ঐশ্বৰ্য্যৰ উৎকৰ্ষও মহাযশস্বী কপিপ্ৰৱৰৰ চকুত পৰিল।

২৮। এইদৰে চাৰিওফালে সকলোবে ঘৰবোৰ চাই চাই শ্ৰীমান্ হনুমানে শেহত ৰাক্ষসৰাজ ৰাৱণৰ ঘৰ পালেহি।

২৯—৩০। তাত দেখিলে বিকৃতনয়না বহুত ৰাক্ষসীয়ে ৰাৱণৰ শয়নকক্ষ ৰক্ষা কৰি আছে। তেওঁ দেখিলে এই ৰাক্ষসীবোৰৰ হাতত শূল মুদ্গৰ শক্তি তোমৰ আদি অস্ত্ৰ লৈ ৰাৱণৰ ভৱনত ঠায়ে ঠায়ে দল বান্ধি ৰৈ আছে।

৩১—৩৪। ইয়াৰ উপৰিও নানা অস্ত্ৰশস্ত্ৰ হাতত লৈ থকা বহুত বিৰাটকায় ৰাক্ষস, ৰঙা বগা আৰু ক'লা বৰণৰ বৰ বেগী ঘোঁৰা উচ্চকুলজাত আৰু ৰূপসম্পন্ন হাতীবোৰ তেওঁ তাত দেখা পালে। এই হাতীবোৰ সুশিক্ষিত আৰু যুদ্ধত ঐৰাৱতৰ তুল্য, ইহঁত শত্ৰুপক্ষৰ গজহন্তা আৰু শত্ৰুসৈন্য বিনাশক, ইহঁত দেখাত মেঘ আৰু পৰ্ব্বত সমান, ইহঁতৰ নাদ মেঘৰ গাজনিৰ নিচিনা আৰু সমৰ ক্ষেত্ৰত শত্ৰুপক্ষৰ অপৰাজেয়। হনুমানে দেখিলে সোণৰ অলঙ্কাৰে বিভূষিত হাজাৰ হাজাৰ সৈন্যও তাত আছে।

৩৫—৩৯। তাৰ পিচত ৰাৱণৰ সেই অন্তঃপুৰৰ ভিতৰতে চাৰিওফালে সোণৰ জালে সুশোভিত নানা প্ৰকাৰৰ অসংখ্য পালনা, বিচিত্ৰ লতাগৃহ, আৰু বিবিধ চিত্ৰেৰে পৰিপূৰ্ণ ঘৰ, ক্ৰীড়াগৃহ, কাঠেৰে সজোৱা ক্ৰীড়া পৰ্ব্বত, ৰতিগৃহ, দিনৰ ভাগত বিহাৰৰ উপযোগী ঘৰসমূহো তেওঁৰ চকুত পৰিল। তাৰ পিচত মহাকপি হনুমানে মন্দৰপৰ্ব্বতসমান চাৰিওফালে ক্ৰীড়াময়ুৰ সংস্থাপিত ঠাইসমূহৰে পৰিব্যাপ্ত ধ্বজ পতাকাৰে সুশোভিত ৰাৱণৰ উত্তম ভৱন দেখাপালে। এই ভৱন অনন্ত ৰত্নৰ আকৰ আৰু চাৰিওফালে ঐশ্বৰ্য্যসমূহে ভৰপূৰ, আৰু ধীৰ, স্থিৰ কৰ্ত্তব্যপৰায়ণ পুৰুষসকলৰ দ্বাৰা সুৰক্ষিত; দেখাতে অনুমান হয় মহেশৰ অথবা যক্ষৰাজ কুবেৰৰহে যেন এই ঘৰ।

৪০। ৰাৱণৰ শক্তি আৰু মণিসমূহৰ জ্যোতিতে এই ঘৰ জ্যোতিষ্মান সূৰ্য্যৰ নিচিনাকৈ জিলিকি আছে।

৪১—৪২। ইয়াৰ শয্যা আৰু আসনসমূহ সুবৰ্ণময়। ইয়াত থকা পাত্ৰসমূহ বগা বৰণৰ, আৰু মধু, মদ আদিৰ ৰসেৰে ভিতি থকা। মণি-মুকুতা আৰু উত্তম পাত্ৰসমূহৰ

ঘাৰা ভৰি থকা গোটেই ঘৰটোৱেই যেন যক্ষৰাজ কুবেৰৰহে বাসস্থান এনে অনুমান হৈছিল।

৪৩—৪৪। তিৰোতাবিলাকৰ নূপুৰ আৰু কৰধনীৰ শব্দেৰে মুখৰিত, মৃদঙ্গ আৰু তালৰ শব্দেৰে জনুজনাই থকা ধুনীয়া স্ত্ৰীৰে পৰিপূৰ্ণ ডাঙৰ ডাঙৰ কোঠালী থকা বহুতো প্ৰাসাদৰ সমষ্টি ৰাৱণৰ এই ৰাজটোলত হনুমানে প্ৰৱেশ কৰিলে।

**॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত ষষ্ঠ সৰ্গ সমাপ্ত ॥**

## সপ্তম সৰ্গ

## ৰাৱণৰ আন আন ঘৰৰ বৰ্ণনা

১। বৰ্ষাকালত বিহঙ্গকুল পৰিব্যাপ্ত বিদ্যুন্মালাসংযুক্ত মেঘমালাৰ নিচিনা বৈদূৰ্য্যমণি খটোৱা সোণৰ খিড়িকীৰে সুশোভিত ৰাৱণৰ প্ৰাসাদসমূহ বলশালী হনুমানৰ চকুত পৰিল।

২। প্ৰাসাদসমূহৰ ভিতৰতে আন আন বহুত ঘৰ তেওঁ দেখা পালে। তাৰে কিছুমান অতি প্ৰশস্ত শঙ্খ আদিৰ দ্বাৰা শোভিত, কিছুমান আকৌ পৰ্ব্বতৰ নিচিনা ওখ আৰু কিছুমানৰ টোপত চন্দ্ৰকান্ত মণি খটোৱাত দেখিবলৈ চকুত লগা হৈ পৰিছে।

৩। নিজ বাহুবলেৰে উপাৰ্জ্জন কৰা নানা ধনৰত্নেৰে পৰিপূৰ্ণ এই ঘৰবোৰ দেৱতা আৰু অসুৰবিলাকৰো পূজ্য, আৰু সকলো প্ৰকাৰৰ দোষশূন্য।

৪। হনুমানে দেখিলে যে লঙ্কাধিপতিৰ এই ঘৰবোৰ সাক্ষাৎ ময়দানবেহে যেন নিজ হাতে নিৰ্ম্মাণ কৰি বহুযত্নে যথাস্থানত সংস্থাপিত কৰি পৃথিৱীৰ ভিতৰতে সৰ্ব্বগুণশ্ৰেষ্ঠ কৰি ৰাখিছে।

৫। এই অট্টালিকাবোৰ চোৱাৰ পাচত ৰাক্ষসৰাজৰ নিজবলৰ অনুৰূপ মেঘবৰ্ণ সুবৰ্ণময় মনোহৰ আৰু ওখ আন এটা ঘৰ হনুমানৰ চকুত পৰিল।

৬। হনুমানে দেখিলে এই ঘৰ বহুতো উজ্জল ৰত্নাদিৰে শোভিত, এই ঘৰটো দেখি হনুমানৰ ভাব হ'ল স্বৰ্গখনহে যেন নামি আহি পৃথিৱীত বৈ আছে; ৰত্নৰ শোভাতে নানাজাতীয় গছলতাৰ ফুল আৰু ফুলৰ ৰেণু ব্যাপি থকা পৰ্ব্বতৰ টিঙৰ নিচিনাকৈ এই ঘৰটো জিলিকি আছে।

৭। বিজুলীৰে শোভিত মেঘ, অথবা কীৰ্ত্তিমান পুণ্যশীল লোকৰ হংসবাহন যুক্ত

শ্ৰীবিভূষিত বিমানৰ নিচিনাকৈ সুন্দৰী তিৰোতাবিলাকৰ দ্বাৰা পূৰ্ণ ৰাৱণৰ এই ঘৰটোও জিলিকি থকা হনুমানে দেখিলে।

৮। নানা ধাতুৰ ৰঙেৰে ৰঞ্জিত গিৰিশৃঙ্গ অথবা গ্ৰহচন্দ্ৰাদিৰে শোভিত আকাশৰ নিচিনা, বহুৰত্নখচিত নানা ৰঙেৰে শোভিত ৰাৱণৰ পুষ্পক নামৰ ৰথখন হনুমানৰ চকুত পৰিল।

৯। এই ৰথত বহুতো মানুহ বহিব পৰাকৈ ঠাই আছে; সেই ঠাইবোৰ কৃত্ৰিম পৰ্ব্বতশ্ৰেণীৰে পৰিপূৰ্ণ, পৰ্ব্বতবোৰ আকৌ গছ-গছনিৰে আগুৰা আৰু গছ-গছনিবোৰো ফুল আৰু ফুলৰ কেশৰেৰে শোভিত।

১০। তাত সজোৱা ঘৰবোৰ বগা, পুখুৰী বোৰ পদুম ফুলেৰে পৰিপূৰ্ণ, ইয়াৰ উপৰিও বিচিত্ৰ বন আৰু সৰোবৰসমূহো তাত সজাই থোৱা হৈছে।

১১—১২। মহাকপি হনুমানে দেখিলে পুষ্পকনামৰ এই ৰথ নানাৰত্নৰ প্ৰভাৰত উজ্জ্বল হৈ চাৰিওফালে ঘূৰি থাকি দেৱতাসকলৰ অত্যুৎকৃষ্ট ভৱনতকৈও সুন্দৰ শোভা ধাৰণ ক'ৰি আছে।

১২। বৈদুৰ্য্য, আৰু ৰূপৰ নিচিনা শুভ্ৰ প্ৰবাল আদি মণিৰে নিৰ্ম্মিত পক্ষী, নানা-ৰত্নেৰে নিৰ্ম্মিত বিচিত্ৰ সৰ্পকুল আৰু আভিজাত্য সম্পন্ন সুন্দৰ শৰীৰবিশিষ্ট কৃত্ৰিম অশ্বসমূহো তাত সজাই থোৱা ভেওঁ দেখা পালে।

১৩। হনুমানে দেখিলে তাত যিবোৰ পক্ষী থোৱা হৈছে সেইবোৰৰ মুখ আৰু পাখি সুন্দৰ ভাবে সজোৱা, পাখিবোৰত প্ৰবাল আৰু সোণখটাই এনেভাবে সুন্দৰৰূপে ভাজ দি থোৱা হৈছে যে দেখিলেই অনুমান হয় যেন সাক্ষাৎ কামদেৱৰ হে পাখি তাত জিলিকি আছে।

১৪। পদুমফুলে পৰিপূৰ্ণ তাৰ সৰোবৰৰ ভিতৰত লক্ষ্মীৰ মূৰ্ত্তি অৱস্থিত, সুশোভন হাতত পদুমফুল লৈ তেওঁ তাত বিৰাজ কৰিছে আৰু হাতীবোৰে শিঁড়ৰ সুন্দৰ শুৰেৰে কেসৰযুক্ত উৎপল ওপৰলৈ তুলি তেওঁক সেৱা কৰাইছে।

১৫। এনেবোৰ গুণসম্পন্ন মনোৰম গুহা বিশিষ্ট সুশোভন পৰ্ব্বতসদৃশ ৰাৱণৰ প্ৰাসাদসমূহ দেখি হনুমান পৰম বিস্মিত হল। তেওঁৰ অনুমান হল যেন বসন্তকালৰ পৰম সুগন্ধি কোটৰ বিশিষ্ট গছ এজুপিহে তাত বিৰাজ কৰিছে।

১৬—১৭। কপিপ্ৰবৰ হনুমান সৰ্ব্বজগৎ পূজ্য, সুশিক্ষিত, সজনীতিপৰায়ণ, শ্ৰুতিস্মৃতি আদি শাস্ত্ৰজ্ঞান সম্পন্ন আৰু মহাত্মা তেওঁ দশমুখ ৰাৱণৰ বাহুবলেৰে পালিত পৰম ৰমণীয় লঙ্কানগৰীত ঘূৰি ফুৰি, পতিৰ গুণকে ধ্যান কৰি মনৰ দুখ মনতে মাৰি শোকাভিভূত অৱস্থাত থকা পৰম পূজনীয়া জনকদুহিতা সীতা দেৱীক ক'তো দেখা নাপাই পৰম দুখিত হল।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত সপ্তম সৰ্গ সমাপ্ত ॥

## অষ্টম সৰ্গ

## পুষ্পক বিমান দৰ্শন

১। পবনপুত্ৰ ধীমান কপিপ্ৰবৰে দেখিলে পুষ্পক নামৰ এই ডাঙৰ ৰথখন ৰাৱণৰ প্ৰাসাদবিলাকৰ মাজতে থোৱা আছে। ই নানান মণিৰত্নৰ দ্বাৰা চিত্ৰিত আৰু তপ্তসুবৰ্ণ নিৰ্ম্মিত খিড়িকীৰে সুশোভিত।

২। স্বয়ং বিশ্বকৰ্ম্মাদেৱে তেওঁৰ সৃষ্টিৰ অতুলনীয় প্ৰতিমূৰ্ত্তি স্বৰূপে নানা সৌন্দৰ্য্যৰ দ্বাৰা ভূষিত কৰি এই ৰথ সৃষ্টি কৰিছে আৰু এই ৰথে যেতিয়া বায়ুমাৰ্গত আকাশ পথেদি গতি কৰে তেতিয়া ইয়াক সূৰ্য্যৰ চিহ্ন যেন অনুমান হয়।

৩। তাত এনে এটা বস্তু নাই যাক বিশ্বকৰ্ম্মাই বিষেষ যত্ন পূৰ্ব্বক সৃষ্টি কৰা নাই, আৰু তাত যিবোৰ মণিৰত্ন খতোৱা হৈছে, সেই সকলো মহামূল্যবান। বিশ্বকৰ্ম্মাদেৱে যি যি বিশিষ্ট উপাদানেৰে এই ৰথ নিৰ্ম্মাণ কৰিছে তেনেবোৰ বৈশিষ্ট্য দেৱতাসকলৰ বিমান সমূহতো দেখা নাযায়। মুঠতে তাত থকা সকলোৱে অতি বৈশিষ্ট্যপূৰ্ণ।

৪। ৰাৱণে তেওঁৰ তপস্যা আৰু পৰাক্ৰমৰ বলত এই ৰথ নিজৰ অধীনলৈ আনে, এই ৰথৰ গতি মনৰ ইচ্ছানুৰূপ। দিব্য বিমানোপযোগী বিশেষ বিশেষ ৰচনাপদ্ধতিৰ সংস্থানৰ দ্বাৰাইহে বিশ্বকৰ্ম্মাদেৱে এই ৰথ নিৰ্ম্মাণ কৰিছে।

৫। এই ৰথ আৰোহী প্ৰভুৰ মনৰ গতি অনুসৰি শীঘ্ৰগামী, আৰু বতাহৰ সমান বেগশালী হোৱা কাৰণে ই আনৰ পক্ষে অনতিক্ৰমণীয় হৈ পুণ্যশীল সমৃদ্ধিশালী মহাত্মা সকলৰ পৰম সুখৰ সম্পদ স্বৰূপ আছিল।

৬। জগতৰ আশ্চয্য বস্তুসমূহৰ সমষ্টি স্বৰূপ বহুতো ঘৰেৰে শোভিত এই ৰথে ভিন ভিন গতিৰে ভিন্ ভিন্ সময়ত ভিন ভিন ঠাইত উপস্থিত হব পাৰে। ই সৰ্বাঙ্গ সুন্দৰ, শৰৎ কালৰ চন্দ্ৰৰ নিচিনা নিৰ্ম্মল আৰু বহুশৃঙ্গ বিশিষ্ট পৰ্ব্বত সদৃশ।

৭। কাণত কুণ্ডল পিন্ধা বহুভোজী গগণ বিহাৰী ঘূৰ্ণায়মান নিনিমিষ-নেত্ৰবিশিষ্ট মহাবেগশালী হাজাৰ হাজাৰ নিশাচৰ প্ৰাণীবোৰে ইয়াক সদায় বৈ লৈ যায়।

৮। এনেহেন গুণসম্পন্ন বসন্তকালৰ ফুলবোৰৰ দ্বাৰা শোভিত বসন্তকালত কৈও মনোহৰদৰ্শী বিমান শ্ৰেষ্ঠ এই পুষ্পক ৰথ বান্দৰবীৰ হনুমানে দেখা পালে।

॥ ইতি সুন্দৰাকাণ্ডৰ অন্তৰ্গত অষ্টম সৰ্গ সমাপ্ত ॥

# নবম সৰ্গ

## বিমান লাভ আৰু অপহৃতা গন্ধৰ্ব্ব স্ত্রীসমূহৰ কথা

১। ৰাৱণৰ শ্ৰেষ্ঠ প্ৰাসাদসমূহৰ ভিতৰত শ্ৰেষ্ঠ, আহল-বহল আৰু মনোৰম অট্টালিকা এটা পৱননন্দন হনুমানে দেখা পালে।

২। ৰাক্ষসেন্দ্ৰ ৰাৱণৰ এই ভুবন বহলে আধা যোজন আৰু দীঘে এক যোজন আৰু বহুত প্ৰাসাদেৰে পৰিপূৰ্ণ।

৩। শত্ৰুহন্তা হনুমানে আয়তলোচনা সীতাক বিচাৰি বিচাৰি এই প্ৰাসাদসমূহৰ চাৰিওফালে ঘূৰি ফুৰিবলৈ ধৰিলে।

৪। ৰাক্ষসবোৰৰ শ্ৰেষ্ঠ ভৱনসমূহত বিচাৰি চাই শ্ৰীমান হনুমানে শেহত ৰাৱণৰ নিজ ভৱনত উপস্থিত হ'ল।

৫—৭। হনুমানে দেখিলে সুবৃহৎ এই ভৱন চাৰিদঁতীয়া আৰু তিনদঁতীয়া হাতিৰে পৰিপূৰ্ণ আৰু অস্ত্ৰধাৰী সৈন্যসমূহৰ দ্বাৰা সুৰক্ষিত। ৰাৱণৰ ৰাক্ষসী পত্নী আৰু আন আন ৰজাবিলাকক পৰাজয় কৰি পত্নী হিচাপে সংগ্ৰহ কৰি অনা ৰাজকন্যাসমূহেৰে ৰাজভৱন পৰিপূৰ্ণ। তথাপিতো কোনো বাধা-বিঘিনি নোহোৱাকৈ চাৰিওফালে চাই হনুমানৰ অনুমান হ'ল যেন ৰাৱণৰ এই অন্তঃপুৰ নক্ৰ, মকৰ, তিমিঙ্গল, মাছ, সৰ্প আদি জন্তুৰে পৰিপূৰ্ণ আৰু বতাহৰ কোবত আন্দোলিত হৈ থকা সমুদ্ৰৰেই অনুৰূপ।

৮। কুবেৰৰ ঘৰত যি শোভা অথবা মৃগবাহন চন্দ্ৰত যি সৌন্দৰ্য, অলপো হীনডেটি নোহোৱাকৈ সেই ৰমণীয় শোভা আৰু সৌন্দৰ্য ৰাৱণৰ ঘৰত বিদ্যমান বুলি তেওঁ অনুমান কৰিলে।

৯। ৰজা কুবেৰ, যম বা বৰুণৰ সমৃদ্ধিৰ সমান, অথবা তাতোকৈ অধিক সমৃদ্ধিৰে ৰাৱণৰ ঘৰসমূহ পৰিপূৰ্ণ।

১০। এই প্ৰাসাদৰ মাজতে সুনিৰ্মিত বহু আগচালিৰে সুশোভিত আন এখন সুন্দৰ ভৱন হনুমানৰ চকুত পৰিল।

১১। সৰগত বিশ্বকৰ্মাদেৱে আদিতে পিতামহ ব্ৰহ্মাৰ কাৰণে সকলো ৰত্নেৰে এই পুষ্পক ৰথ তৈয়াৰ কৰিছিল।

১২। তাৰ পিচত তপস্যাৰ দ্বাৰা কুবেৰে পিতামহৰ পৰা এই ৰথ লাভ কৰে। সৰশেহত ৰাক্ষসৰাজ ৰাৱণে নিজ বাহুবলেৰে কুবেৰক পৰাস্ত কৰি এই ৰথ কাঢ়ি লয়।

১৩। নিজ সৌন্দৰ্য্যতে জিলিকি থকা এই ৰথৰ খুটিবোৰ সোণ আৰু ৰূপেৰে সুন্দৰভাৱে সজোৱা আৰু ঈহামৃগৰ ( কুকুৰ নেগুৰীয়া বাঘ জাতীয় জন্তুৰ ) চিত্ৰেচিত্ৰিত।

১৪। ৰথৰ সকলো ঠাইতে মন্দৰ পৰ্ব্বতৰ নিচিনা গগনস্পৰ্শী গোপনীয় আৰু বিহাৰৰ উপযোগী ঘৰসমূহ অলঙ্কাৰস্বৰূপ হৈ ৰথৰ শোভা বৰ্দ্ধিত কৰিছে।

১৫। তাত মনোৰম অত্যুৎকৃষ্ট সোণৰ সোপানবিশিষ্ট বেদিকাবোৰ আছে, দেখিলে অনুমান হয় যেন বিশ্বকৰ্ম্মাদেৱে প্ৰদীপ্ত সূৰ্য্যসদৃশ প্ৰভান্বিত কৰি এই ৰথ সৃষ্টি কৰিছে।

১৬। ইয়াৰ খিড়িকীবোৰত সোণ আৰু স্ফটিকমণি খতোৱা আৰু অত্যুৎকৃষ্ট বেদিকা-সমূহ ইন্দ্ৰনীল আৰু মহানীল মণি খটাই তৈয়াৰ কৰা।

১৭। ৰথৰ ভিতৰত ঘৰসমূহৰ সন্মুখত চোতালৰ নিচিনা যিবোৰ মুকলি ঠাই আছে তাত বিচিত্ৰ বৃক্ষৰাজি, মহামূল্যৰ মণি আৰু সুন্দৰ সুগোল মুক্তাৱলীয়ে শোভা কৰি আছে।

১৮। সুগন্ধি সুবৰ্ণসদৃশ ৰক্তচন্দনে অনুলিপ্ত এই ৰথ দেখোতে যেন নতুনকৈ ওলাই অহা সূৰ্য্যটোহে।

১৯। এনে হেন দিব্য পুষ্পক ৰথত উঠি মহা কপি হনুমানে তাত থকা অন্ন, মদ্য, আৰু আন আন ভক্ষ্যবস্তুবোৰ দেখা পালে।

২০—২১। কোন এজন বন্ধুৱে তেওঁৰ পৰম বন্ধুক যিদৰে সজ উপদেশ দিয়ে, বিমানৰ সুগন্ধইও চাৰিওফালে আগুৰি থকা বায়ুৰ মূৰ্ত্তিমান ৰূপৰ মাজেদিহে যেন মহা সত্ত্বসম্পন্ন হনুমানক কৈ উঠিল "ইয়াৰ পৰা তুমি ৰাৱণ য'ত আছে তালৈ আহা।" এই উপদেশ মতে গৈ হনুমানে ৰাৱণৰ সুশোভন অতিবৃহৎ সেই ঘৰটো দেখিলে।

২২। হনুমানে দেখিলে ৰাৱণৰ এই ঘৰ অতি ৰমণীয় আৰু সুন্দৰী নাৰীসদৃশ কমনীয়, ইয়াৰ সোপানসমূহ মণিৰে নিৰ্ম্মিত আৰু ইয়াৰ চাৰিওফালে সুবৰ্ণময় খিড়িকী আছে।

২৩—২৫। মজিয়াখন স্ফটিক মণিৰে বন্ধোৱা আৰু মাজে মাজে হাতী দাঁতৰ কাৰুকাৰ্য্য খতোৱা। এই কক্ষত বহুত খুটা আছে, খুটাবোৰো আকৌ মণি, বজ্ৰ, প্ৰবাল, সোণ আৰু ৰূপ খতোৱা, প্ৰত্যেকটো সমান সৰল আৰু চাৰিওফালে যথাস্থানত সুন্দৰকৈ ভাগ লগাই থোৱা, অনুমান হয় যেন এই খুটাবোৰে পাখিৰ নিচিনা ৰূপ ধাৰণ কৰি ঘৰটোক আকাশতে ধৰি আছে। ঘৰৰ ভিতৰখন নানা ৰঙে ৰঞ্জিত পৃথিবীৰ আকৃতিত সজোৱা চাৰিকুণীয়া সুবিস্তৃত কম্বলেৰে আবৰা।

২৬। হনুমানে দেখিলে ভিন ভিন ৰাজ্যত বিভক্ত পৃথিবী যেনে সুবিস্তৃত, বিভিন্ন কোঠালীৰে পৰিপূৰ্ণ ৰাৱণৰ অট্টালিকাও তেনেদৰে সুবিভক্ত। এই অট্টালিকা সদায় মত্ত বিহঙ্গকুলৰ কুঁজনেৰে নিনাদিত, দিব্য গন্ধে সুবাসিত, উৎকৃষ্ট আস্তৰণে আচ্ছাদিত, ঠায়ে ঠায়ে অগুৰু ধূপৰ ধোৱাতে ধূম্ৰবৰ্ণ আৰু কতোৱা হংসসদৃশ বিশিষ্ট শুভ্ৰবৰ্ণ।

২৮। তেওঁ দেখিলে এই কক্ষ পত্ৰ আৰু পুষ্পৰ সঞ্চয়ৰ দ্বাৰা বশিষ্ঠমুনিৰ জ্যোতিৰ্ম্ময়ী শবলা ধেনুৰ সদৃশ শোভা ধাৰণ কৰি প্ৰাণীবৰ্গৰ মনৰ আনন্দদায়ক, দেহৰ কান্তি প্ৰসাধক, সৰ্ব্বশোক বিনাশক আৰু স্বৰ্গীয় সৌন্দৰ্য্যৰ জননীস্বৰূপ হৈ তাত বিৰাজ কৰিছে।

২৯—৩০। এনেহেন সৰ্ব্বসৌন্দৰ্য্যৰ আধাৰ ৰাৱণ পালিতা অন্তঃপুৰে নিজ জননীসদৃশ হনুমানৰ ইন্দ্ৰিয় গ্ৰাহ্য শব্দ, স্পৰ্শ, ৰূপ, ৰস, গন্ধ, শ্ৰোত্ৰ, ত্বক, চক্ষু, জিহ্বা আৰু নাক এই

এই পঞ্চেন্দ্ৰিয় পৰিতৃপ্ত কৰাত, মাৰুতপুত্ৰ হনুমানৰ অনুমান হল ৰাৱণৰ এই আলয় স্বৰ্গ, অথবা দেৱলোক অথবা ইন্দ্ৰৰ অমৰাৱতী, অথবা গন্ধৰ্ব্বসকলৰ মায়াবলে নিৰ্ম্মিত কোনো সিদ্ধিস্বৰূপ।

৩১—৩২। হনুমানৰ ভাব হল ৰাৱণৰ অন্তঃপুৰ বৃহৎ বৃহৎ দীপমালাৰ পোহৰ ৰাৱণৰ নিজস্ব তেজ আৰু অলঙ্কাৰসমূহৰ জ্যোতিৰে উদ্ভাসিত হোৱাত, পাশাখেলত অলপ ধূৰ্ত্ত খেলুৱৈজন অধিক ধূৰ্ত্ত খেলুৱৈৰ হাতত পৰাজিত হৈ ধননাশ হোৱাৰ বাবে চিন্তামগ্ন হৈ থকাদি সোণৰ স্তম্ভত থকা দীপসমূহও যেন নিষ্প্ৰভ হৈ আছে।

৩৩। এই সকলো চাই-চিন্তি লোৱাৰ পিছত হাজাৰ হাজাৰ সুন্দৰী স্ত্ৰী তেওঁৰ চকুত পৰিল, তেওঁলোক নানা বৰণৰ কাপোৰ আৰু মালা পিন্ধি বিচিত্ৰ বেশভূষাৰে বিভূষিত হৈ বিভিন্ন কাপোৰেৰে ঢকা শয্যাৰ ওপৰত শুই আছে।

৩৪। নিশা হোৱাৰ লগে লগে তেওঁলোক সকলো প্ৰেমৰ উপভোগ ক্ৰীড়াত ৰত হৈ নিশাৰ মাজ ভাগত ক্ৰীড়া শেষ হোৱাত মদপান আৰু টোপনিৰ আলত অভিভূত হৈ গভীৰ নিদ্ৰাত মগ্ন হৈ আছে।

৩৫। সকলোবোৰে এইদৰে টোপনি যোৱাত, অন্তঃপুৰত নূপুৰধ্বনি আদি সকলো শব্দই বন্ধ হৈছে আৰু তেতিয়া হনুমানৰ মনত ভাব হল যেন ৰাৱণৰ শয়নকক্ষটো কলকলহীন হংস আৰু গুণ গুণনি নোকোৰা ভ্ৰমৰযুক্ত পদ্মফুলেৰে ভৰা ডাঙৰ সৰোবৰহে।

৩৬। মাৰুতপুত্ৰ হনুমানে দেখিলে ৰাৱণৰ মহিষীসকলৰ মুখবোৰ পদ্মৰ নিচিনা সুগন্ধি, টোপনিত তেওঁলোকৰ চকু নিমীলিত আৰু দাঁতবোৰ দুই ওঠৰ দ্বাৰা সম্পূৰ্ণৰূপে আবৃত।

৩৭। অনুমান হল ৰাতি শেষ হোৱাৰ লগে লগে ফুলি উঠা পদ্মৰ ফুল পুনঃ নিশাৰ আগমনত যিদৰে মুদ খায়, ৰাৱণৰ মহিষীবোৰো নিদ্ৰিত অৱস্থাত তেনে ৰূপ ধাৰণ কৰিছিল।

৩৮—৩। মহাকপি হনুমানে ৰাক্ষসৰ ৰমণীৰ মুখৰ সৌন্দৰ্য্য চাই যুক্তি আৰু তৰ্কৰ দ্বাৰা সিদ্ধান্ত কৰিলে যে মধুলোভী ভোমোৰাবোৰে মহিষীসকলৰ এই মুখপদ্ম প্ৰকৃততে প্ৰস্ফুটিত পদ্ম বুলি ভুল কৰে আৰু সঁচাকৈয়ে মুখবোৰ এইবোৰ সলিলজাত পদ্মৰেই তুল্য।

৪০—৪১। হনুমানৰ মনত ভাব হল ৰমণীসমূহৰে ৰাৱণৰ এই শয়নকক্ষ তাৰাকাৰাজিৰে আবৃৰি থকা শৰৎকালৰ নিৰ্মল আকাশৰ নিচিনা আৰু ৰাক্ষসাধিপতি ৰাৱণ তেওঁলোকৰ দ্বাৰা পৰিবেষ্টিত হৈ তাৰাপতি শ্ৰীমান চন্দ্ৰৰ নিচিনা শোভা ধাৰণ কৰি আছে।

৪২—৪৩। তেওঁ আকৌ ভাবিলে যে পুণ্যক্ষয় হোৱাৰ বাবে যিবোৰ তৰা আকাশৰ পৰা খহি পৰে সিহঁতেই এই ৰমণীসকলৰ ৰূপলৈ এঠাইতে গোট খাই আছে আৰু সেই নক্ষত্ৰবোৰৰ বিমল জ্যোতিও ৰমণীকুলৰ শৰীৰৰ কান্তি, দেহৰ ৰূপ আৰু উজ্জ্বলতাৰ পৰা প্ৰকাশ পাইছে।

৪৪। যি সকল মহিষী তাত আছে, তেওঁলোকে সুৰাপানত মত্ত হৈ গীত নৃত্য আৰু ৰতিক্ৰীড়াত আসক্ত হোৱাত তেওঁলোকৰ শৰীৰ অৱশ হয় আৰু তাৰ ফলতে নিদ্ৰাভিভূত হৈ তেওঁলোক এতিয়া অচেতন অৱস্থাত পৰি আছে, তেওঁলোকৰ কেশপাশ মুক্ত, বৃহৎ বৃহৎ মালা আৰু উৎকৃষ্ট ভূষণ চাৰিওফালে সিঁচৰতি হৈ পৰিছে।

৪৫—৪৬। কিছুমানৰ বা কপালৰ ফোঁট মচা গৈ চাৰিওফালে বিয়লি গৈছে, কাৰো বা ভৰিৰ নূপুৰ স্থলকি পৰিছে, আন কোনো সুন্দৰী ৰমণীৰ ডিঙিৰ হাৰ ছিগি এফলীয়া হৈ পৰি আছে, কাৰো বা মুকুতাৰ হাৰ ছিন্ন ভিন্ন হৈছে, আকৌ কাৰো বা বসনেই স্থলকি পৰিছে, অথবা কঁকালৰ কৰধনীয়ো ছিগি গৈছে। এইদৰে বস্ত্ৰ আৰু অলঙ্কাৰহীনা নিদ্ৰিতা ৰমণী সকলক দেখি হনুমানৰ ভাব হল যে ভাৰবাহী মাইকী ঘোঁৰা পথশ্ৰান্ত হৈ মাটিত লুটি বাগৰ দি বন্ধনৰ পৰা মুক্ত হোৱাৰ পিচত যিদৰে শুই থাকে ৰতিক্ৰীড়াশ্ৰান্ত ৰমণী সকলেও যেন তেনেদৰে শুই আছে।

৪৭। কিছুমানে বা কাণৰ কুণ্ডল হেৰাই শৰীৰৰ হেচাতে বিদলিত মালাৰে সৈতে মহাৰণ্যত থকা গজেন্দ্ৰ বিমৰ্দ্দিত লতা যেন হৈ পৰি আছে।

৪৮। কাৰো বা চন্দ্ৰকিৰণ সদৃশ মুক্তাহাৰ শৰীৰৰ পৰা বিচ্ছিন্ন হৈ স্তনযুগলৰ মাজত শুই থকা হাঁহ এটিৰ নিচিনা ৰূপ ধাৰণ কৰিছে।

৪৯। আন কিছুমানৰ বেলিকা বৈদূৰ্য্যমণিমালা কলহংসৰ আৰু সোণৰ হাৰে চক্ৰবাক পক্ষীৰ ৰূপলৈ শোভা কৰিছে।

৫০। এইদৰে নানা বৰণৰ অলঙ্কাৰ ৰাজিৰ মাজেদি হংস, কাৰণ্ডৱ, চক্ৰবাক আদি জলচৰ পক্ষীৰ প্ৰতিমূৰ্ত্তি ফুটি ওলোৱাত হনুমানৰ ধাৰণা হল মহিষীগণে পক্ষী পৰিপূৰ্ণ বিপুল পুলিনযুক্ত নদীৰ ৰূপ লৈহে যেন তাত বিৰাজ কৰিছে।

৫১। তেওঁলোকৰ কিঙ্কিনীজাল (ঘুঘুৰাৰ মালা) নৈৰ কুমুদ ফুল, সোণৰ অলঙ্কাৰ তাৰ পদুম, স্বপ্নাবস্থাত সুৰত ক্ৰিয়াৰ ভাব মকৰ কুম্ভীৰ আদি গ্ৰাহসমূহ, শৰীৰৰ কান্তি নৈৰ তীৰ আৰু তেওঁলোকৰ পৃথুজঘন নদীৰ বিপুল পুলিন প্ৰদেশ। এইদৰে নৈৰ সকলো প্ৰকাৰ উপমা ৰমণী সকলৰ গাত প্ৰতিফলিত হোৱাত হনুমানৰ ভাব হল প্ৰসুপ্ত অবস্থাত ৰমণীগণে নদীৰ শোভা ধাৰণ কৰিহে যেন তাত বিৰাজ কৰিছে।

৫২। সুৰত ক্ৰীড়াৰ সময়ত শৰীৰ বিমৰ্দ্দনৰ ফলত কোনো কোনো ৰমণীৰ কোমল অঙ্গত আৰু স্তনৰ ওপৰত যি ৰেখা পতিত হৈছিল, হনুমানে দেখিলে সিও যেন শৰীৰৰ অলঙ্কাৰ স্বৰূপ হৈহে বিৰাজ কৰিছে।

৫৩—৫৪। হনুমানে দেখিলে মনোহৰ কান্তিবিশিষ্ট ৰাৱণৰ পত্নীসকলৰ মুখৰ ওপৰত পৰি থকা নানা ৰঙৰ সুবৰ্ণ সূত্ৰৰ দ্বাৰা গথা সূক্ষ্ম বস্ত্ৰৰ অঞ্চল মুখৰ বতাহতে বাৰে বাৰে সঞ্চালিত হৈ যেন পতাকাৰ ৰূপ লৈহে শোভা ধৰিছে।

৫৫। এই বতাহৰ সম্পৰ্কতে উজ্জ্বল কান্তিবিশিষ্ট কোনো কোনো ৰমণীৰ কাণৰ কুণ্ডল লৰি থকাও তেওঁৰ চকুত পৰিল।

৫৬। ৰাৱণৰ পত্নী সকলৰ মুখ নিঃসৃত বায়ু স্বভাৱতে সুৰভি গন্ধযুক্ত আৰু সুখকৰ, তাতে মদৰ মধুৰ গন্ধৰ লগত মিহলি হৈ ৰাৱণৰ পক্ষে ই অধিকতৰ সুখকৰ হৈছে।

৫৭—৫৮। সেই সময়ত ৰাৱণৰ মহিষীসকল মদৰ আলত অৱশ, এতেকে তেওঁলোকৰ মাজৰ কিছুমানে ৰাৱণৰ মুখ বুলি ভাবি সপত্নীৰ মুখতে চুম্বন কৰিছিল আৰু যিহেতু

তেওঁলোক ঐকান্তিক ভাবে ৰাৱণতে আসক্ত সপত্নীগণে এই চুম্বনত ক্ৰুদ্ধ নহৈ অতিশয় আনন্দহে লাভ কৰিছিল।

৫৯। হাতত পিন্ধা বালাৰে সুশোভিতা কোনো কোনো সুন্দৰী নাৰীয়ে বাহুৰ ওপৰত কাপোৰৰ আঁচলত মুৰটো থৈ শুই আছে।

৬০—৬১। আৰু এইদৰে ৰাৱণৰ প্ৰতি স্নেহ আৰু মদৰ জালত অভিভূত হৈ কোনোৱে আনজনীৰ বুকুৰ ওপৰত, কোনোৱে হাতৰ ওপৰত কোনোৱে কোলাত, কোনোৱে বা স্তনযুগলৰ ওপৰত,—পৰস্পৰে পৰস্পৰৰ উৰুদেশ, শৰীৰৰ কোনো একপাশ, জঘন, বা পিঠি দি এডাল দোলতে বান্ধ খাই থকাৰ নিচিনাকৈ সেই শয়ন কক্ষত পৰি আছিল।

৬২—৬৩। সুশোভন মধ্যভাগ বিশিষ্টা ৰাজমহিষী সকলে পৰম প্ৰীত হৈ পৰস্পৰে পৰস্পৰৰ অঙ্গ স্পৰ্শ কৰি হাতত ধৰাধৰি কৰি শুই থকাত হনুমানৰ ধাৰণা হল যেন মধুলোভী ভোমোৰা পৰি থকা এধাৰি ফুলৰ মালাহে তাত পৰি আছে। ৰমণীসকল একোটি একোটি ফুল, তেওঁলোকৰ হাতৰ বান্ধনি মালাৰ সূত্ৰ আৰু কেশপাশ আৰু নেত্ৰযুগল উত্তম ভ্ৰমৰকুল।

৬৪—৬৫। বসন্ত কালত ফুলি থকা লতা বতাহৰ হেন্দোলনিত মালা গঁথাদি থকা ফুলসমূহৰ দ্বাৰা শোভিত হৈ যেনে ৰূপ ধাৰণ কৰে এই ৰমণীসকলো তেনেদৰে বিৰাজ কৰি থকাৰ নিচিনা তেওঁৰ চকুত পৰিল। তেওঁৰ ভাব হল ৰাৱণৰ এই শয়নকক্ষ এখন অৰণ্য সদৃশ, ৰাৱণ সেই বনস্থিত বৃক্ষৰ সুশোভন স্কন্ধদেশ, ৰমণীসকল তাৰ লতা আৰু ভোমোৰাবোৰ হ'ল তেওঁলোকৰ কেশপাশ আৰু চকু।

৬৬। ৰাৱণৰ মহিষী সকলৰ সকলো ভূষণ যথাস্থানত সংলগ্ন থকাত তেওঁলোকৰ শৰীৰৰ কান্তি আৰু ভূষণৰ উজ্জ্বলতাৰ ভিতৰত সাদৃশ্য এনে হৈছিল যে কোনটো তেওঁলোকৰ শৰীৰ অঙ্গ, কোনবিধ অলঙ্কাৰ, কোনবিধ বসন অথবা কোনধাৰি মালা তাক নিৰ্দ্ধাৰণ কৰা অসম্ভৱ হৈছিল।

৬৭। ৰাৱণ পৰম সুখে টোপনি গৈ থকাত শয়ন কক্ষৰ সোণৰ প্ৰদীপৰ উজ্জ্বলতা দেখি হনুমানৰ অনুমান হল যেন সিহঁতে এই সময়তে নিৰ্নিমেষ নয়নে নানা বৰ্ণৰ প্ৰভাৱে সমুজ্জ্বল মহিষী সকলৰ পিনেহে চাই আছে।

৬৮। ৰাৱণৰ মহিষীসকল ৰাজৰ্ষি, বিপ্ৰ, দৈত্য আৰু গন্ধৰ্ব্বকুলত জন্মলাভ কৰা; তেওঁলোক ৰাৱণৰ প্ৰতি অনুৰক্তা হৈহে যেন পত্নী হিচাবে এই ৰাক্ষসক বৰণ কৰিছে।

৬৯। ৰাৱণৰ এই পত্নীবৰ্গৰ ভিতৰত কিছুমানক তেওঁ যুদ্ধত জয় কৰি লাভ কৰিছে আৰু কিছুমানে বা তেওঁৰ প্ৰতি কামভাৱতে আসক্ত হৈ পতি হিচাপে তেওঁক গ্ৰহণ কৰিছে।

৭০। মহানুভাবা ৰাৱণপত্নী জনকপুত্ৰী সীতা ভিন্ন ৰাৱণৰ সংৰক্ষিতা এই মহিষী-সকলৰ এনে এজনা নাছিল যাক তেওঁৰ অনিচ্ছা সত্বেও ৰাৱণে নিজ বীৰ্য্যৰ বলত জোৰ কৰি হৰণ কৰি আনিছে, অথবা এনে কোনো এজনা নাছিল যি আনৰ প্ৰতি আসক্তা আছিল অথবা যাক আনে উপভোগ কৰিছিল।

৭১। তেওঁলোকৰ ভিতৰত এনে এজনা নাছিল যি কুল মৰ্য্যাদা, ৰূপ অথবা বয়

আভৰণাদিত হীন আছিল, তেওঁৰ ভাৰ্য্যা সকলোকেই গৰাকীয়ে উচ্চ গুণ সম্পন্না আৰু স্বামী বল্লভা আছিল।

৭২। এইবোৰ দেখি শুনি সজবুদ্ধিসম্পন্ন কপিপ্ৰবৰ হনুমানৰ ভাব হল যেন যদি ৰাঘৱ ৰামৰ ধৰ্ম্মপত্নী সীতাদেবীও ৰাক্ষসৰাজ ৰাৱণৰ এই ভাৰ্য্যাসকলৰ দৰে হয় তেনেহলে তো ৰাৱণৰ পক্ষে সৌভাগ্যৰে কথা।

৭৩। আন পক্ষে হনুমানৰ মনত ভাব হল যে সীতা এই সকলো ৰমণীত কৈ নিশ্চয় অতি উচ্চ গুণসম্পন্না আৰু এওলোকৰ মতি গতিত কৈ তেওঁৰ মনৰ ভাব সম্পূৰ্ণ বেলেগ নহলে মহাবলশালী ৰাৱণে মায়াৰ আশ্ৰয় লৈ অশেষ কষ্টৰ মাজেদি হৰণ কৰি আনি অনাৰ্য্য জনোচিত এনে কুকাৰ্য কৰিব নালাগিলেহেতেন।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত নবম সৰ্গ সমাপ্ত ॥

## দশম সৰ্গ

### ৰাৱণৰ শয়ন, আসন আদিৰ বৰ্ণনা

১। ৰাৱণৰ শয়ন গৃহৰ ইফালে সিফালে চাই থাকোতে নানা মণি মুকুতা খটোৱা স্ফটিকময় ওখ দিব্য বেদী এটা কপিশ্ৰেষ্ঠ হনুমানৰ চকুত পৰিল। ৰাৱণৰ শোৱা পালঙ্ক এই বেদীৰ ওপৰতে ৰখা হৈছে।

২। তেওঁ দেখিলে এই বেদীৰ ওচৰতে হাতীৰ দাঁত আৰু সোণৰ বিশিষ্ট বৈদূৰ্যমণি শোভিত মহামূল্য কাপোৰেৰে আবৰা ৰমণীসকলৰ শয়নোপযোগী বহুমূলীয়া উৎকৃষ্ট বিছনা যথাস্থানত সুন্দৰ ভাবে সজাই থোৱা আছে।

৩—৪। বেদীৰ এক অংশত দিব্য মালাৰে সুশোভিত চন্দ্ৰৰ নিচিনা শুভ্ৰ এটা ছত্ৰ আৰু তাৰ ওচৰতে অগ্নিসম সমুজ্জল, অশোক মালাৰে আবৃত এখন সোণৰ পালঙ্ক হনুমানৰ চকুত পৰিল।

৫—৬। হনুমানে দেখিলে স্ত্ৰীমূৰ্ত্তিধাৰী যন্ত্ৰ* কিছুমানে পালঙৰ চাৰিওফালে হাতত চামৰ লৈ বিচি আছে আৰু নানা ভৰহৰ সুগন্ধি ধূপৰ গন্ধে মলমলাই আছে। পালঙখন অতি কোমল সুন্দৰ ছাগলীৰ ছালেৰে আবৃত আৰু উৎকৃষ্ট চাদৰৰ দ্বাৰা আচ্ছাদিত, চাৰিওফালে শ্ৰেষ্ঠ মালাসমূহে †সুশোভিত।

* টীকাকাৰ মতে এইবোৰ স্ত্ৰীমূৰ্ত্তিধাৰী যন্ত্ৰবিশেষ, জীৱন্ত ৰমণী নহয় কিয়নো ৰাৱণৰ ভোগৰ ঘৰত তেওঁৰ পত্নী ভিন্ন আনে প্ৰবেশ কৰিব নোৱাৰে আৰু হনুমানো তেওঁলোকৰ চকুত নপৰাকৈ নাথাকে।

† যি মালা ওচৰত থাকিলে কোনো প্ৰকাৰৰ শোকৰ ভাব মনলৈ নাহে।

৮—৯। উজ্জ্বল কেঁক পিন্ধি, বাৰিষাৰ মেঘৰ নিচিনা ভয়ঙ্কৰ ৰক্তাক্ষ মহাবাহু ৰাৱণ পালেঙত শুই আছে, পিন্ধা কাপোৰৰ সূতা সোণৰ, গোটেই গাটো ৰক্তচন্দন ঘঁহা, দেখোতে বিদ্যুৎমণ্ডিত সন্ধ্যাকালৰ ৰক্তিম মেঘখণ্ডৰ নিচিনা। তেওঁৰ শৰীৰৰ বিভিন্ন অঙ্গত দিব্য আভৰণ, শৰীৰৰ কান্তি সুন্দৰ অৰু মোহনীয়, অনুমান হয় যেন বৃক্ষ বন আৰু গুল্মাদিপূৰ্ণ মন্দৰ পৰ্ব্বতহে তাত শুই আছে।

১০—১১। ৰাক্ষসাধিপতি ৰাৱণ ৰাক্ষস কন্যাসকলৰ অতি চেনেহৰ পাত্ৰ আৰু সমগ্ৰ ৰাক্ষসকুলৰ সুখৰ আশ্ৰয় স্বৰূপ, শ্ৰেষ্ঠ আভৰণেৰে ভূষিত হৈ মদ্যপান আৰু ৰতিক্ৰীড়া শেষ হোৱাৰ পিচত বীৰ ৰাৱণে সমুজ্জ্বল এই পালেঙত শুই আছে।

১২। কপিপ্ৰবৰ হনুমানে দেখিলে হাতীৰ নিচিনা দীঘল দীঘল কৈ উশাহ লৈ ৰাৱণ শুই আছে, ৰাৱণৰ ওচৰ চাপি অহাত হনুমানৰ মনত এটা, উদ্বেগৰ ভাবে দেখা দিলে আৰু অলপ ভীত হোৱা যেন হৈ তেওঁ আঁতৰি গ'ল।

১৩। তাৰ পিচতে বেদীৰ খটখটীৰ মাজভাগ মানলৈ উঠি মদোন্মত্ত ৰাক্ষস-প্ৰবৰক ভালকৈ নিৰীক্ষণ কৰিবলৈ ধৰিলে।

১৪। হনুমানে দেখিলে ভালকৈ টোপনি গৈ থকা অৱস্থাত ৰাক্ষসেন্দ্ৰ ৰাৱণে গন্ধ হস্তী বিশিষ্ট এটা নিজৰাৰ দৰে শোভা কৰিছে।

১৫। সোণৰ বাজু পিন্ধি থকা মহাকায়বিশিষ্ট ৰাৱণৰ বাহুযুগল যেন বিছনাত পৰি থকা ইন্দ্ৰধ্বজ।

১৬। তেওঁৰ দুই বাহুতেই ঐৰাৱতৰ দাঁতৰ আঘাত, প্ৰশস্ত কান্ধত বজ্ৰাঘাত আৰু আৰু বিষ্ণুচক্ৰৰ সংঘৰ্ষৰ চিন স্পষ্ট ভাবে হনুমানে তেওঁত দেখা পালে।

১৭—১৮। তেওঁৰ স্কন্ধভাগ প্ৰশস্ত আৰু সমান বাহু যুগলৰ লগত সুন্দৰৰূপে দৃঢ়ভাবে সংলগ্ন, নখ আৰু আঙুলিসমূহ সুলক্ষণ সম্পন্ন; বাহু যুগল অৰ্গল সদৃশ আৰু হাতীৰ শুঁৰৰ নিচিনা বৰ্ত্তুল দেখোতে অনুমান হয় যেন পঞ্চশীৰ্ষ ভুজঙ্গদ্বয়হে ধবল বৰণৰ বিছনাত পৰি আছে।

১৯—২২। এই বাহুযুগল মহামূল্য শীতল সুগন্ধি শহাপহুৰ তেজ সদৃশ চন্দনেৰে ৰঞ্জিত, সৰ্ব্বালঙ্কাৰে ভূষিত সৰ্ব্বোত্তম সুন্দৰ স্ত্ৰীসকলৰ অঙ্গমৰ্দ্দনৰ দ্বাৰা বিমৰ্দ্দিত আৰু অত্যুৎকৃষ্ট গন্ধদ্ৰব্যৰ দ্বাৰা অনুলিপ্ত, হনুমানে দেখিলে যক্ষ পন্নগ গন্ধৰ্ব্ব দেৱ দানৱ সকলৰ ভয়প্ৰদ এই বাহুযুগল বিছনাৰ ওপৰত মন্দৰপৰ্ব্বতৰ ভিতৰত শুই থকা ক্ৰুদ্ধ মহাসৰ্পৰ নিচিনা ৰূপ লৈহে যেন বিছনাত পৰি আছে, আৰু ৰাৱণেও এই বাহু যুগলৰ দ্বাৰা পৰিপুষ্ট হৈ বিশৃঙ্গবিশিষ্ট মন্দৰপৰ্ব্বতসম তাত শোভমান হৈছে।

২৩—২৪। নিদ্ৰিত অৱস্থাত ৰাক্ষসৰাজৰ সেই বৃহৎ মুখমণ্ডলৰপৰা আম, পুন্নাগ আৰু বকুলৰ গন্ধমিশ্ৰিত অন্ন আৰু মদৰ গন্ধ নিঃশ্বাসৰ লগত ওলাই আহি সমগ্ৰ ঘৰকে পুৰাই পেলাইছে।

২৫—২৬। টোপনিৰ ভাগত মণি-মুকুতা খটোৱা চিক্কিত সোণৰ মুকুট মূৰৰপৰা খহকি পৰিলেও কুণ্ডলৰ শোভাৰে তেওঁৰ মুখ উজ্জ্বল হৈ আছে আৰু হাৰপাশৰ শোভাত ৰঞ্জিত বহল বুকু মনোহৰ হৈ আছে।

২৭। তেওঁৰ চকু দুটা ৰঙা, পিন্ধা কাপোৰৰ তল ভাগ বগা পাটৰ আৰু ওপৰ ভাগত বহুমূলীয়া হালধীয়া ৰঙৰ কাপোৰ, দুয়োখন কাপোৰেই যথাস্থানত নাথাকি উলট-পালট হৈ আছে।

২৮। হনুমানে দেখিলে ৰাৱণ দ'মকৈ থোৱা মাটিমাহ যেন হৈ পৰি আছে আৰু সাপৰ দৰে দীঘল দীঘল কৈ উশাহ লৈছে, তেওঁক গঙ্গাৰ সুবিশাল জলৰাশিৰ মাজত শুই থকা হাতী এটা যেন দেখা হৈছিল।

২৯। তেওঁৰ চাৰিওফালে চাৰিটা সোণৰ প্ৰদীপে বিজুলীৰে সুশোভিত মেঘসদৃশ তেওঁৰ শৰীৰৰ সকলো অঙ্গ সুন্দৰভাবে পোহৰাই তুলিছে।

৩০। শয়ন কক্ষত পত্নীসকলৰ অতি চেনেহৰ পাত্ৰ মহাবলবান ৰাক্ষসৰ ভৰি-পঠানৰপিনে তেওঁৰ পত্নীসকল শুই থকা হনুমানৰ চকুত পৰিল।

৩১। কপিশ্ৰেষ্ঠ হনুমানে দেখিলে ৰাজমহিষীসকলৰ মুখশ্ৰী চন্দ্ৰৰ নিচিনা মনোহৰ আৰু উজ্জ্বল, কাণত বহুমূলীয়া কেৰু, অম্লান মাল্য আৰু আভৰণৰ দ্বাৰা সুশোভিত।

৩২। তেওঁলোক নৃত্য গীত আৰু বাদ্যযন্ত্ৰত কুশল, ৰাক্ষসৰাজৰ আশ্ৰয়ত লালিত-পালিত আৰু শ্ৰেষ্ঠ আভৰণে বিভূষিত হৈ নিদ্ৰিত অৱস্থাত তেওঁলোক তাত শুই আছে।

৩৩—৩৪। আৰু লগতে তেওঁৰ অনুমান হল, বৈদূৰ্য্যমণি খটোৱা সোণৰ কুণ্ডল আৰু বাজু জিলিকি থকা ৰমণীসকলৰ চন্দ্ৰবদন আৰু অলঙ্কাৰৰ প্ৰভাবত সেই শ্ৰেষ্ঠভবন ভৰাৰে শোভিত আকাশ সদৃশ তাত বিৰাজ কৰিছে।

৩৫। মদ্যপান আৰু ৰতিক্ৰীড়াৰ ফলত অৱশ হৈ ৰাৱণৰ সুমধ্যমা পত্নীবৰ্গ কক্ষৰ ভিতৰত যেয়ে য'তে পাইছে তাতে শুই পৰিছে।

৩৬। নৃত্য নিপুণা সৰ্ব্বাঙ্গ সুন্দৰী কোনোজনী মহিষীয়ে টোপনিতে হাতভৰি নচুৱাই ধীৰে ধীৰে নৃত্য কৰি আছে,

৩৭। কোনোৱে বীণাখনিকে বুকুত বান্ধি মহানদীৰ মাজত নৌকাক আশ্ৰয় কৰি থকা পদুম ফুলটিৰ দৰে শোভা ধাৰণ কৰিছে,

৩৮। সুন্দৰ ক'লা চকুৰে কোনো ৰমণীয়ে, পুত্ৰবৎসলা নাৰীয়ে পুত্ৰক কাষত লৈ থকাৰ দৰে মণ্ডুক নামৰ বাদ্যযন্ত্ৰটিকে কাষত লৈ টোপনি গৈছে,

৩৯। আন কোনো মনোহৰ স্তনবিশিষ্টা সুন্দৰী মহিষীয়ে পটহযন্ত্ৰকে আলিঙ্গন কৰি শুই আছে; অনুমান হয় যেন বহুদিনৰ পিছত তেওঁৰ প্ৰিয়জনক পাই ৰমণক্ৰিয়াৰ পাছত তেওঁক আলিঙ্গন কৰিহে শুই আছে।

৪০। আন কোনোজনী কমললোচনা কামিনীয়ে কামভাবত উন্মত্তা হৈ প্ৰিয়তমজনক আলিঙ্গন কৰি থকা দি বীণাখনিকে অলিঙ্গন কৰি নিদ্ৰা উপভোগ কৰিছে।

৪১। কোনোজনী নাচনিয়াৰ সুন্দৰী ৰমণীয়ে কান্তজনৰ লগত শুই থকাৰ নিচিনা বিপঞ্চীখনকে লৈ নিদ্ৰাভিভূতা হৈছে,

৪২। কামোন্মত্তনয়নবিশিষ্টা কোনোজনীয়ে তেওঁৰ সুবৰ্ণ সদৃশ, স্থূল, কোমল মনোৰম অঙ্গৰ দ্বাৰা স্বামীক আলিঙ্গন কৰি থকাদি মৃদঙ্গকে সাৱটি ধৰিহে যেন শুই আছে;

৪৩। অনিন্দ্য সুন্দৰী কৃশোদৰী আন কোনো জনীয়ে ৰতিক্ৰিয়াৰ পিচত অৱশ হৈ বাহুযুগলৰ মাজত পণৱ যন্ত্ৰটিকে লৈ যেন টোপনি গৈছে।

৪৪। ডমৰুযন্ত্ৰপ্ৰিয়া কোনোজনী সুন্দৰী ৰমণীয়ে সদ্যজাত শিশুটিক বুকুৰ মাজত লৈ থকাদি ডমৰুটোকে সাৱটমাৰি ধৰি শুই আছে।

৪৫। কমলপত্ৰাক্ষী মদোন্মত্তা কোনো নাৰীয়ে আড়ম্বৰনামৰ বাদ্যযন্ত্ৰকে আলিঙ্গন কৰি স্বামীসঙ্গ সুখ পাই থকাৰ নিচিনা নিদ্ৰাসুখ উপভোগ কৰিছে

৪৬। আন কোনোজনীয়ে পানীৰ কলহটোকে সাৱটি ধৰি শুই পৰিছে, কলহৰ পানীৰে শৰীৰ তিতি উঠাত অনুমান হয় যেন, বসন্তকালৰ নানাবৰণৰ ফুলৰ মালাহে তাত তিতি আছে।

৪৭। কোনোজনী অবলাই বা টোপনিৰ আলাত সুবৰ্ণকলহসদৃশ নিজৰ স্তনযুগলকে হাতেৰে ঢাকি শুই পৰিছে।

৪৮। পূৰ্ণচন্দ্ৰাননা পদ্মপলাশলোচনা কোনোজনীয়ে চাৰুনিতম্বিনী আন এজনীক আলিঙ্গন কৰিছে যেন নিদ্ৰাভিভূতা হৈছে।

৪৯। এইদৰে তিৰোতাবোৰে কামুক প্ৰিয়জনক সাৱটি ধৰি থকাদি ৰাৱণৰ শ্ৰেষ্ঠ মহিষীসকলে তেওঁলোকৰ স্তনযুগলৰ দ্বাৰা বিচিত্ৰ বাদ্যযন্ত্ৰসমূহকে সাৱটি ধৰি পৰম আনন্দে নিদ্ৰাসুখ উপভোগ কৰি আছে।

৫০। এনেতে মহিষীসকলৰ বিছনাবোৰৰা পৃথকভাৱে একজনীয়াকৈ পতা আন এখন সুন্দৰ বিছনাত অতিশয় ৰূপৱতী এগৰাকী নাৰী হনুমানৰ চকুত পৰিল।

৫১। হনুমানে দেখিলে এইজনী ৰমণীয়ে মুক্তা-মণি আদি সৰ্ব্বালঙ্কাৰে বিভূষিতা হৈ নিজ সৌন্দৰ্য্যৰ বলতে ৰাৱণৰ শ্ৰেষ্ঠ সেই ঘৰ উজ্জ্বল কৰি ৰৈছে,

৫২। এওঁৱেই অন্তঃপুৰৰ ৰমণীসকলৰ অধীশ্বৰী, তেওঁৰ ৰূপ সুবৰ্ণসদৃশ হালধীয়া আৰু মনোহৰ, এওঁৱেই ৰাৱণৰ অতি প্ৰিয়া মহিষী মন্দোদৰী।

৫৩। পৱননন্দন মহাবাহু হনুমানে সৰ্ব্বালঙ্কাৰভূষিতা তেওঁক দেখি মনতে ভাবিলে ৰূপ-যৌৱনসম্পন্না এওঁৱেই সম্ভৱতঃ সীতা। ভবাৰ লগে লগে কপিপ্ৰৱৰৰ মন আনন্দতে নাচি উঠিল।*

৫৪। তেওঁ হাত চপৰিয়াই নেজত চুমা খাই, নানাপ্ৰকাৰৰ ৰং-ধেমালি কৰি, গীত গাই, লৰিয়াই স্তম্ভত উঠিল আৰু লগতে জাপ মাৰি মাটিত পৰি বান্দৰ স্বভাৱ প্ৰকৃতি প্ৰকাশ কৰিলে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত দশম সৰ্গ সমাপ্ত ॥

* এওঁ সীতা হব নোৱাৰে এই ভাবত।

# একাদশ সর্গ

## ৰাৱণৰ অন্তঃপুৰৰ পানভূমিৰ বৰ্ণনা

১। বান্দৰ বুদ্ধিৰ বশবৰ্ত্তী হৈ মন্দোদৰীক দেখি সীতা বুলি যি ধাৰণা হৈছিল বেগেতে তাক মনৰ পৰা আঁতৰাই থৈ মহাকপি হনুমানে সুস্থিৰ হৈ সীতাৰ বিষয়ে আন প্ৰকাৰে চিন্তা কৰিব ধৰিলে।

২। হনুমানে ভাবিলে ৰামৰ বিৰহত সীতাই শয়ন, ভোজন, অলঙ্কাৰ পৰিধান আৰু মদ্যপান কৰিব নোৱাৰে।

৩। ৰাম ভিন্ন আন কোনো পুৰুষ, আনকি দেৱতাসকলৰ ঈশ্বৰ ইন্দ্ৰৰ লগতো তেওঁ থাকিব নোৱাৰে, কিয়নো দেৱতাসকলৰ ভিতৰতো ৰামৰ সমান কোনো নাই।'

৪। তেতিয়া হনুমানে ভাবিলে নিশ্চয় এই জনা আন কোনো মহিষীহে' এইটোকে স্থিৰ কৰি বান্দৰ প্ৰবৰ হনুমানে সীতাক দেখা পাবলৈ ইচ্ছা কৰি সেই পানভূমিত পুনঃ ঘূৰি ফুৰিব ধৰিলে।

৫—৬। হনুমানে দেখিলে কোনো ৰমণীয়ে খেলত কোনোৱে গীতত, কোনোৱে নাচত কোনোৱে বা মদ্যপানত ভাগৰি শুই পৰিছে আৰু কোনো কোনো জনীয়ে মুৰজ, মৃদঙ্গ, চেলিকা আদি বাদ্যযন্ত্ৰকে সাবটি ধৰি কোনোৱে বা সুন্দৰ বিছনাঢাকনিৰে আবৃত বিছনাতে পৰি শুই আছে।

৭—৮। এইদৰে হাজাৰ হাজাৰ ৰমণী নানাবিধ অলঙ্কাৰৰ দ্বাৰা ভূষিতা হৈ অত্যধিক ৰতিক্ৰিয়াৰ পিচত টোপনিৰ আলতে তেওঁলোকৰ ৰূপলাৱণ্য অথবা গীতৰ অৰ্থ, দেশ কাল অনুসৰি যথোচিত ভাব নিজ নিজ কথাৰে প্ৰকাশ কৰি প্ৰলাপ বকি থকা যেন শুনিব পালে।

৯—১০। ঠিক সেইদৰে আন এঠাইত হাজাৰ হাজাৰ যুৱতী নাৰীয়ে ৰতিক্ৰিয়াৰ পৰা বিৰত হৈ তেওঁলোকৰ ৰূপ লাৱণ্যৰ কথা নিজ নিজ ভাষাতে প্ৰকাশ কৰি শুই থকা তেওঁৰ চকুত পৰিল।

১১—১২। মহাবাহু ৰাক্ষসেন্দ্ৰ ৰাৱণ এই ৰমণীসকলৰ মাজত তেওঁলোকৰ দ্বাৰা পৰিবৃত হৈ গোহালিঘৰত ধেনুবোৰৰ মাজত থকা বৃষভ অথবা অৰণ্যত মাইকী হাতীৰ দ্বাৰা পৰিবৃত মত্ত গজ সদৃশ জিলিকি থকা তেওঁ দেখিলে।

১৩। হৰিশাৰ্দ্দুল হনুমানে দেখিলে মহাবলশালী ৰাৱণৰ ঘৰৰ ভিতৰত পানভূমি সকলো প্ৰকাৰৰ উপভোগৰ বস্তুৰে পৰিপূৰ্ণ।

১৪—১৫। তেওঁ দেখিলে তাত হৰিণ, মহিষ, বৰাহৰ মঙহ ভাগে ভাগে সজাই থোৱা আছে, আৰু সেইদৰে সোণৰ বিশাল পাত্ৰত ময়ূৰ আৰু কুকুৰাৰ মঙহো নোখোৱাকৈ থোৱা আছে।

১৬। দৈ আৰু লৱণ মিশ্ৰিত বৰাহ আৰু বাৰ্দ্ধ্ৰীণসৰ (মৃগ বিশেষ অথবা খাহী ছাগল) মাংস, শলাত দিয়া মৃগ আৰু ময়ূৰৰ মঙহো হনুমানে তাত দেখিলে।

১৭। আধাখিনি খাই এৰা কুকল (পক্ষীবিশেষ) নানাবিধ ছাগলী শহা আদিৰ মাংস, সুন্দৰকৈ বন্ধা ম'হৰ মাংস আৰু মাছ, হনুমানে দেখিলে।

১৮। জিভাৰ জড়তা গুচাবলৈ টেঙা আৰু লবন মিহলাই কৰা উত্তম, মধ্যম, সুস্বাদু ভাঠ আৰু পাতল নানা তৰহৰ লেহ্য, পেয় আৰু ভোজ্য দ্ৰব্যও তেওঁৰ চকুত পৰিল।

১৯—২১। তেওঁ দেখিলে মদ্যপানৰ সময়ত ৰমণীসকলৰ আনন্দ উল্লাসত শৰীৰৰ পৰা সুলকি পৰা বহুমূলীয়া নূপুৰ বাজু আদি অলঙ্কাৰ আৰু পানপাত্ৰত নিক্ষিপ্ত বিবিধ ফলৰ শোভাত পানভূমিৰ সৌন্দৰ্য্য অধিকগুণে বাঢ়ি উঠিছে। আৰু সুন্দৰ সাজসৰঞ্জামে সৈতে ঠায়ে ঠায়ে পাতিথোৱা বিছনাসমূহৰ জ্যোতিত সেই ঠাইডোখৰ বিনা অগ্নিতে সমুজ্জ্বল ৰূপ ধাৰণ কৰি আছে।

২১—২৩। ইয়াৰ উপৰিও বিবিধ ৰসৰ সংমিশ্ৰণত পাকৈত ৰান্ধনীয়ে বন্ধা বহু-প্ৰকাৰৰ মঙহ, কদম্ব আদি বৃক্ষসমূহৰ পৰা স্বতঃ উৎপন্ন দিব্য, সুস্বাদু সুৰা আৰু মানুহে নিজ হাতে তৈয়াৰ কৰা বিবিধ মদ, সুগন্ধি গুৰিমিশ্ৰিত চেনি, মধু ফুল আৰু ফলৰ পৰা উৎপন্ন কৰা মদ্যজাতীয় ৰস পৃথক পৃথক ভাবে সজাই থোৱা তাত দেখিলে।

২৪—২৬। নানান প্ৰকাৰে সজাই থোৱা ভিন ভিন দেশৰ ফুলৰমালা, স্ফটিক মণি খটোৱা সোণৰ কলহ, সোণৰ পানপাত্ৰ, সোণ আৰু ৰূপৰ পাত্ৰ সমূহ সেই সৰ্ব্বোত্তম পানভূমিত তেওঁৰ চকুত পৰিল।

২৬—২৯। কপিপ্ৰৱৰ হনুমানে দেখিলে সোণ আৰু নানা মূল্যবান মণি খটোৱা পাত্ৰ-সমূহৰ কিছুমানৰ মদ আধাখিনি, কিছুমানৰ বা একেবাৰে শেষ কৰি থোৱা হৈছে আকৌ কিছুমানৰ বা সমূলি খোৱাই হোৱা নাই। এইদৰে ভাগ ভাগ লগাই থোৱা খোৱাবস্তু, মদ আৰু অৰ্দ্ধভুক্ত বা পীত দ্ৰব্যসমূহ চাই চাই হনুমান তাত বিচৰণ কৰি ফুৰিব ধৰিলে। তেওঁ দেখিলে এই পানভূমিত ৰমণীসকলৰ শোভমান বিছনা অনেক শূন্য, তেওঁলোকৰ কিছুমানে পৰস্পৰে পৰস্পৰক আলিঙ্গন কৰি একেখন বিছনাত শুই আছে।

৩০। ৰমণীসকল টোপনিৰ আসত এনেভাবে অভিভূত হৈছিল যে কোনোজনীয়ে আনজনীৰ ওচৰলৈ গৈ তেওঁৰ বস্ত্ৰ টানি আনি নিজৰ গাত লৈ শুই পৰিছে।

৩১। হনুমানে দেখিলে ৰমণীসকলৰ নিঃশ্বাসত উৎপন্ন বায়ুৰ গতিত তেওঁলোকৰ গাত থকা বস্ত্ৰ আৰু মালাবোৰ ধীৰে ধীৰে লৰি উঠিছিল যেন মৃদু বতাহৰ দ্বাৰা চালিত হৈহে সিইত সেইদৰে নাচি আছিল।

---

* বাৰ্দ্ধ্ৰীণস—কাৰো মতে পক্ষীবিশেষ। কোনোৱে কয় ব্ৰাহ্মণ কামলে খাহী কৰি থোৱা বেত বৃদ্ধ ছাগলী যাৰ মুখ আৰু কাণ চুবলে পানী পি থোৱাৰ সময়ত পানীত জল স্পৰ্শ কৰে।

ত্ৰিপিবং ত্বিন্দ্ৰিয়ক্ষীণং শ্বেতং বৃদ্ধমজাপতিম্।

বাৰ্দ্ধ্ৰীণসং তু তং প্ৰাহুৰ্যাজ্ঞিকাঃ প্ৰাহ কৰ্ম্মসু—বহ্নিপুৰাণ মতে বাৰ্দ্ধ্ৰীণস অৰ্থে গণ্ডাৰ।

কুকল—পক্ষীবিশেষ। ইয়াৰ আন নাম কুকুৰ।

৩২—৩৫। পানভূমিৰ পৰা ওলাই আহি কপিপ্ৰবৰ হনুমানে দেখিলে পুষ্পক ৰথতো সেইদৰে শীতল চন্দন, মধুৰ মদ, স্নানৰ উপকৰণ চন্দন আৰু ধূপৰ সুৰভি গন্ধ প্ৰবাহিত হৈ আছে আৰু আন আন বহুত শ্যাম, কৃষ্ণ আৰু সোণৰ সদৃশ বৰ্ণবিশিষ্ট নাৰীয়ে কাম ভাবত অসক্তা হৈ নিদ্ৰাভিভূতা অবস্থাত অন্তঃপুৰৰ ঠায়ে ঠায়ে পৰি আছে।

৩৬। ৰাৱণৰ অন্তঃপুৰত এইদৰে সকলোকে গভীৰ টোপনিত পৰি থকা দেখি হনুমানৰ অনুমান হল যেন সেইবোৰ মুদ্ৰখাই থকা পদ্মফুলহে। এইদৰে অন্তঃপুৰৰ সকলোকে দেখিলে সঁচা কিন্তু জানকীক হলে ক'তো দেখা নাপালে।

৩৭। মহাকপি হনুমানে তিৰোতাসকলক এইদৰে নগ্ন, অৰ্দ্ধনগ্ন অবস্থাত দেখাৰ পিচত ধৰ্ম্মনাশ হোৱাৰ ভয়ত তেওঁৰ মনত এটা ভীষণ শঙ্কাৰ ভাব উপস্থিত হল।

৩৮। তেওঁ ভাবিলে অন্তঃপুৰৰ ভিতৰত আবদ্ধ থকা অবস্থাতে আনৰ স্ত্ৰীৰ প্ৰতি নিৰীক্ষণ কৰাৰ পৰা নিশ্চয় মোৰ মহৎ পাপ হল।

৩৯। তদুপৰি মোৰ দৃষ্টি অকল আন পুৰুষৰ স্ত্ৰীৰ ওপৰত পৰিয়ে ক্ষান্ত হোৱা নাই, লগতে পৰদাৰাহৰণকাৰী ৰাৱণকো দেখা পালোঁ। তাৰ কাৰণেও মোৰ ধৰ্ম্মলোপ পোৱাৰ আশঙ্কা।

৪০—৪১। এইদৰে ভাবি থাকোতে থাকোতেই মহামনা বান্দৰপ্ৰবৰৰ মনত আন প্ৰকাৰৰ এটা চিন্তা হল। তেওঁ ভাবিলে "মই ঐকান্তিকভাবে এটা চিন্তাৰ বশবৰ্ত্তী হৈ মোৰ অন্বেষণকাৰ্য্যটো ঠিক ভাবে সমাধান কৰিবলৈ বুলি, নিশ্চিন্তমনে শুই থকা ৰাৱণৰ এই স্ত্ৰীসমূহক দেখিলোঁ, কিন্তু তাৰ পৰা মোৰ মনত কোনো প্ৰকাৰৰ বিকাৰৰ ভাব উপস্থিত হোৱা নাই।

৪২। ইন্দ্ৰিয়বোৰক শুভ আৰু অশুভ কাৰ্য্যত প্ৰবৰ্ত্তন কৰা বিষয়ত মনেই প্ৰধান কাৰণ, কিন্তু এই ক্ষেত্ৰত কোনো প্ৰকাৰৰ বিকাৰভাবৰ বশবৰ্ত্তী নহৈ মোৰ মন স্থিৰ ভাবে সংযত হৈয়ে আছে।

৪৩। আনপক্ষে বৈদেহীক বিচাৰি উলিয়াবৰ হলে, মই আন কোনো ঠাইত তেওঁক বিচাৰি চাবও নোৱাৰোঁ। নিয়মমতে বিচাৰি চাবলৈ হলে, তিৰোতাক তিৰোতা সকলৰ মাজতহে বিচাৰিব লাগিব।

৪৪। যি প্ৰাণীৰ জন্মগত যি সমাজ, সেই প্ৰাণীক সেই সমাজত হে বিচাৰি চাব লাগে; কোনো হেৰোৱা স্ত্ৰীক মৃগীবোৰৰ ভিতৰত বিচাৰিলেতো নহব।

৪৫। এতেকে মনত শুদ্ধভাবে লৈ মই ৰাৱণৰ এই অন্তঃপুৰত অনুসন্ধান কৰিলোঁ, কিন্তু জানকীক হলে কতো দেখা নাপালোঁ।"

৪৬। মহাবীৰ্য্যশালী হনুমানে ইয়াকেই স্থিৰ কৰি দেৱতা, গন্ধৰ্ব্ব আৰু নাগকন্যা বোৰৰ মাজতো বিচাৰি চালে, কিন্তু জানকী হলে তেওঁৰ চকুত নপৰিল।

৪৭। কপিপ্ৰবৰ বীৰ হনুমানে আন সকলো শ্ৰেষ্ঠা ৰমণী বিলাকক চাই চিতি সীতাক তাত নেদেখি তাৰ পৰা ওলাই আহিল আৰু আন ঠাইলৈ যাবলৈ সাজু হল।

৪৮। এইদৰে শ্ৰীমান মাৰুতপুত্ৰ হনুমানে পানভূমি পৰিত্যাগ কৰি পুনঃ আন আন সকলো ঠাইত সীতাক অন্বেষণ কৰিবলৈ যত্নপৰ হল।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত একাদশ সৰ্গ সমাপ্ত ॥

# দ্বাদশ সৰ্গ

## সীতাক কতো দেখা নাপাই হনুমানৰ বিষাদ

১। ৰাৱণৰ অন্তঃপুৰতে থাকি হনুমানে সীতাক দেখাপাবলৈ উৎসুক হৈ সকলো লতাগৃহ, চিত্ৰগৃহ আৰু নিশাগৃহলৈ গল, কিন্তু চাৰুদৰ্শনা সীতাক কতো দেখা নাপালে।

২। এইদৰে বিচাৰিও ৰঘুনন্দন ৰামৰ প্ৰিয়া ভাৰ্য্যাক কতো নেদেখি তেওঁ মনে মনে চিন্তা কৰিব ধৰিলে, "যিহেতু ইমানখন বিচৰাৰ পিচতো মিথিলা ৰাজকন্যাক মই ক'তো দেখা নাপালোঁ এতেকে বুজিলোঁ সীতা এতিয়া জীয়াই থকা নাই।

৩। সীতা আৰ্য্যৰমণীসকলৰ পাতিব্ৰত্য ধৰ্ম্মত অধিষ্ঠিত, এতেকে নিজ ধৰ্ম্মৰক্ষা কৰিবলৈ চেষ্টা ক'ৰাতে নিশ্চয় দুৰ্ব্বৃত্তকৰ্ম্মপৰায়ণ ৰাক্ষসপ্ৰবৰ ৰাৱণে তেওঁক বধ কৰিছে।

৪। অথবা ৰাক্ষসৰাজৰ মহাবিকৃতাননা সুদীৰ্ঘা বিৰূপনেত্ৰা স্ত্ৰীবৰ্গক দেখি জনকৰাজ দুহিতা ভয়তেই প্ৰাণ ত্যাগ কৰিছে।

৫। যিহওক এতিয়া সীতাক দেখা নাপালে, সাগৰ লঙ্ঘনৰূপ যি দুঃসাধ্য সাধন কৰি মোৰ পুৰুষত্ব দেখুৱালোঁ সি বিফল হল। ইপিনে বান্দৰবিলাকৰ লগত থাকি বহুকাল কটোৱাৰ পিচত সুগ্ৰীবে দিয়া সময়ো ৰক্ষা কৰিব নোৱাৰিলোঁ। গতিকে সুগ্ৰীবৰ ওচৰলৈ উভতি যোৱাৰ শক্তি মোৰ নাই, কিয়নো সুগ্ৰীৱ অতি বলবান আৰু তেওঁৰ দণ্ডবিধানো অতি কঠোৰ।

৬। অন্তঃপুৰৰ সকলো ঠাই চোৱা হল, ৰাক্ষসসকলৰ স্ত্ৰীবোৰকো চালোঁ, কিন্তু সাধ্বী সীতাক হলে ক'তো দেখা নাপালোঁ এতেকে মোৰ সকলো পৰিশ্ৰমেই অথলে গল।

৭। এতিয়া মই উভতি গলে বান্দৰবিলাকে মিলি মোক কি কব? তেওঁলোকে কব, "হে বীৰপুৰুষ! তুমি তালৈ গৈ কি কৰিলা আমাক কোৱা।"

৮। গতিকে জনক নন্দিনী সীতাৰ সাক্ষাৎ লাভ কৰিব নোৱাৰিলে তেওঁলোকৰ কথাৰ উত্তৰত মই তেওঁলোকক কি কম? যিহেতু বান্দৰৰাজ সুগ্ৰীবে দিয়া সময় উকলি গলেই এতেকে মোৰ পক্ষে প্ৰায়োপবেশন কৰায়ে শ্ৰেয়ঃ হব।

৯। বৃদ্ধ জাম্ববান অথবা অঙ্গদেই বা কব কি? নিশ্চয় তেওঁলোকে আৰু আন আন বান্দৰসকলে একগোট হৈ সমুদ্ৰ পাৰ হৈ আহিও অকৃতকাৰ্য্য হোৱাৰ কাৰণে মোক ধিক্কাৰহে দিব।

১০। যি হওক উৎসাহেই হৈছে সকলো সমৃদ্ধিৰ মূল, আৰু উৎসাহতেই সকলো সুখ, এতেকে মই যি যি ঠাইত বিচাৰ কৰি চোৱা নাই পুনঃ সেইবোৰ ঠাইত এবাৰ বিচাৰি চাওঁ।

১১। উৎসাহৰ বলতেই মানুহে সকলো কাৰ্য্যৰ প্ৰেৰণা পাই যি কামকে কৰে তাত সফল হয়।

১২। এতেকে মইও উৎসাহৰ দ্বাৰা অনুপ্ৰেৰিত হৈ এবাৰ ভালদৰে চেষ্টা কৰি চাওঁ আৰু ৰাবণৰ দ্বাৰা পালিত সকলো ঠাইতে অন্বেষণ কৰোঁ।

১৩। পানভূমিত বিচাৰি চালোঁ আৰু সেইদৰে পুষ্পগৃহ, চিত্ৰশালা আৰু ক্ৰীড়া গৃহসমূহতো বিচাৰি চালোঁ।

১৪। বিশ্ৰামাগাৰৰ মাজত যিবোৰ পথ আছে সেইবোৰত আৰু লগে লগে পুষ্পকাদি আন আন সকলো ৰথত বিচাৰিলোঁ।” এইদৰে চিন্তা কৰি কপিপ্ৰবৰ হনুমানে পুনঃ অনুসন্ধানৰ কাম আৰম্ভ কৰিলে।

১৫। তেওঁ এবাৰ লফিয়াই উঠি, তাৰ পিচতেই নামি আহি, কেতিয়াবা গৈ থাকি আকৌ পিচ মুহূৰ্ত্ততে তাৰ পৰা অইন ঠাইলৈ গৈ, তলাতল ঘৰ, চৈত্যস্থান, ঘৰৰ ওপৰত যিবোৰ ঘৰ আছে সেইবোৰত পুনঃ পুন. বিচাৰিব ধৰিলে।

১৬—১৭। এইদৰে সময়ত দুৱাৰ মেলি, সময়ত বা দুৱাৰমুখত থিয় দি, কেতিয়াবা ভিতৰলৈ সোমাই, পিচ মুহূৰ্ত্ততে তাৰপৰা ওলাই আহি, এবাৰ ওপৰলৈ উঠি আকৌ তাৰ পৰা নামি আহি কপিপ্ৰবৰ হনুমানে অন্তঃপুৰৰ মুকলি ঠাইবোৰত এনেদৰে বিচাৰিব ধৰিলে যে তেওঁ নোযোৱাকৈ চাৰি আঙুলি পৰিমাণৰ ঠাযো নৰ’ল।

১৮। চাওতে চাওতে তেওঁ প্ৰাচীৰ সমূহৰ মাজৰ ঠাইবোৰ, চৈত্য আৰু তাৰ বেদিকা-বোৰ, গাঁত, পুখুৰী সকলোতে সীতাক বিচাৰিলে।

১৯। এইদৰে বিচাৰি ফুৰোতে বিবিধ প্ৰকাৰৰ বিৰূপ আৰু বিকৃতাকাৰ ৰাক্ষসীবোৰ তেওঁৰ চকুত পৰিল কিন্তু জনকদুহিতাক হলে ক’তো দেখা নাপালে।

২০। সেই সেই ঠাইবোৰত অতুলনীয় ৰূপসম্পন্না গন্ধৰ্ব্ব কন্যাসকলকো দেখিলে কিন্তু ৰাঘৱ ৰামৰ আনন্দদায়িনী পত্নী সীতাক নেদেখিলে।

২১। পূৰ্ণচন্দ্ৰাননা নাৰীশ্ৰেষ্ঠা নাগকন্যাসকলৰো দৰ্শন লাভ কৰিলে কিন্তু জনকাত্মজাৰ দৃষ্টি নাপালে।

২২। যি সকল নাগকন্যাক ৰাবণে বলপূৰ্ব্বক হৰণ কৰিছিল তেওঁলোককো তেওঁ দেখিলে, কিন্তু জনকনন্দিনীক হলে দেখা নাপালে।

২৩। এইদৰে পৱন নন্দন মহাবাহু হনুমানে আন আন শ্ৰেষ্ঠা ৰমণীসমূহক দেখি তেওঁলোকৰ ভিতৰত সীতাক দেখা নাপাই তেনেই বিষণ্ণ হল।

২৪। শ্ৰেষ্ঠ শ্ৰেষ্ঠ বান্দৰগণৰ উদ্যোগ, তেওঁৰ সাগৰ লঙ্ঘন সকলো ব্যৰ্থ হোৱা যেন দেখি বায়ুসুত হনুমান পুনঃ চিন্তান্বিত হল।

২৫। আৰু সৰ্ব্বত্ৰদৰ্শী সৰ্ব্বোচ্চ বিমানৰ পৰা নামি আহি শোকাভিভূত হৈ চিন্তামগ্ন হল।

**॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত দ্বাদশ সৰ্গ সমাপ্ত ॥**

## ত্ৰয়োদশ সৰ্গ

## সীতাক নেদেখি হনুমানৰ আশঙ্কা

১। বেগবান বান্দৰনায়ক হনুমান ৰাৱণৰ অন্তঃপুৰৰ সৰ্ব্বোচ্চ স্থানৰ পৰা নামি আহি প্ৰাচীৰৰ ওপৰত থিয় দি মেঘমালাৰ ভিতৰত থকা বিদ্যুতৰ নিচিনা শোভা ধাৰণ কৰিলে।

২। ৰাৱণৰ অন্তঃপুৰ এৰি আহি জানকীক দেখা নাপাই তেওঁ কব ধৰিলে।

৩। "ৰামৰ প্ৰিয়া ভাৰ্য্যাক বিচাৰি বিচাৰি লঙ্কাৰ বেচি ভাগ ঠাইতে ঘূৰি ফুৰিলোঁ। কিন্তু সৰ্ব্বাঙ্গ শোভনা বৈদেহীক ক'তো দেখা নাপালোঁ।

৪—৫। নদী, সৰোবৰ পুখুৰী জলাশয় উপবন গ্ৰাৰ দাভিকাৰৰ ঠাই, দুৰ্গ আৰু পৰ্ব্বত সমূহ—সকলোতে ঘূৰি ফুৰিলোঁ, কিন্তু জানকীক ক'তো দেখা নাপালোঁ। গৃধ্ৰ সম্পাতিয়ে কৈছিল যে ৰাৱণৰ থকাঠাইতে সীতা আছে তথাপিতো তেওঁক দেখা নাপালোঁ কিয় ?

৬। তেনেহলে ৰাৱণে বলপূৰ্ব্বক হৰণ কৰি অনাৰ সময়ত জনকাত্মজা মৈথিলীয়ে কি হতবুদ্ধি আৰু বিবশা হৈ ৰাৱণকেই ভজিলে ? কিন্তু সিও তো অসম্ভব।

৭। অনুমান হয় সীতাক লৈ লবাৰ্দ্ধিৰ ওপৰেদি উৰি যাওঁতে হঠাতে ৰামৰ বাণৰ কথা মনত পৰাত ৰাৱণ ভীত হল আৰু সেই কাৰণে তেওঁৰ হাতৰ পৰা এৰি দিয়াত সীতা তললৈ পৰি গল।

৮। অথবা আকাশ পথেদি সিদ্ধসকলৰ বাটেদি হৰণ কৰি অনাৰ সময়ত জালোঢ়া সাগৰৰ ৰূপ দেখি সীতাৰ হৃদকম্প উপস্থিত হল আৰু সেই কাৰণে সাগৰতেই পৰি গল।

৯। হয়তো এনেও হব পাৰে যে ৰাৱণ দ্ৰুতবেগে লৈ যাওঁতে তেওঁৰ হাতৰ চেপাত বিশালাক্ষী আৰ্য্যা সীতা দেৱীয়ে প্ৰাণক পৰিত্যাগ কৰিলে।

১০। ক্ৰমাৎ ওপৰলৈ উঠি সাগৰ অতিক্ৰম কৰি লৈ যাওঁতে সম্ভৱতঃ মিছ্‌চোঁ হৈ জনকাত্মজা সীতা সাগৰতে পৰি গৈছে।

১১। আহা ! সীতাৰ অকপট প্ৰাণ, সহায় নাথকি কীনা হৈ নিজৰ পাতিব্ৰত্য ধৰ্ম্ম ৰক্ষা কৰাৰলৈ যাওঁতে সম্ভৱত. হতভাগিনী সীতাক ৰাৱণে খাইয়ে পেলালে।

১২। অথবা এনেও হব পাৰে যে ৰাৱণৰ দুষ্টস্বভাৱা সপত্নীগণে সৰলমতি কৃষ্ণনয়না সীতাক হিংসাতে খাই থৈছে।

১৩। কিম্বা নহলে ৰাৱণৰ অন্তঃপুৰৰ কোনো ঠাইত আবদ্ধ হৈ থাকি পিঞ্জৰাৰ ভিতৰত থকা শালিকীৰ নিচিনা সীতা দেৱীয়ে ভীষণ ভাবে চিঞ'ৰ-বাখৰ কৰিয়ে আছে।

১৪। কৃষ্ণাক্ষী সীতাৰ জনকৰ কুলত জন্ম, তেওঁ ৰামৰ পত্নী, এনেহেন বংশগৌৰৱৰ অধিকাৰিণী হৈ তেওঁ ৰাৱণৰ বশতা মানিব পাৰে কেনেকৈ ?

১৫। যি হওক ৰামৰ প্ৰিয়া ভাৰ্য্যা সীতা যদি দেখা পাব নোৱাৰাকৈ কৰবাত আছে, অথবা তেওঁক দেখা পোৱাটো তেনেই অসম্ভৱ অথবা যদি তেওঁ প্ৰাণকে ত্যাগ কৰিছে, কথাটো নিশ্চয়কৈ নজনাকৈ মই কোনো বিষয়ে ৰামক একোটো জনাব নোৱাৰোঁ।

১৬। বৰ্ত্তমান ক্ষেত্ৰত দেখা নাই বুলি কোৱাটো যেনে দোষনীয়, নোকোৱাটোও তেনে, এনেস্থলত মই কিটো কৰা উচিত এযে হৈছে মোৰ পক্ষে এটা বিষম সমস্যাৰ কাৰণ।"

১৭। ঘটনা এনেভাবে উপস্থিত হোৱাত সেই সময়ত তেওঁৰ কৰ্ত্তব্য কি হব পাৰে, এই বিষয়ে হনুমানে পুনঃ চিন্তা কৰিবলৈ ধৰিলে।

১৮। তেওঁ ভাবিলে "যদি সীতাৰ লগত সাক্ষাৎ নোহোৱাকৈ মই ইয়াৰপৰা বান্দৰ-ৰজাৰ নগৰীলৈ যাওঁ, তেনেহলে মোৰ এই পুৰুষাৰ্থৰ কি ফল হ'ল?

১৯। তেতিয়া হলে মোৰ সমুদ্ৰ লঙ্ঘন, লঙ্কাত প্ৰৱেশ আৰু ৰাক্ষসসকলক চোৱাৰ পৰা একো ফল নধৰিল।

২০। এইদৰে মই কিষ্কিন্ধাত উপস্থিত হলে সুগ্ৰীব অথবা বান্দৰবিলাকে একত্ৰ হৈ মোক কি কব অথবা দশৰথনন্দন দুজনাই বা কব কি?

২১। মই গৈ সীতাক দেখা নাপালোঁ বুলি এই নিদাৰুণ বাতৰিটো কাকুস্থ ৰামক জনালে, তেওঁ সেই মুহূৰ্ত্ততে প্ৰাণত্যাগ কৰিব।

২২। এই অশুভ বাতৰিটো তেওঁৰ পক্ষে এনে কঠোৰ, ভয়ঙ্কৰ অসহনীয়, উগ্ৰ আৰু ইন্দ্ৰিয় সন্তাপক যে তাক শুনামাত্ৰকে তেওঁ আৰু জীবিত নাথাকে।

২৩। ৰুকায়েক এইদৰে দুৰ্দ্দশাগ্ৰস্ত হৈ মৰা শুনিলে মেধাবী ভায়েক লক্ষ্মণো জীয়াই নাথাকে।

২৪। ভ্ৰাতৃযুগল বিনাশপ্ৰাপ্ত হোৱা শুনিলে ভৰতেও প্ৰাণ এৰিব আৰু ভৰতৰ মৃত্যুত শত্ৰুঘ্নও জীবিত নাথাকিব।

২৫। সকলোটি পুত্ৰ এইদৰে বিনাশপ্ৰাপ্ত হোৱা দেখি তেওঁলোকৰ মাতৃবৰ্গ কৌশল্যা, সুমিত্ৰা আৰু কৈকেয়ীয়েও নিশ্চয় প্ৰাণত্যাগ কৰিব।

২৬। বান্দৰৰাজ সুগ্ৰীব কৃতজ্ঞ আৰু সত্যপ্ৰতিজ্ঞ; ৰামৰ এনে অবস্থা দেখি তেৰোঁ জীবন বিসৰ্জ্জন দিব।

২৭। আৰু তেতিয়া স্বামীৰ শোকতে অভিভূতা ৰুমাই মনত ভীষণ আঘাত পাব আৰু নিৰানন্দ আৰু দীনভাবে তেৰোঁ প্ৰাণত্যাগ কৰিব।

২৮। বালীৰ কাৰণে তাৰা এনেয়ে শোকাভিভূতা; এনে অবস্থাত পৰিলে শেহত তেৰোঁ আৰু জীয়াই থকা সম্ভৱ নহব।

২৯। তেতিয়া পিতাক আৰু মাকৰ শোকত আৰু সুগ্ৰীবৰ মৃত্যুত কুমাৰ অঙ্গদেও প্ৰাণ বিসৰ্জ্জন দিব।

৩০। এনেবোৰ ঘটনা হৈ যোৱাৰ পিচত বনবাসী বান্দৰবোৰে তেওঁলোকৰ প্ৰভুৰ হাতৰ তলুৱা আৰু মুষ্টিৰে তেওঁলোকৰ মূৰত আঘাত কৰিব ধৰিব।

৩১। তেওঁলোকে বান্দৰৰাজ সুগ্ৰীবৰ পৰা দান, সান্ত্বনা, মান আৰু যশস্তা লাভ

কৰি লালিত আৰু পালিত। এনেস্থলত সুগ্ৰীৱৰ শোকত তেওঁলোকেও প্ৰাণ ধাৰণ কৰি নাথাকে।

৩২। বন, পৰ্ব্বত অথবা গুহাপ্ৰদেশ ক'তো বান্দৰ বীৰগণে আনন্দ বোলা বস্তু আৰু নাপায়।

৩৩—৩৪। পুত্ৰ, দাৰা আৰু অমাত্যবৰ্গেৰে সৈতে তেওঁলোকৰ প্ৰভুৰ নিধনত সকলোৱে পৰ্ব্বতৰ ওপৰৰ পৰা সমান অসমান ঠাইত জপিয়াই পৰিব, অথবা বিষপান, উদ্বন্ধন কৰি কৰি নাইবা অগ্নিত প্ৰবেশ কৰি, উপবাসে থাকি অথবা অস্ত্ৰৰ সহায় লৈ প্ৰাণত্যাগ কৰিব।

৩৫। মই অনুমান কৰিব পাৰিছো মই গৈ পোৱাৰ লগে লগে এক ঘোৰতৰ অসহনীয় কান্দোনৰ ৰোল উঠিব, লগতে ইক্ষ্বাকুকুলৰ নাশ আৰু বনবাসী বান্দৰসকলৰ বিনাশ উপস্থিত হ'ব।

৩৬। গতিকে মই ইয়াৰ পৰা কিষ্কিন্ধানগৰীলৈ উভতি আৰু নাযাওঁ, মৈথিলীৰ সাক্ষাৎ নোপোৱাকৈ মই সুগ্ৰীৱৰ আগত মুখ দেখুৱাব নোৱাৰোঁ।

৩৭। যদি মই উভতি নগৈ ইয়াতেই থাকো তেনহ'লে ধৰ্ম্মাত্মা মহাৰথী দুজন আশাতে জীয়াই থাকিব আৰু মহাতেজস্বী বান্দৰবোৰো জীৱিত থাকিব।

৩৮। যদিহে জনকাত্মজা সীতাক দেখা নাপাওঁ তেন্তে সংযতেন্দ্ৰিয় হৈ সন্মুখত যি পাওঁ তাকে ভক্ষণ কৰি বাণপ্ৰস্থী হৈ গছৰ তলিত বহি থাকিম।

৩৯। অথবা বহুফলমূলে পৰিপূৰ্ণ এই সাগৰৰ উপকূলত চিতা নিৰ্ম্মাণ কৰি প্ৰজ্বলিত অগ্নিত প্ৰবেশ কৰিম।

৪০। নাইবা অনশন ব্ৰত অবলম্বন কৰি লিঙ্গশৰীৰ লাভ কৰাৰ পিচত, কাউৰী আৰু শ্বাপদজন্তুৱে মোৰ এই শৰীৰটো ভক্ষণ কৰিব।

৪১। মই জনাত ঋষিসকলে শৰীৰবন্ধনৰপৰা মুক্তিলাভ কৰাৰ আৰু এটা উপায় নিৰ্দ্ধাৰণ কৰিছে; সেইমতে যদিহে জানকীক দেখা নাপাওঁ তেন্তে জলত প্ৰবেশ কৰিয়ে প্ৰাণ এৰিম।

৪২। মোৰ সুকাৰ্য্যৰ ফলত সৌভাগ্যক্ৰমে লঙ্কা যাত্ৰাৰ পৰা যি সুকীৰ্ত্তি উপাৰ্জ্জন কৰিছো এতিয়া সীতাৰ বাতৰি নোপোৱাৰ কাৰণে সি চিৰকাললৈ লোপ হ'ব।

৪৩। এতেকে সংযতচিত্তে তাপসৰ ব্ৰত লৈ গছৰ তলিতে বাস কৰি থাকিম, তথাপি অসিতনয়না সীতাক নেদেখাকৈ মই ইয়াৰ পৰা নাযাওঁ।

৪৪। সীতাৰ সংবাদ নোপোৱাকৈ গলে অঙ্গদ সৈতে বান্দৰবোৰৰ কোনোজন জীয়াই নাথাকিব।

৪৫। এতিয়া যি দেখিছো মৰণ হলে বহুত দোষে স্পৰ্শ কৰিব কিন্তু জীয়াই থাকিলে বহুত শুভ ফল লাভ কৰাৰ সম্ভাৱনা থাকে। এতেকে মই জীৱনকে ধাৰণ কৰি থাকিম কিয়নো তেতিয়াহলে সকলোৱে পক্ষে এদিন নহয় এদিন সুখৰ সন্ধান পোৱাটো সুনিশ্চিত।"

৪৬। কপিকুঞ্জৰ হনুমানে এইদৰে মনে মনে বহুত দুখৰ কথা স্মৰণ কৰি, কোনোপধ্যে শোকৰ পাৰকূল নাপালে।

৪৭। তাৰ পিচত ধৈৰ্য্যশীল কপিপ্ৰবৰ হনুমানে তেওঁৰ নিজ বিক্ৰমকে সাৰোগত কৰি লৈ স্থিৰ কৰিলে "নহয়, আন সকলোকে এৰি মহাবলশালী দশগ্ৰীৱ ৰাৱণকে বধ কৰোঁ, তেনেহলে সীতাক হৰণ কৰি সি যি বৈৰিতা আচৰণ কৰিছিল তাৰ পোতক তোলা হব।

৪৮। অথবা ৰাৱণক সাগৰৰ ওপৰলৈ তুলি নি পশুপতিৰ ওচৰত পশু বলি দিয়াৰ দৰে ৰামৰ ওচৰত তাক উপহাৰস্বৰূপে দান দিওঁ।"

৪৯। সীতাক বিচাৰি নাপাই নানাপ্ৰকাৰৰ ভাৱনা চিন্তাতে অভিভূত হৈ হনুমানে পুনঃ ভাবিবলৈ ধৰিলে।

৫০। "বাৰু, যেতিয়ালৈকে সীতাক দেখা নাপাওঁ তেতিয়ালৈকে বাৰে বাৰে এই লঙ্কাতে বিচাৰি চাওঁ।

৫১। সম্পাতিৰ কথামতে যদিওবা ৰামক ইয়ালৈ লৈ আহো, তেতিয়াহলে ৰাম ইয়ালৈ আহি তেওঁৰ ভাৰ্য্যা সীতাক দেখা নাপালে সেই খণ্ডতে তেওঁ বান্দৰকুলক বিনাশ কৰিব।

৫২। এতেকে সংযতাহাৰী আৰু সংযতেন্দ্ৰিয় হৈ ইয়াতেই বাস কৰি থাকিম। মোৰ কাৰণে সকলো নৰ আৰু বান্দৰকুল বিনষ্ট হোৱাৰ কাৰণ নাই।

৫৩। সম্মুখতে মহা মহা বৃক্ষৰাজিৰে ভৰা এই যে মহৎ অশোক বন, বৰ্ত্তমানে মই তালৈ যাওঁ, এই ঠাইডোখৰত মই সীতাক এতিয়ালৈ বিচৰা নাই।

৫৪। অষ্টবসু, একাদশ ৰুদ্ৰ, দ্বাদশ আদিত্য অশ্বিনীকুমাৰদ্বয় আৰু মৰুৎগণ সকলোকে নমস্কাৰ কৰি ৰাক্ষসকুলৰ শোকবৰ্দ্ধক হিচাপে মই তালৈ যাবলৈ আগবাঢ়িলোঁ।

৫৫। যদিহে সীতা তাত আছে তেন্তে তাত থকা ৰাক্ষসবিলাকৰ ওপৰত জয়লাভ কৰি, তপস্বীজনৰ আগত সিদ্ধি দান কৰা দি ইক্ষাকুকুলনন্দিনী দেৱী সীতাক ৰামৰ ওচৰত শোধাই দিম।"

৫৬। এইদৰে অলপ সময় চিন্তা কৰি মহাবাহু মাৰুতনন্দন হনুমানে আকুলচিত্তে থিয় হ'ল।

৫৭। তাৰ পিচত স্তুতি কৰাৰ চলে তেওঁ কবলৈ ধৰিলে :—লক্ষ্মণে সৈতে ৰামক নমস্কাৰ, জনকাত্মজা দেৱী সীতাক নমস্কাৰ, ৰুদ্ৰ, ইন্দ্ৰ, আদিত্য আৰু বায়ুদেৱক নমস্কাৰ, চন্দ্ৰ, অগ্নি আৰু মৰুৎগণকো মোৰ নমস্কাৰ।"

৫৮—৫৯। এইদৰে তেওঁলোকক নমস্কাৰ কৰি উঠি সুগ্ৰীৱলৈ নমস্কাৰ জনাই মাৰুতাত্মজ হনুমানে চাৰিওফালে এবাৰ চকু ফুৰাই চালে, আৰু তাৰ পিচত অশোক বনত উপস্থিত হৈ তেওঁ তাত কি কৰিব এই বিষয়ে চিন্তা কৰিবলৈ ধৰিলে।

৬০। "এই অশোকবন বহু কাননে পৰিপূৰ্ণ আৰু জলসিঞ্চনৰ আহিলাপাতি আৰু নানা সংস্কাৰৰ দ্বাৰা সুশোভিত, এতেকে নিশ্চয় বহুত ৰাক্ষস ইয়াত বাস কৰি আছে।"

৬১। বহুত ৰাক্ষসে ইয়াৰ বৃক্ষসমূহ ৰক্ষা কৰি থাকিব পাৰ। বিশ্বাত্মা ভগবান বায়ুও তাত প্ৰবলবেগে বব নোৱাৰে।

৬২। ৰাম আৰু ৰাৱণৰ কাৰণে মোৰ এই শৰীৰটো মই লক্ষ কৰি লৈছো। প্ৰাৰ্থনা কৰোঁ যেন ঋষিগণে সৈতে দেৱতাসকলে মোক সিদ্ধিলাভ কৰাত সহায় কৰে।

৬৩। স্বয়ম্ভু ভগবান ব্ৰহ্মা, দেৱগণ, তপস্বীগণ, অগ্নি, বায়ু, সৰ্ব্বজননমস্কৃত বজ্ৰধাৰী ইন্দ্ৰ, পাশহস্ত বৰুণ, চন্দ্ৰ, আদিত্য, মহাত্মা অশ্বিনীযুগল, মৰুৎগণ, সকলো প্ৰাণী আৰু প্ৰাণীসকলৰ যি অধীশ্বৰ তেওঁৰো, এতভিন্ন জনসাধাৰণৰ অদৃষ্ট যিসকল সিদ্ধপুৰুষ সৰ্ব্বত্ৰ বিচৰণ কৰি ফুৰে তেওঁলোক সকলোৱে মোৰ কাৰ্য্য সিদ্ধিত সহায় কৰক।

৬৬। হায়! কেতিয়ানো মই উন্নত নাসিকাযুক্ত, শুভ্ৰবৰ্ণ, পবিত্ৰ হাঁহি সনা, পদ্মপলাশ লোচনা, বিমল চন্দ্ৰকান্তি তুল্যা আৰ্য্যা সীতাৰ বদন দৰ্শন কৰিব পাৰোঁ।

৬৭। আহা! ক্ষুদ্ৰমতি নীচাশয় নিষ্ঠুৰমূৰ্ত্তি ভয়ঙ্কৰ ৰূপধাৰী সেই ৰাক্ষসে সাধু ছদ্মবেশ ধাৰণ কৰি বলপূৰ্ব্বক হতভাগিনী অবলা সীতাক হৰণ কৰি আনিছে। এতিয়া কি উপায়ে মই তেওঁৰ সাক্ষাৎ লাভ কৰিব পাৰো?"

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত ত্ৰয়োদশ সৰ্গ সমাপ্ত ॥

## চতুৰ্দ্দশ সৰ্গ

## অশোক বনত প্ৰৱেশ আৰু সীতাৰ অন্বেষণ

১। তাৰ পিচত মহাতেজস্বী হনুমানে অলপ সময় সীতাৰ বিষয়ে ধ্যান কৰি মনতে সীতাক লাভ কৰিলে আৰু তাৰ পিচত ৰাৱণৰ অন্তঃপুৰ সংলগ্ন প্ৰাচীৰৰ পৰা জাপ মাৰি অশোক বনৰ প্ৰাচীৰত উপস্থিত হল গৈ।

২। হনুমানে প্ৰাচীৰত উপনীত হৈ বসন্ত আদি সকলো ঋতুতে উৎপন্ন নানাবিধ প্ৰস্ফুটিত গছৰ আগভাগ দেখি মনৰ আনন্দতে তেওঁৰ সৰ্ব্বশৰীৰ পুলকিত হৈ উঠিল।

৩—৪। তাত ফুলি থকা শাল, অশোক, ভব্য, চম্পক, উদ্দালক, নাহৰ গছ, ৰাঙলৰ ফুলৰ নিচিনা ৰঙা আম লাগি থকা গছ আৰু লতাই চাৰিওফালে আৱৰা গছবোৰ দেখি ধনুৰ পৰা ওলোৱা নাৰাচ বাণৰ দৰে একে জাপতে তেওঁ সেই উপবনত উপস্থিত হল।

৫—৬। বনৰ ভিতৰত প্ৰৱেশ কৰি কপিপ্ৰৱৰে দেখিলে বিচিত্ৰ পক্ষীৰে পৰিপূৰ্ণ, সোণ আৰু ৰূপৰ বৰণৰ বৃক্ষৰাজিৰে সমাকুল, বিহঙ্গ আৰু মৃগসমূহে পৰিব্যাপ্ত সেই চিত্ৰকাননে উদিত সূৰ্য্যৰ নিচিনা শোভা ধাৰণ কৰিছে।

৭—৯। সৰ্ব্বাঙ্গবিভূষিতা বৰবৰ্ণিনী ৰাজকন্যা সীতাৰ অনুসন্ধান কৰিবলৈ সেই অশোকবনৰ এটাইবোৰ পশুপক্ষীকে তেওঁ জগাই তুলিলে।

১০। হঠাতে চৰাইবোৰ উজাৰ খাই উঠাত তেওঁলোকৰ পাখিৰ কোবত যি বতাহ সমুত্থিত হল তাতেই গছ-গছনিৰ পৰা নানা বৰণৰ ফুলবোৰ সৰি পৰিব ধৰিলে, অনুমান হল যে তাত পুষ্পবৃষ্টিহে হব ধৰিছে।

১১। এইদৰে সৰি পৰা ফুলবোৰে তেওঁক আবৃত কৰাত মাৰুতাত্মজ হনুমানে অশোক বনৰ ভিতৰত পুষ্পময় পৰ্ব্বতসদৃশ শোভা ধাৰণ কৰিলে।

১২। বনৰ ভিতৰত গছসমূহৰ মাজত চাৰিওফালে লৰি ফুৰা দেখি তাত থকা প্ৰাণীসমূহে ভাবিলে স্বয়ং বসন্তকালে মূৰ্ত্তি ধাৰণ কৰি অশোক বনত বিৰাজ কৰিছে।

১৩। এইদৰে লৰি ফুৰোঁতে অশোকবনৰ ভিন ভিন অংশ গছসমূহৰ পৰা সৰি পৰা নানাবিধ ফুলেৰে পৰিব্যাপ্ত হোৱাত অশোকবনৰ সমগ্ৰ ভূমিখণ্ড নানালঙ্কাৰ বিভূষিতা এগৰাকী ৰমণীৰ দৰে হৈ পৰিল।

১৪। মহাবলী কপিবৰৰ শৰীৰৰ শক্তিৰ বলত গছবোৰ বাৰ বাৰ জোকাৰ খাই উঠাত নানাবৰণৰ বিচিত্ৰ ফুলবোৰ তললৈ সৰি পৰিব ধৰিলে।

১৫। হনুমানৰ জোকাৰণিত গছৰ আগভাগৰ পকা পাত, ফুল আৰু মূলবোৰ পৰি গল আৰু তেতিয়া পাশা খেলত হাৰি গাৰ পৰা বস্ত্ৰ আভৰণাদি পেলাই থৈ পাশা খেলুৱৈয়ে যেনে ৰূপ ধাৰণ কৰে অশোক বনৰ বৃক্ষসমূহৰো ৰূপ তদনুৰূপ হল।

১৬—১৭। মহাবেগী হনুমানে গছবোৰ লৰাই দিয়াৰ লগে লগে ফলবান বৃক্ষসমূহৰ পৰা পাত-ফুল আৰু ফলবোৰ সৰি পৰিল, চৰাইবোৰ তাৰ পৰা উৰি গল আৰু শেহত গছৰ গুৰিমাত্ৰ অৱশিষ্ট ৰল গৈ।

১৮—১৯। কপিপ্ৰবৰ হনুমানে গছত উঠি নেজ, হাত আৰু ভৰিৰে গছৰ ডাল-পাত চুৰমাৰ কৰাত সেই গছবোৰেৰে সৈতে অশোক বনখনো চুম্বনত ক্ষতাধৰা, নখাঙ্কিতা লোলকেশী যুৱতী যেন হৈ পৰিল।

২০। বৰ্ষাকালত বায়ুৱে মেঘমালাক যিদৰে ছিন্ন বিচ্ছিন্ন কৰে কপিপুঙ্গৱ হনুমানেও সেইদৰে বনৰ লতাবোৰ টানি আজুৰি একাকাৰ কৰিলে।

২১—২৪। তাৰ পিচত সেই অশোক বনতে ঘূৰি পকি কপিপ্ৰবৰ হনুমানে দেখিলে তাৰ ভূমিভাগ সোণ, ৰূপ আৰু মণি মুক্তাৰে বন্ধোৱা, জলাশয়বোৰ বিবিধ আকৃতিৰ আৰু উৎকৃষ্ট পানীৰে পৰিপূৰ্ণ, ঠায়ে ঠায়ে মহামূল্যৱ মণিৰে নিৰ্ম্মিত সোপান শ্ৰেণী, জলাশয়ৰ ওচৰৰ বালিময় ভূমি মুক্তা প্ৰবালেৰে শোভিত, তাৰ মাজতে আকৌ স্ফটিক মণিৰে বন্ধোৱা সমতল ঠাইবোৰ, তীৰসমূহ সোণৰ, বিবিধ পাদপেৰে উপশোভিত, প্ৰস্ফুটিত পদুম আৰু উৎপলখণ্ড তাত বিৰাজমান আৰু চক্ৰবাক, ডাউক, হংস আৰু সাৰস পক্ষীৰ ৰবে ই নিনাদিত।

২৫। চাৰিওফালৰ পৰা প্ৰবাহিত সুদীৰ্ঘ নদীসমূহে সিঁহতৰ অমৃতময় নিৰ্ম্মল জলৰাশিৰ দ্বাৰা তাৰ জলাশয়বোৰ বিশুদ্ধ কৰি ৰাখিছে।

২৬। শই শই লতা তাৰ ওপৰত হালি পৰিছে, চাৰিওফালৰ উপবনবোৰ কল্পবৃক্ষৰ পুষ্পে পৰিপূৰ্ণ, আৰু নানা গুল্মেৰে আবৃত, আৰু মাজে মাজে কৰবীৰ বৃক্ষে তাৰ শোভা বঢ়াই তুলিছে।

২৭—২৮। জলাশয় দৰ্শনৰ পিছত পৃথিবীৰ ভিতৰতে শ্ৰেষ্ঠ আৰু ৰমণীয় এটা পৰ্ব্বত কপিশাৰ্দ্দুল হনুমানৰ চকুত পৰিল। মেঘখণ্ড সদৃশ এই পৰ্ব্বত বহুত বহুত উন্নত আৰু বিচিত্ৰ শৃঙ্গমালাৰে পৰিবৃত, আৰু তাৰ চাৰিওফাল শিলাগৃহ আৰু নানা তৰহৰ বৃক্ষে পৰিপূৰ্ণ।

২৯। কপিবৰে দেখিলে প্ৰিয়পাত্ৰীয়ে বোহ কৰি প্ৰিয়জনৰ কোলাৰ পৰা জাপ দি যিদৰে আঁতৰি যায়, এই পৰ্ব্বতৰ পৰাও এখন নৈ সেইদৰে আগবাঢ়ি পৰিব ধৰিছে।

৩০। নৈৰ পাৰত থকা গছবোৰৰ আগবোৰ তাৰ ওপৰত হাউলি পৰাত অনুমান হল যেন খঙৰ আলতে প্ৰিয়জনক এৰি যাব খোজা কামিনীক তেওঁৰ প্ৰিয়বন্ধু সকলে বাধা দিছে।

৩১। তাৰ পিচতে গছৰ ঠাল ঠেঙুলিত লাগি পানীয়ে ওলোটা মুখে বব ধৰা দেখি কপিপ্ৰবৰৰ মনত ভাব হল যে কামিনীয়ে পুনঃ প্ৰসন্না হৈহে যেন তেওঁৰ কান্তৰ ওচৰ চাপিব খুজিছে।

৩২। এই পৰ্ব্বতৰ ওচৰত নানা তৰহৰ পক্ষীগণে পৰিপূৰ্ণ পদুম ফুলৰ সৰোবৰ এটাও হনুমানৰ চকুত পৰিল।

৩৩। লগতে শীতল জলে ভৰপূৰ বৃহৎ কৃত্ৰিম এটা পুখুৰী তেওঁ দেখিবলৈ পালে। এই পুখুৰীলৈ নমা ঘাটবোৰ শ্ৰেষ্ঠ মণিৰে নিৰ্ম্মিত আৰু তাৰ ওচৰৰ বালিময় ঠাইবোৰ মুক্তা মণিৰে সুশোভিত।

৩৪—৩৬। এই পুখুৰীটো দাঁতিকাষৰৰ নানাবিধ মৃগ আৰু বিচিত্ৰ কাননৰ দ্বাৰা পৰিপূৰ্ণ, তাৰ দাঁতিত স্বয়ং বিশ্বকৰ্ম্মাদেৱৰ নিৰ্ম্মিত সুবৃহৎ প্ৰাসাদসমূহ আৰু বহুত বহুত কৃত্ৰিম উপবনে তাৰ শোভা বঢ়াইছে। তাত যিবোৰ বৃক্ষ আছে, সকলোবোৰ ফল আৰু ফুলে পৰিপূৰ্ণ, সিহঁতৰ আগভাগবোৰ ছত্ৰাকাৰ আৰু মনোৰম।

৩৭। গুৰিৰ বেদীবোৰ সোণৰ নিৰ্ম্মিত আৰু বহুবিধ লতাপতাৰে আবৃত; এইবোৰ দেখি শুনি মহাকপি হনুমানে সুবৰ্ণময় এজোপা শিশুগছ তাত দেখা পালে; এই গছৰ চাৰিওফালে থকা বেদীবোৰো সুবৰ্ণময়।

৩৮। অশোক বনৰ ভিতৰত থকা সকলো ভূভাগ, পৰ্ব্বত, নিজৰা আদি চাই লোৱাৰ পিচত অগ্নিসম সমুজ্জল আন আন বৃক্ষসমূহো তেওঁৰ চকুত পৰিল।

৩৯। মহাকপি হনুমানে যেক পৰ্ব্বত সদৃশ ৰূপ ধাৰণ কৰি বৃক্ষৰাজিৰ শোভাতে শোভাম্বিত হল আৰু নিজকে নিজে অনুমান কৰিলে তেওঁ যেন সোণৰ ৰূপহে প্ৰাপ্ত হৈছে।

৪০—৪১। বতাহ বলিব ধৰাত, অঙ্কুৰ আৰু পল্লৱে সুশোভিত কাঞ্চনৰ পুষ্পিত তৰুৰাজি কম্পিত হৈ উঠিল আৰু লগে লগে সিহঁতৰ মাজৰ পৰা শই শই সৰু ঘুনুৰাৰ ধ্বনি বাজি উঠিল, এইবোৰ দেখি কপিপ্ৰবৰ বিস্ময়াম্বিত হল। তাৰ পিচত মহাবেগৱান হনুমানে পাতসমূহে আবৃত কৰি ৰখা সেই শিংশপা গছ জোপাত উঠি ভাবিবলৈ ধৰিলে।

৪২। এই গছজুপিৰ পৰায়ে ৰামৰ দৰ্শনাকাঙ্খিনী শোক সন্তপ্তা দুখাভিভূতা বৈদেহীক আপোন মনে ইফালে সিফালে ঘূৰি ফুৰা অৱস্থাত মই দেখা পাম।

৪৩—৪৪। নিশ্চয় এয়ে দুৰাত্মা সেই ৰাক্ষসৰ চন্দন, চম্পক, বকুল আদি বৃক্ষেৰে

সুশোভিত ৰমণীয় অশোক বন। আৰু পক্ষীগণে পৰিব্যাপ্ত এইয়ে মনোৰম পদুমফুলে পৰিপূৰ্ণ পুখুৰী। ৰাজমহিষী জানকী নিশ্চয় ইয়ালৈ আহিব।

৪৫। ৰাঘৱৰ প্ৰিয়াভাৰ্য্যা ৰাজমহিষী সীতাই বন উপবনত ভ্ৰমণ কৰিয়েই ভাল পায়। বৰ্ত্তমানে ৰামৰ বিৰহত কাতৰা হৈ তেওঁ নিশ্চয় এইপিনে আহিব।

৪৬। সীতাৰ চকুযুৰি মৃগ শিশুৰ নিচিনা ধুনীয়া, তেওঁ এই বনৰ সকলো বিষয়ে অভিজ্ঞা। বৰ্ত্তমানে ৰামৰ কাৰণে শোক আৰু চিন্তাতে সন্তপ্তা, এতেকে এই সময়ত তেওঁ নিশ্চয় ইয়ালৈ আহিব।

৪৭। চাৰু নেত্ৰা সীতাৰ বনবাসতেই ৰতি, এতেকে ৰামৰ শোকত অভিভূতা হৈ এই বনত বিচৰণ কৰি ফুৰিবলৈ তেওঁ নিশ্চয় ভাল পাব।

৪৮। পূৰ্ব্বৰেপৰা বনবিহাৰী পশুপক্ষীগণক চাবলৈ জনক দুহিতা ৰামৰ প্ৰিয়া ভাৰ্য্যা সতী সীতাদেবীৰ ৰব হেপাহ।

৪৯। সন্ধ্যাকালৰ যি কৰ্ত্তব্য তাক পালন কৰিবলৈ তেওঁ ইচ্ছুক, এতেকে এই পুৱাৰ সন্ধ্যা সমাপন কৰিবলৈ নাৰীশ্ৰেষ্ঠা শ্যামা সীতাদেবী পবিত্ৰ জলপূৰ্ণা এই নৈলৈ নিশ্চয় আহিব।

৫০। মনোৰম এই অশোকবন সৰ্ব্বজন বিদিতা, পতিব্ৰতা সুচৰিত্ৰসম্পন্না পাৰ্থিবেন্দ্ৰ ৰামৰ পত্নীৰ প্ৰকৃততে অনুৰূপ স্থল।

৫১। সেই চন্দ্ৰবদনা দেবী যদিহে জীবিতা আছে তেন্তে এই সময়ত তেওঁ শীতল-সলিলা এই নৈলৈ নিশ্চয় আহিব।"

৫২। ইয়াকে ভাবি মহাত্মা হনুমানে ইকালে সিকালে চাই মনুজেন্দ্ৰপত্নীৰ আগমন প্ৰতীক্ষা কৰি পাতে ভৰপুৰ সেই গছজুপীলৈ গৈ তাত লুকাই থাকিল।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত চতুৰ্দ্দশ সৰ্গ সমাপ্ত ॥

# পঞ্চদশ সৰ্গ

## অশোক বনত ঘোৰাকৃতি ৰাক্ষসীৰ মাজত সীতাক দৰ্শন

১। হনুমানে শিশুগছ জোপাৰ ওপৰত থিতাপি লৈ মৈথিলীক বিচাৰি ইফালে সিফালে চাই, গোটেইখন অশোকবনৰ ওপৰতে দৃষ্টিপাত কৰিবলৈ ধৰিলে।

২। তেওঁ দেখিলে এই বন সন্তানক নামৰ লতা আৰু বৃক্ষসমূহে উপশোভিত, দিব্য গন্ধ আৰু ৰসে পৰিপূৰ্ণ, আৰু সকলোপিনে সৌষ্ঠৱময়।

৩। এই বন সৰগৰ নন্দনকানন সদৃশ, মৃগ আৰু পক্ষীকুলেৰে পৰিপূৰ্ণ সুবৰ্ণময় প্ৰাসাদে সুশোভিত আৰু মত্ত কোকিলৰ ৰবে মুখৰিত।

৪। তাৰ পুখুৰীবোৰ সোণৰ উৎপল আৰু পদুমেৰে পৰিশোভিত গৃহসমূহ বহুতলা-বিশিষ্ট আৰু বহুত আসন আৰু আস্তৰণে পৰিব্যাপ্ত।

৫—১১। শিংশপা গছতে থাকি সকলো ঋতুত উৎপন্ন ফল আৰু ফুলে ভৰি থকা গছবোৰৰ শোভা আৰু প্ৰস্ফুটিত অশোক ফুলৰ সৌন্দৰ্য্য দেখি হনুমানৰ ভাব হল যেন সমগ্ৰ অশোক বন সূৰ্য্যোদয়ৰ প্ৰভাতেহে দীপ্তিমান হৈ আছে। অশোক গছৰ পাত ঘন, তথাপি শই শই নানা বৰণৰ পক্ষী পুষ্পৰাশিৰে বিভূষিত হৈ বাৰে বাৰে তাতে পৰাত পাতবোৰ তেনেই ঢাক খাই পৰিল অনুমান হল যেন পত্ৰবিহীন ঠাল ঠেঙলিযুক্ত হেহে অশোক গছবোৰ তাত থিয় হৈ আছে। হনুমানে দেখিলে ওবিবেপৰা ফুলে জকমকাই থকা অশোক গছবোৰে ফুলৰ ভৰতে ভূমি স্পৰ্শ কৰি আছে। আৰু প্ৰস্ফুটিত কৰ্ণিকাৰ আৰু কিংশুক গছৰ শোভাতে সেই ঠাই ভোখৰে সমুজ্জ্বল ৰূপ ধাৰণ কৰিছে। এইদৰে পুন্নাগ, সপ্তপৰ্ণ, চম্পক, উদ্দালক আদি গছবোৰেও শিহঁতৰ সুবিস্তৃত গুৰিৰে সৈতে ফুলৰ শোভাতে জকমকাই আছে। এই বনৰ ভিতৰত হাজাৰ হাজাৰ অশোক গছ বিদ্যমান, তাৰ ভিতৰত কিছুমান সুবৰ্ণসদৃশ কিছুমান অগ্নিসম প্ৰভাশালী আৰু কিছুমান নীলাঞ্জনসদৃশ কৃষ্ণাভ; এইবোৰ দেখাৰ পিচত কপিপ্ৰৱৰ হনুমানৰ বোধ হল এই অশোক বন সৰগৰ দেৱতাসকলৰ নন্দনকানন অথবা কুবেৰৰ চিত্ৰৰথ বনৰ সদৃশ।

১২। অথবা ৰমনীয় সৌন্দৰ্য্যযুক্ত অচিন্ত্য আৰু দিব্য এই উপবনে দ্যুলোকৰ কাননকে চেৰ পেলাই তাৰ পুষ্পসমূহৰ জ্যোতিত দ্বিতীয় এখন আকাশৰহে যেন শোভা ধাৰণ কৰিছে।

১৩। তেওঁৰ অনুমান হল শই শই বিচিত্ৰ পুষ্পৰত্নৰ দ্বাৰা মণ্ডিত হৈ অশোকবনে পঞ্চম সমুদ্ৰৰ ৰূপ লৈছে যেন তাত বিৰাজ কৰিছে; এই উদ্যানৰ বৃক্ষসমূহ সকলো ঋতুতে উৎপন্ন ফুলেৰে শোভিত আৰু মধুগন্ধে সুগন্ধিত।

১৪। নানাবিধ মৃগ আৰু পক্ষীৰ মাতত মুখৰিত আৰু পবিত্ৰ সুগন্ধে পৰিব্যাপ্ত উদ্যানৰ ৰূপ অতি ৰমনীয় আৰু মনোৰম হৈছে।

১৫—১৬। তাৰ পিচত কপিপ্ৰবৰ হনুমানে এই অশোক বনত তেওঁৰ ওচৰত শৈলৰাজ হিমালয়সম ওখ আৰু সুগন্ধে পৰিপূৰ্ণ দ্বিতীয় গন্ধমাদন সদৃশ বিত্তোপন বৰ্ত্তুলাকাৰ এটা চৈত্যপ্ৰাসাদ দেখা পালে। এই প্ৰাসাদে হাজাৰ স্তম্ভৰ ওপৰত স্থিত হৈ শুভ্ৰবৰ্ণ কৈলাশ পৰ্ব্বত সদৃশ শোভা ধাৰণ কৰিছে।

১৭। তাৰ সোপান শ্ৰেণী প্ৰবাল মণিৰে সজোৱা আৰু ভেঁটিটো সোণেৰে নিৰ্ম্মিত, দেখিলেই চকুৰ দৃষ্টি হ্ৰাস হয়।

১৮। এই প্ৰাসাদ অতি নিৰ্ম্মল আৰু ওখ, অনুমান হয় যেন গগণহে স্পৰ্শ কৰি আছে।

১৯। এই সকলো দেখি শুনি উঠাৰ পিচত মলিনবসনা, ৰাক্ষসীকলৰ দ্বাৰা পৰিবৃতা, উপবাসত শুকাই ক্ষীণাই যোৱা, দীনবদনা, বাৰে বাৰে দীঘল দীঘলকৈ উশাহ লৈ থকা শুক্লপক্ষৰ প্ৰথম ভাগৰ বিমল চন্দ্ৰকলাসদৃশ কান্তিবিশিষ্টা এগৰাকী ৰমণী তেওঁৰ চকুত পৰিল।

২০। হনুমানে দেখিলে ইযাৰ ভিতৰতে যি অকণমান প্ৰভা তেওঁৰ চকুত পৰিল তাতেই ধোৱাৰে আবৃত অগ্নিশিখা সদৃশ তেওঁৰ মনোমোহা কান্তি প্ৰকাশ পাইছে।

২১। তেওঁৰ গাত হালধীযা ৰঙৰ একেখনি মাত্ৰ বস্ত্ৰ, সময়ত অতি উত্তম ধৰণৰ হলেও এতিয়া জীৰ্ণ আৰু মলিন অবস্থাত পৰিণত হৈছে। এই বস্ত্ৰে সৈতে, অলঙ্কাৰবিহীন অবস্থাত সেই ৰমণীৰ ৰূপ পদ্মবিহীন, বোকাৰে পৰিপূৰ্ণ জলাশয় এটাৰ সদৃশ বুলি প্ৰতীয়মান হল।

২২। হতভাগিনী সেই ৰমণী শোকপীড়িতা আৰু দুখাভিভূতা হৈ থাকি কেতুগ্ৰহ-পীড়িত ৰোহিণীনক্ষত্ৰ সদৃশ দেখা হৈছিল।

২৩। হনুমানে দেখিলে ৰমণীৰ মুখখণ্ড চকুৰলোৰে পূৰ্ণ, শ্ৰীহীন আৰু অনাহাৰতে শুকাই ক্ষীণাই যোৱা, শোকবিহ্বল অবস্থাত ধ্যানপৰায়না হৈ থাকি সদায় যেন দুখতে কাল কটাই আছে।

২৪। অকল ৰাক্ষসীবোৰক হে চকুৰ আগত দেখি থাকি মৃগীদলৰপৰা বিচ্ছিন্ন কুকুৰৰ দলে বেঢ়ি থকা মৃগীৰ যেনে ৰূপ হয় সেই ৰমণীৰো ৰূপ সেই সময়ত তেনে দেখা গৈছিল।

২৫। মেঘ আঁতৰি যোৱাৰ পিচত নীল ৰৰণৰ বনৰাজিৰে আবৃত ভূমি ভাগৰ যেনে শোভা হয় ৰমণীজনীয়েও তেওঁৰ জঘন প্ৰদেশলৈ ওলমি থকা চুলিৰ নীল নাগসদৃশ একেটা মাত্ৰ বেণীৰে তেনে শোভা ধাৰণ কৰিছিল।

২৬। এই নাৰী সকলো সুখভোগৰ যোগ্যা আৰু কোনোকালে কোনো প্ৰকাৰৰ দুখকেই তেওঁ ভোগ কৰা নাই কিন্তু তথাপি তেওঁক শোকসন্তপ্তা, মলিন ভাবাপন্না আৰু শুকাই ক্ষীণাই যোৱা দেখি হনুমানে যুক্তি-তৰ্ক আৰু হেতু উপাদানৰ দ্বাৰা অনুমান কৰিলে যে বিশালাক্ষী এই নাৰীয়ে সীতা।

২৮। কামৰূপী সেই ৰাক্ষসে হৰণ কৰি অনাৰ সময়ত এওঁৰ যেনে ৰূপ বুলি অনুভৱ হৈছিল, এই ৰমণীৰ ৰূপো তদনুৰূপ। হনুমানে দেখিলে তেওঁৰ মুখমণ্ডল পূৰ্ণচন্দ্ৰ সদৃশ কান্তি বিশিষ্ট, ভ্ৰূযুগল সুন্দৰ আৰু স্তনদ্বয় সুশোভন আৰু সুবৃত্তাকাৰ, অনুমান হয় যেন এই দেবীয়ে তেওঁৰ শৰীৰৰ প্ৰভাৱে চাৰিওকালৰ অন্ধকাৰ বিতাৰিত কৰিছে।

২৯। এওঁৰ কণ্ঠপ্ৰদেশে ইন্দ্ৰনীল মণিৰ প্ৰভাত্তে নীল বৰণৰ ৰূপ ধাৰণ কৰিছে, ওঠদুখন বিম্বফল যেন ৰঙা, শৰীৰৰ মধ্যভাগ অপৰূপ অংগ সকলো অজই যথাস্থানত সুন্দৰভাবে সংস্থাপিত।

৩০। পদ্মপলাক্ষী এই সীতা দেবী মন্মথ পত্নীস্বৰূপা আৰু চন্দ্ৰৰ প্ৰভাসদৃশ সকলো জগতৰে বৰেণ্যা।

৩১। শোভনাঙ্গবিশিষ্টা এওঁ মতত্তে ভূতলশায়িনী হৈ থকাৰ কাৰণে দেখাত্তে তাপসী-সদৃশ ৰূপ ধাৰণ কৰিছে আৰু সন্ত্ৰস্তচিত্তে ভুজঙ্গ ৰাজপত্নী সদৃশ দীঘল দীঘল কৈ উশাহ লৈ আছে।

৩২। মহা শোকজালে আবৃত কৰি ৰখাৰ কাৰণে আগৰ উজ্জলতা হ্ৰাস পোৱাত তেওঁ ধোঁৱাৰ জালে বেঢ়ি ধৰা বহ্নিৰ শিখা সদৃশ প্ৰকাশ পাইছে।

৩৩—৩৫। সন্দেহপূৰ্ণ কথাত দূষিত স্মৃতি, অন্যায়ভাবে নষ্ট হোৱা ঐশ্বৰ্য্য, নাস্তিক বুদ্ধিৰ দোষত দুষ্টা শ্ৰদ্ধা, ভগ্ন মনোৰথ বিঘিনিযুক্তা সিদ্ধি ৰাগদ্বেষাদি দোষত দুষ্টা বুদ্ধি, অথবা নভৰা নিচিন্তা অপবাদ কলঙ্কিতা কীৰ্ত্তিৰ যেনে অৱস্থা, ৰামৰ সেৱাৰ পৰা ৰহিতা সীতাৰো অৱস্থা সেই সময়ত তদনুৰূপ হৈছিল বুলি তেওঁৰ অনুমান হল।

৩৬। সীতাৰ চকুযুৰী মৃগ শিশুৰ চকুৰ নিচিনা ধুনীয়া, তেওঁৰ চকুৰ নোমবোৰ ক'লা আৰু বক্ৰভাবাপন্ন, ৰাক্ষসগণৰ দ্বাৰা প্ৰপীড়িতা হৈ অবলাই বাষ্পপূৰ্ণনেত্ৰে ইফালে সিফালে চাই মলিনবদনে বাৰ বাৰ উশাহ লৈ আছে মাত্ৰ।

৩৭। সকলোপ্ৰকাৰ ভূষণৰ অধিকাৰিণী হৈও ভূষণ বিবৰ্জ্জিতা অৱস্থাত মলিন শৰীৰ আৰু দীনভাবাপন্ন বদনে সৈতে প্ৰলয়কালৰ মেঘাবৃত নক্ষত্ৰৰাজ চন্দ্ৰৰ প্ৰভা সদৃশ তেওঁ প্ৰতিভাত হৈছিল।

৩৮—৩৯। চৰ্চ্চাৰ অভাৱত আয়ত্ত কৰা বিদ্যা যিদৰে অপৰিস্ফুট হয়, অথবা ব্যাকৰণ আৰু অলঙ্কাৰাদি শাস্ত্ৰৰ অসংযোগত বাক্যত যিদৰে প্ৰকৃত অৰ্থ ফুটি নোলাই আন অৰ্থহে প্ৰতিপন্ন হয় বিচাৰে, সীতাৰ অলঙ্কাৰবিহীন তাদৃশ অৱস্থা দেখি হনুমানৰ মনতো পোনতে সন্দেহমূলক ভাব উপস্থিত হল আৰু শেহত অতিকষ্টেৰেহে জানিব পাৰিলে যে এওঁৱেই সীতা।

৪০। এইদৰে নানা কাৰণ আৰু হেতু থকুৱাই, যুক্তি তৰ্কৰ দ্বাৰা স্থিৰ কৰিলে যে এওঁৱেই আয়তলোচনা অনিন্দ্যৰূপসম্পন্না ৰাজপুত্ৰী সীতা।

৪১। পূৰ্ব্বতে ৰামে বৈদেহীৰ যি অঙ্গত যেনে অলঙ্কাৰৰ বৰ্ণনা কৰিছিল তেওঁৰ শৰীৰ উজ্জল কৰি থকা সেই অলঙ্কাৰ সমূহকো তেওঁ দেখা পালে।

৪২—৪৩। তেওঁ অনুমান কৰিলে এইয়ে তেওঁৰ কাণৰ সুনিৰ্ম্মিত কুণ্ডল, আৰু

যথাস্থানত সুন্দৰভাবে সংস্থাপিত কুকুৰৰ দাঁত লগোৱা ত্ৰিকৰ্ণক, আৰু এইযে মণি আৰু বিদ্রুমখচিত হাতৰ বালা,—কোনো দিনে পৰিষ্কাৰ নকৰাকৈ বহুদিন পিন্ধি থকাৰবাবে বৰ্ত্তমানে মলিয়ন অবস্থাত, তেওঁ ভাবিব ধৰিলে মোৰ অনুমান ৰামে এইবোৰকে বৰ্ণনা কৰিছিল।

৪৪। আহোতে যিবোৰ অলঙ্কাৰ ঋষ্যমূক পৰ্ব্বতত পেলাই দি আঁহিছিল সেইবোৰ অবশ্যে মই ইয়াত দেখা পোৱা নাই কিন্তু যিবোৰ তেওঁ পেলাই দিয়া নাছিল সেইবোৰেই ইয়াত দেখা এইবোৰ—তাত কোনো সংশয় নাই।

৪৫—৪৬। তেওঁ পেলাই দিয়াৰ পিচত গছত লাগি থকা সুবৰ্ণনিৰ্ম্মিত বস্ত্র সদৃশ তেওঁৰ হালধীয়া ৰঙৰ ওপৰত উৰা কাপোৰখন বান্দৰবোৰে দেখা পাইছেই আৰু এওঁৰেই গাৰপৰা সোলোকাই সশব্দে যিবোৰ অলঙ্কাৰ মাটিৰ ওপৰত পেলাই দিছিল সেইবোৰো তেওঁলোকে দেখিছে।

৪৭। বৰ্ত্তমান যিখন কাপোৰ তেওঁৰ গাত আছে, বহুদিন ব্যবহাৰ কৰি থকাৰ কাৰণে সি জীৰ্ণতা প্ৰাপ্ত হলেও বৰণত আগতে দেখা উত্তৰীয়খনতকৈ কোনো গুণে হীন হোৱা নাই।

৪৮। নিশ্চয় কনকবৰ্ণাঙ্গী এওঁৰেই ৰামৰ প্ৰিয়া মহিষী, ৰামৰপৰা বিচ্ছিন্না হলেও মানসক্ষেত্ৰত তেওঁ তেওঁৰপৰা বিচ্ছিন্না হোৱা নাই।

৪৯। এওঁৰেই সেই সীতাদেবী যাৰ কাৰণে ৰামে কাৰুণ্য, অনৃশংস্য, শোক আৰু মদন এই চাৰিবিধ সন্তাপৰদ্বাৰা সন্তপ্ত হৈ আছে।

৫০। তেওঁ স্ত্রীসঙ্গৰপৰা বিচ্ছিন্না হৈছে এই কাৰণে কাৰুণ্য বা দয়া, সীতাই তেওঁকেই আশ্ৰয় কৰি বনলৈ আঁহিছিল তেওঁ তেওঁক ৰক্ষা কৰিব নোৱাৰিলে এইযে অনৃশংস্য বা নিষ্ঠুৰতাৰ কাৰণ, তেওঁৰ স্ত্রী হেৰাল এই কাৰণে শোক আৰু সীতা তেওঁৰ প্ৰিয়া পত্নী এই কাৰণে মদনজনিত ইন্দ্ৰিয় পৰিতাপ।

৫১। সীতাদেবীৰ যেনে ৰূপ, আৰু অঙ্গ সৌষ্ঠৱ আৰু শ্ৰীৰামচন্দ্ৰৰ যেনে ৰূপ, তাৰপৰা বুজিব লাগিব অসিতেক্ষণা এই ৰমণী অকল শ্ৰীৰামচন্দ্ৰৰে পত্নী।

৫২। এই দেবীৰ মন তেওঁতেই সংস্থাপিত আৰু সেইদৰে তেওঁৰ মনো এওঁতেই সংস্থাপিত, এই কাৰণেই সম্ভৱতঃ এওঁ আৰু সেই মহাত্মা দুয়োজনে এতিয়ালৈ জীবন ৰক্ষা কৰি থাকিব পাৰিছে।

৫৩। এনেহেন সতী সাধ্বী স্ত্রীৰপৰা বিচ্ছিন্ন হৈও যে প্ৰভু ৰামে শোকত অভিভূত নহৈ জীবন ধাৰণ কৰি থাকিব পাৰিছে প্ৰকৃততে তেওঁৰ পক্ষে ই এটা অতি দুষ্কৰ কাম।

৫৪। সীতাক এনে অবস্থাত দেখি পৱনাত্মজ হনুমানে ধ্যানযোগে প্ৰভু ৰামৰ ওচৰ চাপি তেওঁক প্ৰশংসা কৰিব ধৰিলে।

॥ ইতি সুন্দৰাকাণ্ডৰ অন্তৰ্গত পঞ্চদশ সৰ্গ সমাপ্ত ॥

## ষোড়শ সর্গ

## সীতাৰ এনে অৱস্থাত হনুমানৰ শোক

১। সকলোপ্ৰকাৰ প্ৰশংসাৰ পাত্ৰী সীতা আৰু সৰ্ব্বগুণবিভূষিত ৰামৰ স্তুতি কৰি কপিপুঙ্গৱ হনুমানে পুনঃ চিন্তাযুক্ত হৈ ভাবিব ধৰিলে।

২। অশ্ৰুপূৰ্ণনেত্ৰে অলপ সময় ধ্যানস্থ হৈ তেজস্বী কপিপ্ৰবৰে সীতাক উদ্দেশ্য কৰি বিলাপ কৰি কবলৈ ধৰিলে।

৩। "সীতা গুৰুজনৰদ্বাৰা সুশিক্ষিতা লক্ষ্মণৰ মাননীয়া আৰু তেওঁৰে গুৰুজন ৰামৰ প্ৰিয়া পত্নী, এনেস্থলতো যদি তেওঁৰেই ইমান দুখৰ ভাগিনী হব লগা হৈছে তেন্তে বুজিব লাগিব কালৰ গতি কোনোৱে প্ৰতিহত কৰিব নোৱাৰে।

৪। ৰাম আৰু শ্ৰীমান লক্ষ্মণৰ পৰাক্ৰমৰ বিষয়ে সীতা সম্পূৰ্ণৰূপে অভিজ্ঞা; সেই কাৰণেহে তেওঁ এনে দুৰ্দ্দশাগ্ৰস্তা হৈও বৰ্ষাকালত মেঘৰ আগমনত ক্ষুব্ধা গঙ্গা নদীসদৃশ ক্ষুব্ধ নহৈ থাকিব পাৰিছে।

৪। সীতাৰ চৰিত্ৰ, কুল, বয়স আৰু আন আন সকলো শুভ লক্ষণ ৰামৰ অনুৰূপ, এতেকে ৰামৰ ৰামৰ তেওঁহে উপযুক্তা পাত্ৰী আৰু সেইদৰে ৰামো অসিতনয়না সীতাৰ।"

৬। তাৰ পিচত লোকানন্দকাৰিণী শ্ৰীসদৃশ নবহেমাভা সীতাৰ পিনে লক্ষ্য কৰি হনুমানে মনে মনে ৰামক ধ্যান কৰি কব ধৰিলে।

৭। "বিশালাক্ষী এই সীতাৰ কাৰণেই ৰামে মহাবলশালী বালীক বধ কৰিলে আৰু ৰাৱণসদৃশ বীৰ্য্যবান কবন্ধক বিনাশ কৰিলে।

৮—৯। যুদ্ধত ইন্দ্ৰই শম্বৰ অসুৰক যিদৰে বধ কৰিছিল অকল সীতাৰ কাৰণেই ভীমপৰাক্ৰম বিৰাধ ৰাক্ষসকো তেওঁ সেইদৰে বধ কৰিছে, আৰু জনস্থানত ভীমকৰ্ম্মা যি চৌধ হাজাৰ ৰাক্ষস বাস কৰিছিল, ৰামৰ অগ্নিশিখাসম শৰৰ দ্বাৰা সিইতবো নিধন হয় তেওঁৰে কাৰণে।

১০। সিইতৰ লগতে খৰ মৰিল, ত্ৰিশিৰা মৰিল আৰু মহাতেজস্বী দূষণেও প্ৰাণ এৰিলে, অকল আত্মদৰ্শী ৰামৰ হাতত্তেই।

১১। বালীয়ে বান্দৰবোৰৰ যি দুৰ্লভ ঐশ্বৰ্য্য সততে ৰক্ষা কৰি আছিল, বিশ্ববিশ্ৰুত সুগ্ৰীৱ তাৰ অধিকাৰী হবলৈ পালে এই সীতাৰ কাৰণেই।

১২। নদ নদী সকলৰ অধিপতি সমুদ্ৰ অতিক্ৰম কৰি আহি এই যে লঙ্কা নগৰী দেখিব ধৰিছোঁ সিও কেৱল বিশালাক্ষী এই সীতাৰ কাৰণে।

১৩। সীতাৰ কাৰণে ৰামে সমুদ্ৰ পৰ্য্যন্ত বিস্তৃত এই পৃথিৱী অথবা সমগ্ৰ জগতখনকে যদি ওলট-পালট কৰে, তথাপি সিও যুক্তিযুক্তহে হব, এয়ে মোৰ ধাৰণা।

১৪। তিনিও জগতৰ ৰাজত্ব আৰু জনকাত্মজা সীতা—এই দুয়োৰো ভিতৰত তুলনা কৰিলে ত্ৰিজগতৰ ৰাজ্যভাৰ সীতাৰ ষোল কলাৰ এক কলাৰ পৰিমাণো সমান নহয়।

১৫—১৬। স্বামীভক্তি পৰায়ণা সীতা ধৰ্ম্মশীল মিথিলাৰাজ মহাত্মা জনকৰ দুহিতা; শস্যক্ষেত্ৰৰ পদ্মৰেণু সদৃশ পবিত্ৰ ধূলিকণাৰ লগত মিশ্ৰিত হৈ হালৰ মুখেদি পৃথিৱী ভেদ কৰি ওলাই আহিছে।

১৭—১৮। আৰ্য্য স্বভাব সম্পন্ন, যুদ্ধত অপৰাঙ্মুখ, পৰম বিক্ৰমশালী ৰজা দশৰথৰ তেওঁ যশস্বিনী জ্যেষ্ঠা পুত্ৰবধূ আৰু আত্মজ্ঞ পুৰুষ ধৰ্ম্মপ্ৰাণ কৃতজ্ঞ ৰামৰ প্ৰিয়া ভাৰ্য্যা, কিন্তু হায়! বৰ্ত্তমানে তেওঁও ৰাক্ষসীগণৰ অধীনা।

১৯। সকলো ভোগকে পৰিত্যাগ কৰি অকল স্বামীৰ প্ৰতি স্নেহতে বান্ধ খাই, কোনো দুখকে দুখ বুলি নাভাবি এই বিজন বনত তেওঁ প্ৰবেশ কৰিছে।

২০। আৰু স্বামী শুশ্ৰূষাকে দৃঢ় ব্ৰত বুলি মানি লৈ ফলমূলকে খাই সন্তুষ্ট থাকি ৰাজভবনত থকা দি বনৰ ভিতৰতো পৰম সুখ অনুভৱ কৰি আছে।

২১। হায়! যি জনাই কোনোদিনে কোনো আপদৰে সম্মুখীন হব লগা নহৈছিল, কনকবৰ্ণাঙ্গী, সুস্মিত হাসিনী সেই সীতাদেৱীয়ে বৰ্ত্তমানে এই অসহ্য যাতনা ভোগ কৰিব লগা হৈছে।

২২। পিয়াহত আতুৰজনে পানী থকা ঘৰ পাবলৈ যিদৰে ব্যাকুল হৈ থাকে, ৰাৱণৰ দ্বাৰা প্ৰপীড়িতা সুশীলসম্পন্না এই সীতাদেৱীক লগ পাবলৈ ৰামো তেনেদৰে ব্যাকুল।

২৩। এতেকে ৰাজ্যভ্ৰষ্ট ৰজাই পুনঃ ৰাজ্য লাভ কৰাৰ পিচত যিদৰে আনন্দ অনুভৱ কৰে, নিশ্চয় এই সীতাদেৱীকো সম্পূৰ্ণৰূপে লাভ কৰাৰ পিচত শ্ৰীৰামচন্দ্ৰই তেনে আনন্দ লাভ কৰিব।

২৪। আনপক্ষে সকলো সুখভোগৰ পৰা বঞ্চিতা, বন্ধুজনৰ পৰা বিচ্ছিন্না এই সীতাযে অকল ৰামৰ লগত পুনৰ্মিলনকে আকাঙ্ক্ষা কৰি নিজৰ শৰীৰ ধাৰণ কৰি আছে।

২৫। নিশ্চয় একচিত্তে ধ্যানস্থা হৈ ৰামকে মাত্ৰ দেখি থাকি তেওঁক বেঢ়ি থকা এই ৰাক্ষসীবোৰ আৰু অশোক বনৰ ফল আৰু ফুলে সুশোভিত কোনো গছলতাকে তেওঁ দেখা পোৱা নাই।

২৬। স্বামীয়েই তিৰোতা সকলৰ পক্ষে অলঙ্কাৰভূষণতকৈও উৎকৃষ্ট শোভাৰ বস্তু। হায়! সেই স্বামীৰ বিৰহত সৰ্ব্বসৌন্দৰ্য্যৰ অধিকাৰিণী হোৱা সত্ত্বেও কোনো শোভাই এতিয়া সীতাত প্ৰকাশ পোৱা নাই।

২৭। দুৰাচলতে এনেহেন পত্নীৰ পৰা বিচ্ছিন্ন হৈও যে প্ৰভু ৰামে শোকতে অভিভূত নহৈ প্ৰাণ ধাৰণ কৰি থাকিব পাৰিব ই প্ৰকৃততে এটা দুষ্কৰ কাৰ।

২৮। আনকি কৃষ্ণ কেশপাশযুক্তা পদ্মপলাশলোচনা সকলো সুখৰ যোগ্যা তেওঁক এনেভাৱে দুখতে কাতৰা হোৱা দেখি মোৰ নিচিনা এজনেও অন্তৰত ব্যথা অনুভৱ কৰিছোঁ।

২৯। পৃথিৱীসম ধৈৰ্য্যশীলা পদ্মলোচনা সীতা যাক ৰাম আৰু লক্ষ্মণ উভয়ে ৰক্ষা

কৰি আছিল, আজি গছৰ তলত বিকৃত নয়না ৰাক্ষসীবোৰে তেওঁক ৰক্ষা কৰি থাকিব লগা হৈছে।

৩০। শীত কালত পদ্মৰ শোভা যিদৰে নষ্ট হয়, দুখৰ ওপৰত দুখৰ দ্বাৰা প্ৰপীড়িতা হোৱাত সীতাৰ সৌন্দৰ্য্যও সেইদৰে বিলুপ্ত হৈছে আৰু চক্ৰবাকীয়ে যিদৰে তাইৰ প্ৰিয় সহচৰ চক্ৰবাক পক্ষীৰ পৰা বিযুক্তা হৈ দুৰ্দ্দশাগ্ৰস্তা হয়, জনক সুতা সীতাৰো অৱস্থা তদনুৰূপ হৈছে।

৩১। এই যে অশোক বৃক্ষসমূহ ফুলৰ ভৰতে আগ হলাই হলাই ইয়াত বৈ আছে, নিশ্চয় সিহঁতেও তেওঁৰ শোকহে বঢ়াই তুলিছে, আৰু হিম আঁতৰি গলে সহস্ৰ ৰশ্মি চন্দ্ৰৰ যি শীতল ৰশ্মিয়ে মনত আনন্দ দিয়ে সিও এওঁৰ শোক বঢ়াইহে তুলিছে।"

৩২। কপিশ্ৰেষ্ঠ বেগবান বলশালী বীৰ হনুমানে এইদৰে সকলো কথা বিবেচনা কৰি এওঁৱেই নিশ্চয় সীতা এই বুদ্ধিত উপনীত হৈ সেই শিংশপা বৃক্ষকে আশ্ৰয় কৰি তাতে বহি থাকিল।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত ষোড়শ সৰ্গ সমাপ্ত ॥

## সপ্তদশ সৰ্গ

## অশোক বনত থকা সীতাৰ দৰ্শন আৰু ৰামৰ মহিমা কীৰ্ত্তন

১। তাৰ পিচত হংসই নীল জলৰাশিপূৰ্ণ জলাশয়লৈ যিদৰে গতি কৰে প্ৰস্ফুটিত কুমুদৰাশি সদৃশ চন্দ্ৰইও নিৰ্ম্মল আকাশৰ ওপৰলৈ সেইদৰে গতি কৰিলে।

২। অনুমান হল যেন সীতাক দেখা পোৱাৰ সুযোগ দিবলৈ খুলিহে বিমল প্ৰভাযুক্ত চন্দ্ৰদেৱে পৱনাত্মজ হনুমানৰ ওপৰত তেওঁৰ শীতল ৰশ্মিসমূহ বিকীৰণ কৰিছে।

৩। চন্দ্ৰৰ বিমল কিৰণত হনুমানে দেখিলে শোকমগ্না পূৰ্ণচন্দ্ৰাননা সীতাই পানীৰ মাজত থকা অধিক বোজা দিয়া নাৱৰ নিচিনা বুৰ যাওঁ যাওঁ অৱস্থাত বৈ আছে।

৪। সীতাৰ তেনে অৱস্থা দেখি তেওঁক ভালদৰে চোৱাৰ ইচ্ছা কৰি ইকালে সিকালে চকু ফুৰাওঁতে, দূৰৈত ঘোৰমূৰ্ত্তি ৰাক্ষসীবোৰ হনুমানৰ চকুত পৰিল।

৫—৮। হনুমানে দেখিলে এই ৰাক্ষসীবোৰৰ কিছুমানৰ এটা মাত্ৰ চকু, কিছুমানৰ এখন কাণ, কাৰো বা সুবৃহৎ কাণ, কাৰোবা কাণেই নাই, কাৰো কাণ কুলাৰ নিচিনা, কাৰো নাকৰ ফুটা ওপৰৰ পিনে উঠা, কাৰো শৰীৰৰ ওপৰৰ ভাগ অতি বৃহৎ, কাৰো ডিঙি সৰু, কাৰো মূৰত চুলি নাই, কাৰোবা শৰীৰত ইমান নোম যেন কম্বলহে তাকি

থৈছে, কাৰো কাণ, কপাল, পেট আৰু স্তন ওলমি পৰা, কাৰো ওঁঠ লম্বমান, কাৰো ওঁঠ থুঁতুৰিলৈ নামি অহা, মুখখন ওলমি পৰা, আঠু অতি দীঘল, সিহঁতৰ কিছুমান চুটি কিছুমান দীঘল, কিছুমান কুজী, কিছুমানৰ মুখ ধেনুভিজিয়া বিকট আকৃতিৰ, কিছুমান তেনেই বাওনা, কিছুমান কৃষ্ণবৰ্ণা, কাৰোবা মুখখন ভাঙি সোমোৱা, চকু পিঙ্গল বৰণৰ আৰু মুখবোৰ বিকৃত আকৃতিৰ।

৯—১৫। এনে ধৰণৰ বিকৃতাকাৰ পিঙ্গল আৰু কৃষ্ণবৰ্ণৰ ৰাক্ষসীবোৰ হনুমানে দেখা পালে, তেওঁ দেখিলে সিহঁতৰ কিছুমান খঙাল, কিছুমান কলহপ্ৰিয় আকৌ কিছুমানে কালায়স, মহাশূল, কূট, মুদগৰ আদি অস্ত্ৰ সমূহ হাতত লৈ তাত বৈ আছে, কাৰো মুখ বৰাহৰ, আকৃতিৰ, কাৰোবা মৃগৰ, কাৰোবা বাঘৰ, কাৰো মহিষৰ আৰু কাৰোবা শিয়ালৰ দৰে, কাৰো ভৰি হাতীৰ নিচিনা, কাৰো উটৰ আৰু কাৰোবা ঘোঁৰাৰ দৰে, আকৌ কিছুমানৰ মূৰ কবন্ধৰ নিচিনা বুকুৰ ভিতৰলৈ সোমাই যোৱা, কাৰো এখন হাত, এখন ভৰি, কোনোজনীৰ কাণ গাধৰ দৰে কাৰোবা আকৌ ঘোঁৰাৰ নিচিনা, কাৰো গৰুৰ নিচিনা কাৰোবা হাতীৰ নিচিনা, আকৌ কাৰোবা সিংহৰ নিচিনা, কাৰো নাক অতি বৃহৎ, কাৰো বেঁকা আৰু কাৰোবা নাক তেনেই নাই, কোনোজনীৰ নাক হাতীৰ নিচিনা আৰু কাৰো নাক কপাললৈ উঠি যোৱা; কাৰো ভৰি হাতীৰ দৰে অতি বৃহৎ, কাৰো গৰুৰ দৰে আৰু কাৰো বা ভৰিলৈ চুলিৰে ঢাক খোৱা; কাৰো মূৰ আৰু ডিঙি অতি বৃহৎ আৰু কাৰো বা স্তন আৰু উদৰ হবলগা জোখতকৈ অধিক ডাঙৰ, সেইদৰে কিছুমানৰ মুখ নাক আৰু চকুও অতিমাত্ৰাৰ; কাৰো মুখ আৰু জিভা অতি দীঘল, কোনোজনী ছাগলমুখী, কোনোজনী হাতীমুখী, কোনোবা জনী গোমুখী আকৌ কোনোজনী গাহৰিমুখী, কাৰো মুখ ঘোঁৰাৰ, কাৰো উটৰ আৰু কাৰো গাধৰ দৰে—আটাইবোৰৰে ৰূপ ভীষণ। সিহঁত উগ্ৰস্বভাববিশিষ্ট আৰু কন্দলপ্ৰিয়।

১৬—১৮। হনুমানে দেখিলে ভীষণাকৃতি, ধূম্ৰকেশী বিকৃতবদনা মদ আৰু মাংসপ্ৰিয় ৰাক্ষসীবোৰে, অকল মদ্যপান ক্ৰিয়াতে আসক্তা হৈ আছে আৰু মঙহ আৰু তেজপান কৰি থাকোতে সিহঁতৰ সৰ্ব্বাঙ্গৰীৰ মঙহ আৰু তেজেৰে লিপ্ত হৈছে। কপিশ্ৰেষ্ঠ হনুমানে দেখিলে এই ৰাক্ষসীবোৰে সিহঁতৰ লোমহৰ্ষণকৰ মূৰ্ত্তিৰে সৈতে শাখা প্ৰশাখাৰে বিস্তৃত গছজোপাৰ চাৰিওকালে বহি আছে।

১৯। তাৰ পিচতে অঞ্জনাসুত মঙ্গলময় হনুমানে লক্ষ্য কৰিলে আনন্দিতৰূপসম্পন্না ৰাজপুত্ৰী সীতাদেবীয়ে প্ৰভাহীনা হৈ শোকসন্তপ্ত অৱস্থাত মলিন কেশপাশে সৈতে সেই গছৰ তলত বহি আছে।

২০। পুণ্য ক্ষয় হোৱাৰ পিচত আকাশৰ পৰা বিচ্যুত হৈ পৃথিৱীত পৰা তৰাৰ যেনে ৰূপ স্বামীৰ দৰ্শন দুৰ্লভ হোৱাৰ ফলত চৰিত্ৰবলে বলীয়সী সীতাৰো অৱস্থা তদনুৰূপ হৈছিল।

২১। এই সময়ত সীতাৰ গাত উৎকৃষ্ট কোনো ভূষণেই নাই, তথাপি স্বামীৰ প্ৰতি তেওঁৰ যি স্নেহ, অকল তাৰেই তেওঁ ভূষিতা হৈ আছে; সীতা ৰাক্ষসসকলৰ অধিপতি ৰাৱণৰ দ্বাৰা অৱৰুদ্ধা কোনো বন্ধুবান্ধৱ তেওঁৰ লগত নাই।

২২। এনে অৱস্থাত সিংহই বেঢ়ি থকা হস্তিনীৰ অথবা বৰ্ষাকাল অতীত হোৱাৰ পিচত শৰৎকালৰ মেঘৰ দ্বাৰা আবৃত চন্দ্ৰকলাৰ যেনে ৰূপ হয় সীতাৰো ৰূপ তেনে ধৰণৰ হৈছিল।

২৩। সীতাদেৱী সততে স্বামীসঙ্গৰ অভিলাষিণী, ৰাক্ষসৰ অধীনত থকাৰ অযোগ্যা, এনেস্থলত স্বামীসঙ্গলাভৰ পৰা বঞ্চিতা হোৱাৰ কাৰণে বাদকবিহীন হৈ ব্যৱহাৰত নলগা এনেয়ে পৰিথকা বীণাৰ সদৃশ তেওঁৰ সৌন্দৰ্য্য ম্লান হৈছে।

২৪—২৫। হনুমানে দেখিলে এনেহেন অৱস্থাত থাকি ৰাক্ষসীগণৰ দ্বাৰা পৰিবৃতা সীতা ক্ৰূৰ গ্ৰহগণৰ দ্বাৰা আবৃতা ৰোহিণী অথবা অকুসুমিত লতাসদৃশ শোকসাগৰত মগ্না হৈ অশোকবনত বাস কৰি আছে। তেওঁৰ সৰ্ব্বশৰীৰ মলিবে পৰিপূৰ্ণ, আৰু অলঙ্কাৰ বিহীন হোৱাৰ কাৰণে বোকাৰে বিলিপ্ত পদ্মফুলটিৰ নিচিনা তেওঁৰ সৌন্দৰ্য্যও প্ৰকাশ পোৱা নোপোৱাৰ ভিতৰত আছিল।

২৬। কপিপ্ৰৱৰ হনুমানে দেখিলে মৃগশাবাক্ষী ভামিনী সীতাদেৱীয়ে একেখনি মাত্ৰ মলিন জীৰ্ণ বসন পৰিধান কৰি তাত বহি আছে।

২৭। সেই সময়ত অসিতলোচনা সীতাদেৱীৰ বদনমণ্ডল দীনভাবাপন্ন হলেও তেজতে দীপ্তিমতী হৈ নিজ চৰিত্ৰৰ বলত তেওঁ নিজক ৰক্ষা কৰি আছিল।

২৮। হনুমানে দেখিলে মৃগশিশু সদৃশ নয়নবিশিষ্টা সীতাদেৱীয়ে হৰিণীৰ দৰে ভয়তে বিহ্বলা হৈ চাৰিওফালে নিৰীক্ষণ কৰি আছে।

২৯। অনুমান হল যেন তেওঁৰ তপত নিশ্বাসতে ওচৰৰ পল্লবিত বৃক্ষসমূহ দগ্ধহে হব ধৰিছে আৰু তেওঁ যেন নিজে শোকৰ সমষ্টি স্বৰূপ হৈ দুখসাগৰৰ ঢৌৰ দৰে তাত ওপঙি আছে।

৩০। সীতা কৃশাঙ্গী, তেওঁৰ অঙ্গ সমূহ যথাস্থানত সুন্দৰভাবে সংস্থাপিত, শৰীৰত কোনো অলঙ্কাৰ তেওঁৰ নাই তথাপি তাৰ ভিতৰতে তেওঁৰ সৌন্দৰ্য্য সুন্দৰৰূপে ফুটি ওলাইছে; মাৰুতনন্দন হনুমানে এনে অৱস্থাত তেওঁক দেখি মনত বৰ আনন্দ পালে।

৩১। মুগ্ধনয়না সীতাক দেখা পাই তেওঁৰ চকুৰপৰা আনন্দাশ্ৰু প্ৰবাহিত হবলৈ ধৰিলে আৰু মনে মনে ৰঘুনন্দন ৰামলৈ নমস্কাৰ জনালে।

৩২। সীতাক দেখি উঠি বীৰ্য্যবান হনুমানৰ মন আনন্দতে নাচি উঠিল; তাৰ পিচত তেওঁ ৰাম লক্ষ্মণ উভয়কে নমস্কাৰ জনাই ৰাক্ষসীবাৰে দেখা পাব নোৱাৰাকৈ গছৰ ভিতৰতে লুকাই থাকিল।

॥ ইতি সুন্দৰাকাণ্ডৰ অন্তৰ্গত সপ্তদশ সৰ্গ সমাপ্ত ॥

# অষ্টাদশ সৰ্গ

## সীতাক চাবলৈ ৰাৱণৰ অশোকবনলৈ আগমন

১। হনুমানে পুষ্পিতপাদপবিভূষিত বনপ্ৰদেশ ভালকৈ নিৰীক্ষণ কৰি বৈদেহী সীতাৰ দৰ্শন পাবলৈ বিচাৰি থাকোতেই ৰাতি প্ৰায় শেষ হল।

২। সেই সময়তে ৰাতিৰ শেষভাগত ষড়ঙ্গবেদবিদ আৰু অগ্নিহোত্ৰযাজী ব্ৰহ্মবিদ ৰাক্ষসসকলৰ বেদধ্বনি তেওঁৰ কাণত পৰিল।

৩। ইপিনে মাঙ্গলিক বাদ্যযন্ত্ৰৰ শ্ৰুতিমধুৰ শব্দ শুনি মহাবলশালী মহাবাহু দশগ্ৰীবৰো টোপনি ভাগিল।

৪। সাৰ পাই উঠি টোপনি কালত পিন্ধি থকা কাপোৰ আৰু মালা স্খলকি পৰি থকা অৱস্থাতে মহাভাগ প্ৰতাপবাণ ৰাক্ষসৰাজৰ মনত জানকীৰ বিষয়ে চিন্তা উদয় হল।

৫। মদোম্মত্ত ৰাবণ ভীষণভাবে কামপীড়িত হোৱাৰ বাবে তেওঁৰ মন সীতাতে আসক্ত আছিল আৰু সেই কাৰণে তেওঁ তেওঁৰ মনৰ ভাব গোপনে কৰি ৰাখিব নোৱাৰিলে।

৬—৯। টোপনিৰ পৰা উঠি তেওঁ সৰ্ব্বালঙ্কাৰ-বিভূষিত হৈ উত্তম শ্ৰী ধাৰণ কৰি সকলো প্ৰকাৰৰ ফল ফুলেৰে পৰিপূৰ্ণ বৃক্ষ আৰু পুখুৰীসমূহেৰে পৰিবৃত, নানা পুষ্পে সুশোভিত সততে পৰম অদ্ভুত মত্ত বিহঙ্গকুলৰ দ্বাৰা বিচিত্ৰিত দৃষ্টিমনোহৰ কৃত্রিম বিবিধ ঈহামৃগে* আবৃত পথ লক্ষ্য কৰি কৰি মণিকাঞ্চন নিৰ্ম্মিত তোৰণে সুশোভিত মৃগ পৰিপূৰ্ণ সৰিপৰা ফলে ভৰপূৰ বৃক্ষবহুল অশোক বনত প্ৰবেশ কৰিলে।

১০। এইদৰে গৈ থাকোতে মহেন্দ্ৰক অনুগমন কৰাৰ নিচিনা এশ দিব্য আৰু গন্ধৰ্ব্ব কন্যাই পুলস্ত্যনন্দ ৰাবণৰ পিচে পিচে যাবলৈ ধৰিলে।

১১—১৪। তেওঁলোকৰ কিছুমানে সোণৰ প্ৰদীপ, কিছুমানে চামৰ, কিছুমানে তালপাতৰ বিচনী, কিছুমানে জলপূৰ্ণ সোণৰ কলহ লৈ আগে আগে যাব ধৰিলে। কিছুমানে ঘুৰণীযা স্বৰ্ণনিৰ্ম্মিত আসন লৈ পিচে পিচে খোজ ললে। ৰাবণৰ প্ৰিয়া পত্নীসকলৰ ভিতৰত কিছুমানে সোঁহাতত সমুজ্জল ৰত্নময় পানপাত্ৰ লৈ তেওঁৰ লগে লাগে, কোনোৱে বা সোণৰ দণ্ডে সুশোভিত ৰাজহংসসদৃশ পূৰ্ণচন্দ্ৰতুল্যকান্তিবিশিষ্ট ধবল ছত্ৰকে ধাৰণ কৰি পিচে পিচে খোজ ললে।

১৫। ৰাবণৰ শ্ৰেষ্ঠ এই মহিষীবৰ্গে টোপনি আৰু মদৰ আলতে অৱশ চকুৰে সৈতে বীৰ পতি ৰাবণৰ অনুগমন কৰিছিল, দেখোতে অনুমান হয় যেন মেঘখণ্ডৰ পিচে পিচে বিদ্যুতৰ লতাহে যাব ধৰিছে।

---

* কুকুৰনেচীয়া বাঘজাতীয় জন্তু।

১৬। এই মহিষী সকলৰ হাৰ আৰু কাণৰ কেয়ূৰ নিজ নিজ ঠাইৰ পৰা সোলাক পৰিছে, শৰীৰৰ বৰণ নষ্ট হৈছে, চুলিবোৰ আলিমুলি লাগি আছে আৰু মুখত যামৰ কোটা স্পষ্টৰূপে দেখা গৈছে।

১৭। যামৰ তাপতে সুমুখী এই ৰমণীসকলৰ শৰীৰৰ অঙ্গ আৰু ফুলবোৰ মলিন হৈছিল, পৰিহিত মাল্য আৰু চুলিবোৰ আলিমুলি হৈ ইকালে সিকালে বাগৰি পৰিছিল; মদ আৰু টোপনিৰ জালত শৰীৰ ঘূৰিব ধৰিছিল।

১৮। এনেদৰেই ৰক্তিমনয়না প্ৰিয়া সেই নাৰীসকলে তেওঁলোকৰ স্বামী ৰাক্ষসাধিপতি ৰাৱণৰ প্ৰতি সন্মান আৰু চেনেহৰ বশবৰ্ত্তী হৈ তেওঁৰ পিচে পিচে গৈ আছিল।

১৯। আনপক্ষে তেওঁলোকৰ পতি মহাবলশালী মন্দমতি ৰাৱণ কামপৰতন্ত্ৰ হৈ সীতাতে মন আসক্ত ৰাখি খোজত থানখিতি নোহোৱাকৈ যাব ধৰিলে।

২০—২২। এনে সময়ত মাৰুতনন্দন হনুমানে সেই সুন্দৰী নাৰীসকলৰ কোমৰৰ হাৰ আৰু ভৰিত পিন্ধা নূপুৰৰ ধ্বনি শুনিবলৈ পালে আৰু লগে লগে অসাধাৰণ কৰ্ম্মবীৰ আৰু অভাবনীয় বলপৌৰুষসম্পন্ন ৰাৱণক অশোকবনৰ দুৱাৰমুখত উপস্থিত হোৱা দেখিলে। তেওঁৰ আগে আগে যোৱা সুগন্ধিতেলপূৰ্ণ অসংখ্য দীপমালাৰ পোহৰত তেওঁৰ শৰীৰ সম্পূৰ্ণৰূপে উদ্ভাসিত হৈ থকা তেওঁ দেখিলে।

২৩। ৰাৱণ সেইসময়ত কামদৰ্প আৰু মদভাৱত উন্মত্ত; তেওঁৰ বিশাল চক্ষু ৰক্তবৰ্ণ আৰু দৃষ্টি বক্ৰতাপূৰ্ণ, অনুমান হয় যেন শৰাসন এৰি সাক্ষাৎ কামদেৱ হে তাত উপস্থিত হৈছে।

২৪। তেওঁৰ পৰিধানৰ বস্ত্ৰ দুগ্ধফেননিভ; মলিনতাৰ লেশমাত্ৰও তাত নাই; যোৱাৰ সময়ত ভালকৈ ধোৱা এই বস্ত্ৰ আৰু পুষ্পমালা বাহুৰ ওপৰভাগত পিন্ধি থকা অলঙ্কাৰৰ লগত সংশ্লিষ্ট হোৱাত হাতেৰে টানি আনি যথাস্থানত সংস্থাপিত কৰি গৈ আছিল।

২৫। তেতিয়া হনুমানে ঠাল-ঠেঙুলী থকা গছৰ ডালত অসংখ্য ফুল আৰু পাতৰ মাজত নিজক লুকাই ৰাখি সীতাৰ ওচৰচাপি আহিব ধৰা এই প্ৰাণীটো কোন তাক জানিবলৈ চেষ্টা কৰিব ধৰিলে।

২৬। এইদৰে চাই থাকি কপিপ্ৰৱৰ হনুমানে প্ৰথমতে ৰাৱণৰ ৰূপযৌবনসম্পন্না সেই মহিষীসকলক দেখা পালে।

২৭—২৮। বিচিত্ৰ আভৰণে শোভিত মদোন্মত্ত মহাবলশালী শঙ্কুকৰ্ণ নামে এটা ৰাক্ষস সেই বনৰ ৰক্ষক স্বৰূপে নিযুক্ত আছিল। বিশ্ৰবাৰ পুত্ৰ মহা যশস্বী ৰাক্ষসাধিপতি ৰাৱণ সুন্দৰ ৰূপবিশিষ্টা নাৰীগণৰ দ্বাৰা পৰিবৃত্ত হৈ, মৃগ আৰু পক্ষীকুলৰ ৰবে নিনাদিত সেই প্ৰমোদকাননত উপস্থিত হোৱা দেখিলে।

২৯। বন-ৰক্ষকে দেখাৰ লগে লগে তাৰকৰাজিৰে আবৃত চন্দ্ৰ সদৃশ, পৰমাসুন্দৰী নাৰীগণৰ দ্বাৰা পৰিবৃত্ত তেজস্বী ৰাৱণ মহাতেজা কপিপ্ৰৱৰৰ চকুত পৰিল।

৩০। তেতিয়া "পূৰ্ব্বতে নগৰৰ ভিতৰত উৎকৃষ্ট সেই ভৱনত যাক শয়ন কৰি থকা

দেখিছিলোঁ, এওঁৱেই সেই মহাবাহু ৰাৱণ” এই বুলি চিন্তা কৰি মহাতেজস্বী মাৰুতনন্দন হনুমানে লাফমাৰি গছজোপাৰ অত্যুচ্চ শাখাত উপনীত হল গৈ।

৩১। মতিমান্ হনুমান উগ্ৰতেজস্বী হলেও, ৰাৱণৰ তেজঃপূৰ্ণ শক্তিৰ প্ৰভাৱ সহিব নোৱাৰি, ঘন পাত থকা অতি গোপনীয় ঠাইত লুকাই থাকিল।

৩২। ইতিমধ্যে ৰাৱণে কৃষ্ণকেশা, চাৰুনিতম্বা, অসিতনয়না শোভনস্তনবিশিষ্টা সীতাৰ ওচৰ চাপিল।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্ভুক্ত অষ্টাদশ সৰ্গ সমাপ্ত ॥

## একোনবিংশ সৰ্গ

### ৰাৱণক দেখাৰ পিচত সীতাৰ মনোভাব-বৰ্ণনা

১--২। তাৰ পিচত সেইসময়তে নাৰীশ্ৰেষ্ঠা ৰাজপুত্ৰী বৈদেহীয়ে সৰ্ব্বাভৰণে বিভূষিত ৰূপযৌবনসম্পন্ন ৰাক্ষসাধিপতি ৰাৱণক দেখা পাই বতাহৰ কোবত কঁপিব ধৰা কলগছৰ দৰে কঁপিবলৈ ধৰিলে।

৩। ৰাৱণক দেখামাত্ৰকে উৰুপ্ৰদেশেৰে তেওঁৰ পেটৰ ভাগ আৰু হাতদুখনিৰে স্তনযুগল আবৃত কৰি বিশালাক্ষী বৰবৰ্ণিনী সীতাই কান্দি কান্দি বহি থাকিল।

৪। ৰাৱণে দেখিলে ৰাক্ষসীগণৰ দ্বাৰা ৰক্ষিতা হৈ বৈদেহীয়ে বুৰিব খোজা নাৱৰ আৰোহীৰ দৰে দুখতে অভিভূতা হৈ মলিনবদনে তাত আছে।

৫। তেওঁ দেখিলে মূল গছৰপৰা বিচ্ছিন্ন হৈ ভূপতিত শাখাই যেনে ৰূপ ধাৰণ কৰে কঠোৰ ব্ৰতাচাৰিণী সীতাইও শুদা মাটিতে বহি থাকি তেনে ৰূপ ধাৰণ কৰিছিল।

৬। সৌন্দৰ্য্যগুণে সীতা সকলো প্ৰকাৰ ভূষণৰে অধিকাৰিণী হলেও এইসময়ত মলিনতাইহে তেওঁৰ অঙ্গভূষণৰ স্থান অধিকাৰ কৰাত বোকা লাগি থকা পদুমফুলটিৰ নিচিনা তেওঁৰ সৌন্দৰ্য্য প্ৰকাশ পোৱা নোপোৱাৰ ভিতৰত আছিল।

৭। বোধ হল যেন সংকল্পৰূপ অশ্বযুক্ত মনোৰথত আৰোহণ কৰি তেওঁ আত্মজ্ঞপুৰুষ ৰাজসিংহ শ্ৰীৰামচন্দ্ৰৰ গুৰিলৈহে যাত্ৰা কৰিছে।

৮। ৰামৰ চিন্তাই মনোমোহা ৰূপবিশিষ্ট সীতাৰ ব্ৰত; কিন্তু দুখৰ পাৰকূল নাপাই ধ্যান আৰু শোককে আশ্ৰয় কৰি তেওঁ ক্ৰমাৎ শুকাই খীণাই গৈছে আৰু অসহায় অৱস্থাত পৰি অকল ৰোদনকে সম্বল কৰি লৈছে।

৯। মন্ত্ৰৰ দ্বাৰা অৱৰুদ্ধা হৈ হাঁটি-ফুটি কৰি থকা সৰ্পৰাজ অথবা ধূম্ৰবৰ্ণ কেতু

গ্ৰহৰ দ্বাৰা সন্তপ্ত ৰোহিণী নক্ষত্ৰৰ যেনে অৱস্থা হয় সেইসময়ত সীতাদেৱীৰো অৱস্থা তেনে ধৰণৰ হৈছিল।

১০। সীতাৰ জন্ম সদাচাৰসম্পন্ন আৰু সৎস্বভাৱবিশিষ্ট ধৰ্ম্মপ্ৰধান কুলত, তদুপৰি বৈবাহিক কাৰ্য্যস্বৰূপ সংস্কাৰো তেওঁ লাভ কৰিছে, কিন্তু তথাপি মলিন অৱস্থাৰ ভিতৰত থাকি দুষ্কুলজাতা ৰমণীসদৃশ তেওঁ কাল কটাব লগা হৈছে।

১১—১৪। বিনষ্ট সুকীৰ্ত্তি, আদৰবিহীন শ্ৰদ্ধা, ক্ষীণ বুদ্ধি, বিফল মনোৰথ, লুপ্ত ধনপ্ৰাপ্তিৰ ভাব, উপেক্ষিত ৰাজাজ্ঞা, প্ৰলয়াগ্নি প্ৰজ্বলিত দিঙ্‌মণ্ডল, বিধ্বস্ত দেৱপূজা, ৰাহুগ্ৰস্ত চন্দ্ৰমণ্ডলযুক্ত পূৰ্ণিমাৰ নিশা, যোহাৰি পেলোৱা পদুমফুলটি, নেতাবিহীন সেনানী, অন্ধকাৰৰ দ্বাৰা আবৃত প্ৰভা, স্বল্পতোয়া নদী, অধমৰ দ্বাৰা আক্ৰান্ত যজ্ঞবেদী, অথবা নিৰ্ব্বাপিত শিখাযুক্ত অগ্নি যিদৰে প্ৰভাহীন হয়, সীতাদেৱীও তেনে প্ৰভাহীন হৈছিল।

১৫। পদুমতলিত প্ৰবেশ কৰি হাতীয়ে শুণ্ডাঘাতত পদুমৰ পাতবোৰ ছিন্নভিন্ন কৰি তাত থকা বিহঙ্গকুলক বিত্ৰাসিত কৰাৰ পিচত পুখুৰী যিদৰে ব্যাকুলিত হয় ৰাৱণক দেখি সীতাইও তেনে অৱস্থা প্ৰাপ্ত হৈছিল।

১৬। নদীৰ সোঁত অন্যত্ৰ প্ৰবাহিত হলে নদী যিদৰে শুকাই যায়, পতিশোকাতুৰা সীতাও তেনেদৰে শুকাই গৈছিল; কোনোদিনে অঙ্গমাৰ্জ্জনা নকৰাত, কৃষ্ণপক্ষৰ ৰাত্ৰিৰ নিচিনা তেওঁৰ শৰীৰৰ বৰণ মলিন হৈছিল।

১৭। সীতা সুকুমাৰী, আৰু ৰূপাঙ্গী; ৰত্ননিৰ্ম্মিত গৃহেই তেওঁৰ উপযুক্ত বাসভূমি; কিন্তু হায়! শোকসন্তপ্তা হোৱাত ব'দৰ তাপত শুকাই যোৱা নতুনকৈ উভালি অনা মৃণালিনী সদৃশ তেওঁৰ সৌন্দৰ্য্যও লেৰেলি গৈছে।

১৮। দেখিলে অনুমান হয় যেন দলপতিৰপৰা বিচ্ছিন্ন হোৱা হস্তিনী খুটাত বান্ধ খাই থাকি শোকত দীৰ্ঘনিঃশ্বাস কাঢ়ি দুখাভিভূতা হৈ থকাৰ দৰে সীতাও তাত তেনেদৰে আছে।

১৯। বৰ্ষাকালৰ শেহত নীলবনৰাজিৰ দ্বাৰা শোভিতা পৃথিৱীয়ে যেনে ৰূপ ধৰে, কোনোপ্ৰকাৰৰ যত্ন নলৈ এনেয়ে বান্ধি থোৱা এটা মাত্ৰ বেণীৰে সীতাৰো ৰূপ তেনে ধৰণৰ হৈছিল।

২০। উপবাস, শোক, স্বামীৰ ধ্যান আৰু ৰাৱণৰ ভয় এই সকলো কাৰণতে দীনভাবাপন্না সীতা শুকাই ক্ষীণাই অল্পমাত্ৰ আহাৰ ভক্ষণ কৰি থকা তপস্বিনী সদৃশ কাল কটাব ধৰিছে।

২১। তেওঁক দেখিলে অনুমান হয় ৰঘুকুলপ্ৰধান ৰামৰ ওচৰত ৰাৱণৰ পৰাজয় কামনা কৰি অতি কাতৰভাবে তেওঁৰ নিজ কুলদেৱতাৰ উদ্দেশ্যে হাত যোৰ কৰিছে যেন বৈ আছে।

২২। এনে অৱস্থাৰ ভিতৰত থাকি অনিন্দনীয়গুণসম্পন্না সীতাদেৱীয়ে ৰামৰ ধ্যানকে ব্ৰত কৰি লৈ তেওঁৰ সুপক্ষ্মযুক্ত, ৰক্তপ্ৰান্ত বিশাল শুভ্ৰ নয়নযুৰিৰে ইকালে সিকালে চাই থাকোতে, ৰাৱণে নিজৰ বিনাশৰ অৰ্থে তেওঁক প্ৰলুব্ধ কৰিবলৈ আৰম্ভ কৰিলে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত একোনবিংশ সৰ্গ সমাপ্ত ॥

# বিংশ সৰ্গ

## সীতাৰ ওচৰত প্ৰলোভনমূলক স্তুতি

১। ৰাক্ষসীসকলৰ দ্বাৰা পৰিবৃতা মলিনবদনা, নিৰানন্দা তপস্বিনী সীতাৰ ওচৰ চাপি ৰাবণে মধুৰ কথাৰে তেওঁৰ নিজ অভিপ্ৰায় প্ৰকাশ কৰিবলৈ আৰম্ভ কৰিলে।

২। "হে কৰভোৰু, যিহেতু মোক দেখামাত্ৰকে তুমি তোমাৰ উদৰ আৰু স্তনযুগল আবৃত কৰিলা, এতেকে মই বুজিলোঁ ভয়তে তুমি তোমাৰ শৰীৰটোও মোৰ চকুৰপৰা আঁতৰ কৰিব খুজিছা।

৩। হে আয়তলোচনে, তুমি সৰ্ব্বাঙ্গগুণসম্পন্না আৰু সৰ্ব্বলোকমনোহাৰিণী, মই সঁচাকৈয়ে তোমাক পাবলৈ ইচ্ছা কৰিছোঁ, এতেকে হে প্ৰিয়ে, তুমিও সেইদৰে মোলৈ যথেষ্ট আদৰ আৰু স্নেহ দেখুৱা।

৪। হে সীতে, এই সময়ত ইয়াত কোনো মনুষ্য বা কামৰূপী ৰাক্ষস নাই, এতেকে মোৰ উপস্থিতিত তোমাৰ মনত যি ভয়ৰ ভাব উদয় হব পাৰে তাক পৰিত্যাগ কৰা।

৫। হে ভীৰু, বলপূৰ্ব্বক পৰস্ত্ৰী গমন আৰু হৰণ ৰাক্ষসৰ স্বধৰ্ম্ম তাত কোনো সংশয় নাই।

৬। কিন্তু তথাপিতো হে মৈথিলী, যেতিয়ালৈকে মোৰ প্ৰতি তোমাৰ কাম ভাৱৰ উদয় নহয়, মোৰ শৰীৰত কামভাব যিমানেই প্ৰবলভাৱে জাগৃত নহওক কিয়, তেতিয়ালৈ মই তোমাক স্পৰ্শ নকৰোঁ।

৭। হে দেৱী, তুমি এই বিষয়ে মনত অকণো ভয় নকৰিবা, হে প্ৰিয়ে, তুমি মোক বিশ্বাস কৰা আৰু মোৰ প্ৰতি প্ৰণয়বতী হোৱা ; এইদৰে শোকাভিভূতা নহবা।

৮। এক বেণী ধাৰণ, মাটিত শয়ন, চিন্তা, মলিন বসন, মিছাতে উপবাস এইবোৰ তোমাৰ পক্ষে উপযুক্ত নহয়।

৯—১০। হে মৈথিলী, তুমি মোক লাভ কৰি বিচিত্ৰ মাল্য, চন্দন, অগুৰু, বিবিধ বস্ত্ৰ, দিব্য আভৰণ, পান, আসন, শয়ন, গীত, বাদ্য আৰু নৃত্য উপভোগ কৰা।

১১। তুমি স্ত্ৰীৰত্ন-স্বৰূপা, এতেকে এইদৰে থকাটো তোমাৰ পক্ষে শোভা নাপায় ; তুমি শৰীৰত অলঙ্কাৰ পিন্ধা। হে শোভনাঙ্গী, তুমি মোৰ নিচিনা এজনক পাই অলঙ্কাৰ আদি নিপিন্ধাকৈ থাকিব পাৰা কেনেকৈ ?

১২। হে সুন্দৰী, তোমাৰ সুন্দৰ এই যৌবনকাল পাৰ হৈ যোৱাৰ উপক্ৰম হৈছে, নৈৰ সোঁতৰ দৰে যোৱা কাল আৰু উভতি নাহে।

১৩। হে শোভনাঙ্গী, ৰূপ সৃষ্টি কৰোঁতা বিশ্বকৰ্ম্মাদেৱে তোমাক সৃষ্টি কৰাৰ পিচত

নিশ্চয় ৰূপ নিৰ্ম্মাণ কৰা কামৰ পৰা অবসৰ লৈছে, কিয়নো তোমাৰ এই ৰূপৰ তুলনা তোমাত ব্যতিৰেকে আন কোনো ৰমণীতেই প্ৰকাশ পোৱা নাই।

১৪। হে বৈদেহী, তোমাৰ দৰে ৰূপযৌবনসম্পন্না এজনাক পাই, এনে কোন পুৰুষ আছে যাৰ মন বিচলিত নহৈ পাৰে, আনকি সাক্ষাৎ পিতামহ ব্ৰহ্মাবো নহয়।

১৫। হে চাৰুনিতম্বিনী চন্দ্ৰবদনে সীতে, তোমাৰ শৰীৰৰ যি যি অঙ্গৰ পিনে মই চাওঁ মোৰ চকু তাতেই বৈ থাকে।

১৬। মৈথিলী, তোমাৰ এই দুৰ্বুদ্ধি এৰি পেলাই মোৰ ভাৰ্য্যা হৈ অসংখ্য শ্ৰেষ্ঠ মহিষীসকলৰ ভিতৰত প্ৰধান মহিষী হোৱা।

১৭। হে ভীৰু মোৰ শক্তিৰ বলত তিনিও জগতৰ পৰা যি যি বস্তু সংগ্ৰহ কৰি আনিছোঁ, এই সকলো মই তোমাত অৰ্পণ কৰিলোঁ, আনকি মোৰ এই ৰাজ্যও তোমাক দান কৰিলোঁ।

১৮। ইয়াৰ উপৰিও হে বিলাসিনী, অকল তোমাৰ প্ৰীতিৰ কাৰণে অসংখ্য পুৰী পৰিপূৰ্ণা এই পৃথিৱীখনকো জয় কৰি তোমাৰ পিতৃদেৱ জনকক দান কৰিম।

১৯। এই পৃথিৱীত মই এনে এজন দেখা নাপাওঁ যি মোৰ সমকক্ষ হব পাৰে। যুদ্ধক্ষেত্ৰত মোৰ অপ্ৰতিহত অসীম শক্তিলৈ লক্ষ্য কৰা।

২০। এবাৰ নহয় বহুবাৰ সুৰাসুৰগণে মোৰ বিৰুদ্ধে থিয় হৈ তিষ্ঠিব নোৱাৰাত মই তেওঁলোকৰ সমৰধ্বজা নিপাতিত কৰিছোঁ।

২১। এতেকে তুমি আগ্ৰহেৰেসৈতে মোক পতিৰূপে গ্ৰহণ কৰি প্ৰসাধন সামগ্ৰী ব্যৱহাৰ কৰা, অত্যুজ্জ্বল অলঙ্কাৰসমূহে তোমাৰ অঙ্গ বিভূষিত কৰক।

২২। হে বৰাননে, তুমি মোৰ প্ৰতি সন্তুষ্টা হৈ প্ৰসাধন কাৰ্য্য শেষ কৰাৰ পিচত তোমাৰ যি সৌন্দৰ্য্য ফুটি ওলাব তাক এবাৰ মই চকুৰে চাই লওঁ।

২৩। হে ভীৰু, তুমি ইচ্ছা অনুসাৰে পান আৰু আহাৰ উপভোগ কৰি মনৰ আনন্দেৰে থাকা আৰু মনৰ ইচ্ছামতে ধনসোণ অথবা সমগ্ৰ পৃথিৱী পৰ্য্যন্ত দান কৰা।

২৪। মোৰ ওপৰত বিশ্বাস ৰাখি মোৰ প্ৰতি আগ্ৰহান্বিতা হোৱা আৰু নিঃশঙ্কচিত্তে তোমাৰ ইচ্ছা অনুসৰি মোক আদেশ কৰা, মোৰ অনুগ্ৰহৰ দ্বাৰা লালিতা পালিতা হোৱাৰ পিচত তোমাৰ বন্ধুবৰ্গয়ো তেওঁলোকৰ ইচ্ছাৰ অনুৰূপ বৰ লাভ কৰক।

২৫। হে ভদ্ৰে, যশস্বিনী সীতে, তুমি মোৰ শক্তি, পৰাক্ৰম আৰু ঐশ্বৰ্য্যলৈ লক্ষ্য কৰা; হে সুভগে, চীৰবস্ত্ৰধাৰী ৰামেৰে তুমি কি কৰিবা?

২৬। ৰামৰ জয়লাভৰ কোনো আশাই নাই, এতেকে তেওঁৰ সমৃদ্ধিলাভৰ আশাও বিনষ্ট; বৰ্ত্তমানে তেওঁ বনবাসী, ব্ৰতী, মাটিত শয়নকাৰী আৰু শঙ্কটাপন্ন হৈ জীয়াই থকা নথকা অৱস্থাৰ ভিতৰত আছে।

২৭। বগলীৰ শাৰী সন্মুখত লৈ উঠি অহা নীল মেঘমালাৰ দ্বাৰা আবৃত চন্দ্ৰৰ প্ৰভা যিদৰে দেখা পোৱা অসম্ভৱ, ৰামেও কোনোপধ্যে তোমাক দেখা পাব নোৱাৰিব।

২৮। হিৰণ্যকশিপুৱে ইন্দ্ৰৰ কীৰ্ত্তি যিদৰে লাভ কৰিব নোৱাৰিছিল, ৰাঘৱ ৰামেও সেইদৰে মোৰ হাতৰপৰা তোমাক উদ্ধাৰ কৰি নিব নোৱাৰিব।

২৯। হে চাৰুনেত্ৰে, শোভনদন্তবিশিষ্টা সুহাসিনী সীতে, গৰুড়পক্ষীয়ে যিদৰে সৰ্পকুল হৰণ কৰে তুমিও সেইদৰে মোৰ মন হৰণ কৰিছা।

৩০। তুমি কৃশাঙ্গী, জীৰ্ণকৌশেয় বসন পৰিহিতা আৰু অলঙ্কাৰবিহীনা হলেও, তোমাক দেখাৰ পিচত মোৰ নিজ পত্নীসমূহত মই কোনো তৃপ্তি পোৱা নাই।

৩১। হে জানকী, মোৰ অন্তঃপুৰত সৰ্ব্বগুণান্বিতা যিসকল স্ত্ৰী আছে, তুমি সেই সকলোৰে ওপৰত আধিপত্য লাভ কৰা।

৩২। হে কৃষ্ণকেশী সীতে, মোৰ পত্নীসকল ত্ৰিলোকৰ ভিতৰতে শ্ৰেষ্ঠ, অপ্‌সৰাসকলে যিদৰে লক্ষ্মীৰ সেৱা কৰে, ত্ৰৈলোক্যসুন্দৰী এই ৰমণীগণেও সেইদৰে তোমাৰ পৰিচৰ্য্যা কৰিব।

৩৩। হে চাৰুনিতম্বিনী, কুবেৰৰ ঘৰত যিবোৰ শ্ৰেষ্ঠ ধনৰত্ন আছে, মোক লগত লৈ তুমি সেই সকলোবোৰ ভোগ কৰি থাকা।

৩৪। হে দেৱী, তপস্যা, বল, বিক্ৰম, ধন, তেজ বা যশস্যা কোনো বিষয়তে তোমাৰ ৰাম মোৰ সমকক্ষ নহয়।

৩৫। হে সুন্দৰী, তুমি ইচ্ছামতে পান, বিহাৰ, ৰমণ আৰু ভোগ্যবস্তুৰ উপভোগ কৰা; আৰু পৃথিৱীকে লৈ সমগ্ৰ ধন-ঐশ্বৰ্য্য দান কৰা। তুমি তোমাৰ মনোবাঞ্ছা পূৰণ কৰি মোৰ লগত বিহাৰ কৰা আৰু তাৰ ফলত তোমাকে আশ্ৰয় কৰি তোমাৰ বন্ধুবান্ধৱগণেও তেওঁলোকৰ মনোবাঞ্ছা পূৰ্ণ কৰক।

৩৬। হে ভীৰু, সুবৰ্ণনিৰ্ম্মিত বিমল হাৰৰ দ্বাৰা সুশোভিতা হৈ প্ৰস্ফুটিত তৰুৰাজিৰে পৰিব্যাপ্ত ভ্ৰমৰকুলৰ দ্বাৰা আকুলিত সমুদ্ৰতীৰস্থ কাননসমূহৰ মাজত মোৰে সৈতে বিহাৰ কৰা।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত বিংশ সৰ্গ সমাপ্ত ॥

## একবিংশ সৰ্গ

## ৰাৱণৰ প্ৰতি সীতাৰ তিৰস্কাৰ

১। কদ্ৰমূৰ্ত্তি ৰাক্ষসৰ এইবোৰ কথা শুনি দুখাভিভূতা সীতাদেৱীয়ে মলিনবদনে ক্ষীণস্বৰে ধীৰে ধীৰে কব ধৰিলে।

২—৬। "পাপচাৰীজন যিদৰে ব্ৰহ্মলোকপ্ৰাপ্তি স্বৰূপ সিদ্ধি লাভ কৰাৰ অনুপযুক্ত তুমিও সেইদৰে মোক পোৱাৰ উপযুক্ত নোহোৱা ; মই কোনোদিনে কোনো গৰ্হিত কাম কৰা নাই, একমাত্ৰ পতিৰ সেৱাই মোৰ ব্ৰত মহৎ কুলত মোৰ জন্ম আৰু বৈবাহিক সম্বন্ধৰ দ্বাৰা যি কুলত সমৰ্পিতা হৈছো সিও অতি মহৎ আৰু পৰম পবিত্ৰ"—যশস্বিনী বৈদেহীয়ে ৰাৱণক এই বুলি কৈ তেওঁৰ পিনে পিঠি দি পুনঃ কব ধৰিলে "ৰাৱণ, মই আন এজন পুৰুষৰ ভাৰ্য্যা আৰু সতী, কোনোপধ্যে তোমাৰ উপভোগৰ উপযোগী ভাৰ্য্যা হব নোৱাৰোঁ।

৭। তুমি সজপথত থাকি ধৰ্ম্মলৈ মন কৰা আৰু সজলোকৰ ব্ৰত পালন কৰা, হে নিশাচৰ তোমাৰ ভাৰ্য্যা যিদৰে তোমাৰ ৰক্ষণীয়া, আনৰ ভাৰ্য্যাকো তুমি সেইদৰে ৰক্ষা কৰা উচিত।

৮। তুমি নিজে যিটো ভাল পোৱা আনতো তাকেই তুলনা কৰি তোমাৰ নিজ ভাৰ্য্যা সমূহতে ৰত হৈ থাকা, যি পুৰুষ নিজ স্ত্ৰীত অসন্তুষ্ট, চঞ্চলমতি, চপলেন্দ্ৰিয়, অসাধু-চৰিত্ৰ তেনে জন আনৰ স্ত্ৰীৰ দ্বাৰা কদৰ্থিত হৈ সকলো ক্ষেত্ৰতে পৰাজয়স্বৰূপ অপায় অমঙ্গলত পৰে।

৯। সদাচাৰ বৰ্জ্জিত তোমাৰ বিপৰীত বুদ্ধি দেখি অনুমান হয় লঙ্কাত সচ্চৰিত্ৰবান কোনো পুৰুষ নাই, অথবা থাকিলেও তুমি তেনেজনৰ কথা মানি নচলা।

১০। কাৰ্য্যৰ পৰিণামদৰ্শী পণ্ডিতসকলে কেতিয়াবা কোনো হিত কথা কলেও মিথ্যা আৰু অনৰ্থক বুলি ভাবি ৰাক্ষসকুলৰ বিনাশৰ কাৰণে তুমি তেনে কথাত পতিয়ন নোযোৱা।

১১। ৰাৱণ, মনত ৰাখিবা যি ৰজা দুৰ্নীতিপৰায়ণ আৰু সজ উপদেশ গ্ৰহণ কৰিবলৈ অনিচ্ছুক তেনে ৰজাৰ অধীনত অতি সমৃদ্ধিশালী ৰাজ্য আৰু নগৰো ধ্বংসপ্ৰাপ্ত হয়।

১২। এই কাৰণতে তোমাৰ অধীনত থাকি ধনৰত্নে পৰিপূৰ্ণ এই লঙ্কানগৰী অকল তোমাৰ এজনৰ অপৰাধতে অতি সোনকালে বিনাশ প্ৰাপ্ত হব।

১৩। ৰাৱণ, তুমি পাপকৰ্ম্মা আৰু অদূৰদৰ্শী, এতেকে তোমাৰ নিচিনা এজনক ধ্বংসপ্ৰাপ্ত হোৱা দেখিলে সকলো প্ৰাণী আনন্দিত হব।

১৪। যি সকল প্ৰাণী তোমাৰ দ্বাৰা উৎপীড়িত হৈ আছে পাপাচাৰী তোমাৰ মৃত্যুত তেওঁলোকে নিশ্চয় কব 'ভাগ্যে এই দুৰাত্মা নিধন প্ৰাপ্ত হল।' আৰু এই বুলি কৈ তেওঁলোকে আনন্দ প্ৰকাশ কৰিব।

১৫। ৰাবণ, তোমাৰ ঐশ্বৰ্য্যবিভূতি অথবা ধনৰ দ্বাৰা মোক প্ৰলুব্ধ কৰিব নোৱাৰিবা, সূৰ্য্যৰ ৰশ্মিয়ে যিদৰে সূৰ্য্য ভিন্ন আনক নাজানে, ময়ো সেইদৰে ৰাঘৱৰ বাহিৰে আনক নাজানো।

১৬। ত্ৰিলোকনাথ ৰাঘৱৰ সুন্দৰ সেই বাহুৰ ওপৰত মূৰ থৈ শয়ন কৰি থাকি, এতিয়া আৰু আন এজনৰ বাহুৰ ওপৰত মূৰ থৈ শয়ন কৰিব পাৰোঁ কেনেকৈ?

১৭। ব্ৰহ্মবিদ্যা যিদৰে ব্ৰহ্মচৰ্য্য ব্ৰত সমাপন কৰাৰ পিচত সমাবৰ্ত্তনকাৰী আত্মতত্বজ্ঞ বিপ্ৰৰ হে উপভোগৰ যোগ্য, যথাবিহিত নিয়ম অনুসৰি পাণি গ্ৰহণ কৰাৰ পিচত ময়ো সেইদৰে জগৎপতি সেই জনৰহে উপভোগৰ যোগ্য ভাৰ্য্যা।

১৮। হে ৰাবণ, এতেকে বনবাসী যুৱতী হস্তিনীৰ লগত গজাধিপতিক লগ লগাই দিয়াৰ দৰে তুমি ভালে ভালে ৰামৰ লগত মোক লগ লগাই দিয়া।

১৯। যদি তুমি তোমাৰ নিজ ৰাজ্য ৰক্ষা কৰিব খোজা আৰু আত্মীয়স্বজন আদি সকলোৰে পক্ষে কষ্টদায়ক তোমাৰ বিনাশৰপৰা তোমাক ৰক্ষা কৰিব খোজা তেন্তে তোমাৰ পক্ষে পুৰুষশ্ৰেষ্ঠ সেই ৰামৰ লগত মিত্ৰতা স্থাপন কৰাটোহে যুগুত।

২০। ৰাম সৰ্ব্ব ধৰ্ম্মজ্ঞ আৰু শৰণাগত বৎসল বুলি সকলোতে প্ৰসিদ্ধ, এতেকে যদিহে তুমি জীয়াই থাকিব খোজা তেন্তে তেওঁৰ লগত মিত্ৰতা কৰাটোহে উচিত হব।

২১। ৰাম শৰণাগত বৎসল, তুমি তেওঁক প্ৰসন্ন কৰা আৰু আদৰ যত্নসহকাৰে মোক তেওঁত সমৰ্পণ কৰা।

২২। ৰাবণ, ৰঘুশ্ৰেষ্ঠ ৰামত এইদৰে সম্প্ৰদান কৰি এতালেহে তোমাৰ মঙ্গল হব, ইয়াৰ অন্যথা কৰিলে তোমাক ঘোৰ বিপদে আগুৰি ধৰিব।

২৩। তোমাৰ ওপৰত বজ্ৰপাত হলেও ৰক্ষা পাব পাৰা আৰু যমেও তোমাক বহুদিনলৈ এৰি থাকিব পাৰে, কিন্তু লোকনাথ ৰাঘৱ ক্ৰুদ্ধ হলে তোমাৰ ৰক্ষা নাই।

২৪। ইন্দ্ৰই নিক্ষেপ কৰা বজ্ৰৰ শব্দসদৃশ, ৰামচন্দ্ৰৰ ধনুৰ মহান্ শব্দ তুমি অচিৰে শুনিবলৈ পাবা।

২৫—২৬। অতি সোণকালে ৰাম আৰু লক্ষ্মণৰ নামাঙ্কিত অগ্নিমুখ সৰ্পসদৃশ সুপৰ্ব্ববাণসমূহ এই লঙ্কা নগৰীত বিয়পি পৰি ইয়াৰ সকলো ৰাক্ষসকে বধ কৰিব। বাণসমূহ এনেদৰে পৰিবলৈ ধৰিব যে ইয়াত অকণমানো শূন্য ঠাই নেথাকিব।

২৭। বিনতানন্দন গৰুড়ে সৰ্পকুল যিদৰে সংহাৰ কৰে মহাশক্তিশালী ৰামৰূপ গৰুড়ে সৰ্পসদৃশ প্ৰধান প্ৰধান ৰাক্ষসগণক সেইদৰে সংহাৰ কৰিব।

২৮। আৰু তাৰ পিচত ভগবান বিষ্ণুৱে ত্ৰিবিক্ৰমৰ দ্বাৰা অসুৰৰ হাতৰপৰা লক্ষ্মী উদ্ধাৰ কৰাৰ নিচিনা মোৰ ভৰ্ত্তা শত্ৰুদমন ৰামচন্দ্ৰয়ো অতিশীঘ্ৰে মোক তোমাৰ হাতৰপৰা উদ্ধাৰ কৰিব।

২৯—৩০। হে ৰাক্ষস, শ্মশানতুল্য জনস্থানত তোমাৰ ৰাক্ষসকুল নিহত হোৱাৰ পিচত, তুমি দুৰ্ব্বল মনোবৃত্তি লৈ মোক হৰণ কৰি আনি এই অসৎ কামটো কৰিলা। হে ৰাক্ষসাধম, সেই ভ্ৰাতৃযুগলে মায়ামৃগৰ তত্ত্ব বুজিবলৈ বনত প্ৰবেশ কৰাৰ লগে লগে শূন্য আশ্ৰমত সোমাই তুমি মোক হৰণ কৰি আনিলা।

৩১। বাঘৰ গোন্ধ পালে শিয়াল যিদৰে সন্মুখত তিকিব নোৱাৰে তুমিও সেইদৰে ৰাম লক্ষ্মণক দেখা পালে তাত জীয়াই থাকিব নোৱাৰিলাহেঁতেন।

৩২। সেই বীৰযুগলৰ লগত যুদ্ধ আৰম্ভ হলে ইন্দ্ৰদেৱে তেওঁৰ বাহুযুগলৰ দ্বাৰা যুদ্ধ কৰি থকা বৃত্ৰাসুৰক যিদৰে নিধন কৰিছিল সহায় সম্পদ থাকিলেও তোমাৰো দশা সেয়ে হ'ব।

৩৩। আদিত্যই অলপ পৰিমল পানী যিদৰে অতি সোনকালে শোষণ কৰি নিয়ে, মোৰ নাথ ৰামচন্দ্ৰইও লক্ষ্মণেৰ সৈতে তোমাৰ প্ৰাণ সেইদৰে সংহাৰ কৰিব।

৩৪। কুবেৰৰ কৈলাসপৰ্ব্বতত আশ্ৰয় লোৱা অথবা ৰজা বৰুণৰ সভাস্থলতে থাকা, বজ্ৰাহত মহাবৃক্ষৰ দৰে তুমিও কালৰ কবলত পৰি সোনকালে দাশৰথি ৰামৰ হাতত প্ৰাণ এৰিবা।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত একবিংশ সৰ্গ সমাপ্ত ॥

## দ্বাবিংশ সৰ্গ

## বাৱণৰ দ্বাৰা সীতাক ভয়-প্ৰদৰ্শন

১। সীতাৰ নিষ্ঠুৰ সেই বাণী শুনি ৰাক্ষসসকলৰ ঈশ্বৰ ৰাৱণে সুশোভন ৰূপলাৱণ্য-যুক্তা সীতাক উদ্দেশ্য কৰি অশোভা বাক্যে কবলৈ ধৰিলে।

২। "সীতা, এই পৃথিৱীত মানুহে সান্ত্বনাপূৰ্ণ কথাৰে যিমানে তিৰোতাক সন্তুষ্ট কৰে সিমানেই সেই পুৰুষজন তিৰোতাৰ আদৰৰ পাত্ৰ হয়, কিন্তু মোৰ বেলিকা মই যিমানেই প্ৰিয় বাক্যৰ দ্বাৰা তোমাক সন্তুষ্ট কৰিব খুজিছোঁ, সিমানেই এই তোমাৰ দ্বাৰা তিৰস্কৃতহে হৈছোঁ।

৩। তোমাৰ কথাত মই ক্ৰুদ্ধ হলেও সুচতুৰ সাৰথিয়ে কুপথগামী ঘোঁৰাক সংযত কৰি যিদৰে ভাল বাটলৈ আনে সেইদৰে তোমাৰ কাৰণে মোৰ অন্তৰত যি কাম ভাব জাগি উঠিছে সিয়েই মোৰ খঙকো দমন কৰি ৰাখিছে।

৪। দেখিছোঁ মানুহৰ ওপৰত কামৰ শক্তি অতি প্ৰবল আৰু নিষ্ঠুৰ, কিয়নো অতিশয় ক্ৰোধৰ পাত্ৰ হলেও যাৰ ওপৰত এবাৰ কামৰ ভাব ওপজে তালৈ ক্ৰুদ্ধজনৰ মনত দয়া আৰু স্নেহৰ ভাব এনেয়ে জাগৃত হয়।

৫। হে চাৰুবদনে সীতে, এই কাৰণতেই তুমি ক্ৰোধ আৰু অৱমাননাৰ পাত্ৰী হলেও মই তোমাক বধ কৰা নাই, তুমি সুখ আৰু ভোগ ত্যাগ কৰি মিছাকৈয়ে তাপসব্ৰত অৱলম্বন কৰিছা।

৬। মৈথিলী তুমি যি যি নিষ্ঠুৰবাক্য মোৰ প্ৰতি প্ৰয়োগ কৰিছা, সেই সেই কাৰণতে মই তোমাক নিষ্ঠুৰভাবে বধ কৰা উচিত।"

৭। ৰাক্ষসাধিপতি ৰাবণে সীতাক এই বুলি কৈ খঙতে জ্বলি পকি পুনঃ সীতাক উদ্দেশ্য কৰি কবলৈ ধৰিলে।

৮। "বৰবৰ্ণিনি সীতে, মই আগতে যি দুমাহৰ সময় দিছিলোঁ এই দুমাহকাল মই পালন কৰি মই বৈ থাকিম। কিন্তু ইয়াৰ পিচত তুমি মোৰ অঙ্কশায়িনী হবই লাগিব।

৯। এই দুমাহকাল অতীত হৈ যোৱাৰ পিচতো যদি স্বামী হিচাপে মোক গ্ৰহণ কৰিবলৈ ইচ্ছা নকৰা তেতিয়া মোৰ পাচক সকলে মোৰ প্ৰাত° ভোজনৰ বাবে তোমাক খণ্ড খণ্ড কৈ কাটিব।"

১০। ৰাক্ষসৰাজে জানকীক এইদৰে ভৎ‍ৰ্সনা কৰা দেখি তাত থকা দেৱতা আৰু গন্ধৰ্ব্ব কন্যাসকলৰ চকুৰ বৰণ বিকৃত হল আৰু তেওঁলোক বিষণ্ণ হৈ পৰিল।

১১। তেওঁলোকৰ ভিতৰত কোনোৱে ওঁঠ, কোনোৱে বা চকু আৰু মুখৰ ভাৱভঙ্গীৰে ৰাৱণে তৰ্জ্জন-গৰ্জ্জন কৰি থকাৰ ভিতৰতে সীতাক আশ্বাস দিবলৈ ধৰিলে।

১২। তেওঁলোকৰ পৰা এইদৰে আশ্বাস বাণী পাই সীতাদেবীয়ে নিজ চৰিত্ৰ বল আৰু স্বামীৰ বীৰ্য্যৰ গুণত গৰ্ব্বান্বিতা হৈ ৰাক্ষসাধিপতিৰহকে হিতবাক্য কবলৈ ধৰিলে।

১৩। "ৰাবণ, যিহেতু কোনোৱে তোমাক এই গৰ্হিত কামৰপৰা এতিয়ালৈ নিবাৰণ কৰা নাই, এতেকে মই বুজিলো তোমাৰ হিতকাঙ্ক্ষীলোক কোনো এজনো ইয়াত নাই।"

৩৬—৩৮। তেতিয়া এনেহেন আকৃতিবিশিষ্টা ৰাক্ষসীবোৰৰ পিনে লক্ষ্য কৰি ৰাবণে কলে, "ৰাক্ষসীগণ, তোমালোক সকলোটি একগোট হৈ এনেভাবে কাম কৰা যাতে জানকী সীতা অতি শীঘ্ৰে মোৰ বশলৈ আহে। এই উদ্দেশ্যে সাম, দান ভোগাদি নীতি অবলম্বন কৰি তেওঁৰ প্ৰতিকূল আৰু অনুকূলে কথা কৈ অথবা দণ্ড উত্তোলন কৰিযে বৈদেহীক মোৰ পিনে ঘোৰ ঘুৰাই আনা।" ৰাক্ষসেন্দ্ৰ ৰাবণে ৰাক্ষসীবোৰক বাৰে বাৰে এইদৰে আদেশ দি কাম আৰু ক্ৰোধৰ বশবৰ্ত্তী হৈ জানকীৰ প্ৰতি গৰ্জ্জন কৰিবলৈ ধৰিলে।

৩৯। ঠিক এনে সময়তে ধান্যমালিনী নামে এজন ৰাক্ষসীয়ে লৰালৰিকৈ দশগ্ৰীব ৰাবণৰ ওচৰ চাপি তেওঁক আলিঙ্গন কৰি কবলৈ ধৰিলে "হে মহাৰাজ, আপুনি মোৰে সৈতে ক্ৰীড়াত ৰত হওক, এই সীতাক লৈ আপুনি কি কৰিব? হে ৰাক্ষসেশ্বৰ, সীতাৰ কোনো বৰণ নাই, দেখিলেই দুখলগা আৰু মনুষ্যজাতীয়া স্ত্ৰী।

৪১—৪২। হে মহাৰাজ, অমৰশ্ৰেষ্ঠ বিসকল দেৱতা, নিশ্চয় তেওঁলোকে আপোনাৰ বাহুবলে উপাৰ্জ্জিত উৎকৃষ্ট ভোগবিলাস এওঁৰ ভাগ্যত লিখা নাই। তদুপৰি যি স্ত্ৰীৰ মনত কামভাৱৰ জাগৰণ হোৱা নাই তেনে স্ত্ৰীৰ লগত কামভাৱত ৰত হলে শৰীৰক বিদগ্ধ কৰাহে হয়;

৪৩। আনপক্ষে যি স্ত্ৰী কামভাৱত প্ৰবৃত্ত হবলৈ ইচ্ছুক, তেনে স্ত্ৰীৰ লগত ভোগসম্ভোগহে উৎকৃষ্ট।" ৰাক্ষসী ধান্যমালিনীয়ে এইদৰে কৈ মহাবলশালী ৰাবণক তাৰ পৰা আঁতৰাই নিয়াত মেঘবৰ্ণ ৰাক্ষসে হাঁহি এটা মাৰি তাৰ পৰা গুচি গল।

৪৪—৪৫। দশগ্ৰীৱ ৰাৱণে পৃথিবীখন কঁপাইহে যেন ভাৰপৰা আঁতৰি গৈ প্ৰদীপ্ত সূৰ্য্যসদৃশ অতি উজ্জ্বল তেওঁৰ ঘৰত প্ৰৱেশ কৰিলে আৰু লগে লগে দেৱতা, গন্ধৰ্ব্ব আৰু নাগকন্যাসমূহেও তেওঁক বেঢ়ি ধৰি সেই শ্ৰেষ্ঠ ভৱনত প্ৰৱেশ কৰিলে।

৪৬। এইদৰে ধৰ্ম্মপৰায়ণা মৈথিলীয়ে ভয়ত্ৰস্তা হৈ কঁপি থকা অৱস্থাতে ৰাৱণে তেওঁক তিৰস্কাৰ কৰি এৰি গ'ল, আনপক্ষে কামপীড়িত হৈ ৰাৱণে নিজ ভৱনত প্ৰৱেশ কৰিলে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্ভুক্ত দ্বাবিংশ সৰ্গ সমাপ্ত ॥

# ত্ৰয়োবিংশ সৰ্গ

## ৰাক্ষসীবোৰৰ তৰ্জ্জন-গৰ্জ্জন

১। শত্ৰুত্ৰাসক ৰজা ৰাৱণে মৈথিলীক এইদৰে কৈ ৰাক্ষসীবোৰক আদেশ দি সেই ঠাইৰপৰা ওলাই গ'ল।

২। ওলাই গৈ পুনঃ তেওঁ নিজ অন্তঃপুৰত প্ৰৱেশ কৰাৰ লগে লগে ভীমৰূপা ৰাক্ষসীবোৰ সীতাৰ ওচৰলৈ লৰি আহিল।

৩। সীতাৰ ওচৰ চাপি সকলোটিয়ে ক্ৰোধতে জলিপকি অতি তীব্ৰ আৰু কৰ্কশবাক্যে বৈদেহীক কবলৈ ধৰিলে—

৪। "সীতা, পুলস্ত্যৰ সন্ততি (নাতি) সৰ্ব্বজন-বৰেণ্য মহাত্মা ৰাৱণৰ ভাৰ্য্যা হোৱাটো তুমি পৰম ভাগ্যৰ কথা বুলি মানি লোৱা নাই কিয়?"

৫। সিহঁতৰ ভিতৰত একজটা নামে ৰাক্ষসী এজনীয়ে খঙতে চকু দুটি ৰঙা কৰি কৃশোদৰী সীতাক সম্বোধন কৰি কলে—

৬। ছয়জন* প্ৰজাপতিৰ ভিতৰত ব্ৰহ্মাৰ মানসপুত্ৰ পুলস্ত্য চতুৰ্থ প্ৰজাপতি নামে খ্যাত।

৭। "এই পুলস্ত্যৰে মানসপুত্ৰ মহাতেজস্বী বিশ্ৰবা নামে মহৰ্ষিও প্ৰজাপতিসকলৰ তুল্য প্ৰভাৱান্বিত।

৮—১১। "হে আয়তলোচনে সীতে, এই বিশ্ৰবাৰ পুত্ৰ শত্ৰুত্ৰাসক ৰাৱণ। এতেকে তেনেজন ৰাক্ষসেন্দ্ৰৰ ভাৰ্য্যা হোৱাটো তোমাৰ পক্ষে নিতান্ত যুক্ত। হে চাৰু সৰ্ব্বাঙ্গী। মোৰ এই কথাষাৰ তুমি মানি লব খোজা নাই কিয়?" তাৰ পিচতে বিড়ালাক্ষী হৰিজটা নামে ৰাক্ষসীয়ে খঙতে তাইৰ চকু পকাই কবলৈ ধৰিলে, "যিজনে তেত্ৰিশজন দেৱতা আৰু আনকি

* মৰীচি, অত্ৰি, অঙ্গিৰস, পুলস্ত্য, পুলহ, ক্ৰতু—এই ছয়জন।

দেৱতাসকলৰো ৰজাক পৰাজিত কৰিছে, ৰাক্ষসেন্দ্ৰ সেইজনাৰ ভাৰ্য্যা হোৱাটো তোমাৰ কাৰণে উচিত হব। তেওঁৰ অসীম বীৰ্য্য, তেওঁ শূৰ, যুদ্ধত অপৰাঙ্মুখী, বলৱান আৰু বীৰ্য্যশালী, তেনে জনৰ ভাৰ্য্যাপদত অধিষ্ঠিত হবলৈ তুমি ইচ্ছা কৰা নাই কিয় ?

১২—১৩। মহাবলশালী ৰজা ৰাৱণে তেওঁৰ সকলো ভাৰ্য্যাৰ ভিতৰত মহাভাগ্যৱতী আৰু সম্মানাৰ্হা প্ৰিয়া ভাৰ্য্যা মন্দোদৰীকো এৰি তোমাকেই আশ্ৰয় কৰি থাকিব। তেওঁৰ অন্তঃপুৰ নানা ৰত্নে সুশোভিত আৰু হাজাৰ হাজাৰ স্ত্ৰীৰে সমৃদ্ধিশালী। সেই অন্তঃপুৰকো পৰিত্যাগ কৰি ৰাৱণে তোমাৰ ওচৰতে থাকিব।"

১৪—১৫। তাৰ পিচত বিকটা নামে আন এজনী ৰাক্ষসীয়ে কবলৈ ধৰিলে, "সীতা, এবাৰ নহয় বহুবাৰ যিজনাই দেৱতা, গন্ধৰ্ব্ব আৰু নাগসকলক যুঁজত পৰাজিত কৰিছিল, সেইজনা তোমাৰ ওচৰত উপস্থিত। হে অবলা, সকলো পিনে সমৃদ্ধিশালী ৰাক্ষসেন্দ্ৰ মহাত্মা সেই ৰাৱণৰ ভাৰ্য্যা হবলৈ তুমি ইচ্ছা কৰা নাই কিয় ?"

১৬। বিকটাৰ পিচতে দুৰ্ম্মুখা নামে ৰাক্ষসীয়ে কবলৈ ধৰিলে, "যাৰ ভয়ত সূৰ্য্যই তাপ দিব নোৱাৰে, বতাহো প্ৰবলভাৱে নবয়, হে আয়তলোচনে। তুমি তেনে জনাৰ অধীনত থাকিবলৈ ইচ্ছা কৰা নাই কিয় ?

১৭—১৯। হে ভামিনী, যাৰ ভয়তে তৰুৰাজিয়ে পুষ্পবৃষ্টি কৰে, যি জনাই ইচ্ছা কৰা মাত্ৰকে পৰ্ব্বত আৰু মেঘে জল সিঞ্চন কৰে, ৰাজৰাজেশ্বৰ ৰাক্ষসৰাজ সেই ৰাৱণৰ ভাৰ্য্যা হবলৈ তুমি মন কৰা নাই কিয় ? হে দেৱী, মই সকলো কথাৰ তত্ত্ব বুজি লৈ তোমাক এই সজ উপদেশ দিলোঁ। হে চাৰুহাসিনী, তুমি মোৰ এই উপদেশ গ্ৰহণ কৰা, নহলে তুমি জীয়াই থাকিব নোৱাৰিবা।"

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্ভুক্ত ত্ৰয়োবিংশ সৰ্গ সমাপ্ত ॥

# চতুৰ্স্ত্ৰিংশ সৰ্গ

## ৰাক্ষসীবোৰৰ তিৰস্কাৰ

১। সীতা কোনো প্ৰকাৰৰ কৰ্কশ বা অপ্ৰিয় কথা শুনাৰ যোগ্যা নহলেও বিকৃত-বদনা সেই ৰাক্ষসীবোৰে লগ হৈ অতিশয় তীব্ৰ আৰু অপ্ৰিয় কথা তেওঁক শুনাব ধৰিলে।

২। "সীতা, সকলো প্ৰাণীৰ পক্ষে মনোৰম আৰু বহুমূলীয়া শয্যাপাতিৰে সুশোভিত সেই ৰাজ-অন্তঃপুৰত বাস কৰিবলৈ তুমি ইচ্ছা কৰা নাই কিয়?"

৩। "তুমি মনুষ্যজাতীয় স্ত্ৰী আৰু সেই কাৰণে মানুহৰ ভাৰ্য্যা হৈ থকাটোকে তুমি পৰম সৌভাগ্যৰ কথা বুলি ভাবিছা। কিন্তু এতিয়া তোমাৰ মন ৰামৰপৰা আঁতৰাই আনা, কিয়নো ৰামৰ লগত তোমাৰ মিলন কোনোপধ্যে সম্ভৱপৰ নহয়।"

৪। "তাৰ সলনি এই ত্ৰিলোকৰ ঐশ্বৰ্য্যৰ অধিকাৰী ৰাক্ষসেশ্বৰ ৰাৱণক পতিৰূপে গ্ৰহণ কৰি যথাসুখে জীৱন কটোৱা।"

৫। "হে অনিন্দিতে, তুমি মানবী আৰু সেই কাৰণেহে ৰাজ্যভ্ৰষ্ট, সকলোতে বিফল-মনোৰথ আৰু দুৰ্দ্দশাগ্ৰস্ত হোৱা ৰামকে পাবলৈ তুমি ইচ্ছা কৰি আছা।"

৬। ৰাক্ষসীবোৰৰ কথা শুনি কমললোচনা সীতাদেৱীয়ে কান্দি কান্দি এইদৰে কবলৈ ধৰিলে—

৭। "তোমালোক সকলোটিয়ে লগ হৈ লোকমত-বিৰুদ্ধ যি কথা কলা, সি পাপপূৰ্ণ বুলিয়েই মোৰ মনত স্থান পোৱা নাই।"

৮। "মনুষ্যজাতীয় স্ত্ৰী কোনোকালেই ৰাক্ষসৰ ভাৰ্য্যা হব নোৱাৰে, তোমালোক সকলোটিয়ে ইচ্ছামতে মোক ভক্ষণ কৰিব পাৰা, মই কেতিয়াও তোমালোকৰ কথামতে কাম কৰিব নোৱাৰোঁ।"

৯। "দৰিদ্ৰই হওক অথবা ৰাজ্যহীনেই হওক, যিজন মোৰ স্বামী তেৱেঁই মোৰ গুৰু। সুবৰ্চলা* যিদৰে সূৰ্য্যৰ অনুৰক্তা মযো সেইদৰে ৰামৰ অনুৰক্তা।"

১০—১৩। "যিদৰে মহাভাগ্যৱতী শচীয়ে ইন্দ্ৰক অৰুন্ধতীয়ে বশিষ্ঠক, ৰোহিণীয়ে চন্দ্ৰক, লোপামুদ্ৰাই অগস্ত্যক, সুকন্যাই চ্যৱনক, সাবিত্ৰীয়ে সত্যবানক, শ্ৰীমতীয়ে কপিলক, মদয়ন্তীয়ে সৌদাসক, কেশিনীয়ে সগৰক, ভীমনন্দিনী দময়ন্তীয়ে তেওঁৰ পতি নিষধৰা জ নলৰ অনুব্ৰতা মযো সেইদৰে মোৰ স্বামী ইক্ষাকুপ্ৰৱৰ ৰামৰ অনুব্ৰতা।"

১৩। সীতাৰ কথা শুনি ৰাক্ষসীবোৰে খঙতে অলিপকি উঠিল আৰু ৰাৱণৰ কথামতে কৰ্কশ কথাৰে সীতাক ভৎসনা কৰিব ধৰিলে।

---

* টীকাকাৰৰ মতে সুবৰ্চলা সূৰ্য্যৰ পত্নীৰ নাম। কাৰো কাৰো মতে সুবৰ্চলা, সূৰ্য্যৰ পিনে মুখ কৰি থকা এবিধ ফুলৰ নাম।

১৪। ইপিনে হনুমানেও শিংশপাজোপাত লুকাই থাকি সীতাক গৰ্জ্জি থকা ৰাক্ষসী-বোৰৰ কথা শুনি থাকিল।

১৫। তেওঁ দেখিলে যে এই ৰাক্ষসীবোৰে চাৰিওকালৰপৰা সীতাক আগুৰি ধৰি সিহঁতৰ ওলমি থকা প্ৰদীপ্ত ওঠবোৰ বাৰে বাৰে চেলেকিব ধৰিছে,

১৬। আৰু খঙতে একোনাই হৈ থৰথৰকৈ সিহঁতৰ হাতৰ কুঠাৰবোৰ লৈ কৰ ধৰিলে, "ৰাক্ষসৰাজ ৰাৱণৰ ভাৰ্য্যা হোৱাৰ এওঁ উপযুক্ত নহয় (এতেকে আমি এওঁক খাই পেলোৱাটোহে উচিত)।"

১৭। লক্ষ্মীশ্ৰেষ্ঠা সীতাদেৱী ভয়ঙ্কৰা সেই ৰাক্ষসীবোৰৰ দ্বাৰা তিৰস্কৃতা হৈ চকুৰ পানী মচি মচি সেই শিশু গছজোপাৰ ওচৰলৈ খোজ ললে।

১৮। ৰাক্ষসীবোৰৰ দ্বাৰা পৰিবেষ্টিত অৱস্থাতে গছৰ গুৰিত উপস্থিত হৈ জানকীয়ে শোকতে অভিভূত হৈ তাত বৈ থাকিল।

১৯। তাতো ভয়ঙ্কৰ ৰূপবিশিষ্টা সেই ৰাক্ষসীবোৰে মলিন বস্ত্ৰ পৰিহিতা দীনবদনা কৃশকায়া সীতাক ভৎসনা কৰিবলৈ ধৰিলে।

২০। সিহঁতৰ ভিতৰত ভীমাকৃতি কৰালবদনা সুগভীৰ উদৰবিশিষ্টা, বিনতা নামে এজনী ৰাক্ষসীয়ে অতিশয় খঙেৰে কবলৈ ধৰিলে—

২১। "সীতা, তুমি এতিয়ালৈকে স্বামীৰ প্ৰতি যি স্নেহ দেখুৱালা সেয়ে যথেষ্ট হৈছে। সীতা, মনত ৰাখিবা যে সকলো ক্ষেত্ৰতে সীমা অতিক্ৰম কৰিলে তাৰ পৰিণাম স্বৰূপ দুখকেহে মাত্ৰ পোৱা যায়।"

২২। "যি হওক, তোমাৰ আচৰণত মই সন্তুষ্ট হৈছোঁ, এনে ক্ষেত্ৰত মানুহে যি কৰে তুমিও ঠিক তাকেই কৰিছা, কিন্তু হে মৈথিলী, এতিয়া মই যি কওঁ তাকে কৰা।"

২৩—২৪। "তুমি সমগ্ৰ ৰাক্ষসকুলৰ স্বামী ৰাৱণক ভজা। দেৱতাসকলৰ অধিপতি বাসৱৰ দৰে তেওঁ সকলো শত্ৰুকে আক্ৰমণ কৰে সঁচা, কিন্তু সেইবুলি তেওঁ সিহঁতৰ প্ৰতি দয়ালু ত্যাগশীল আৰু প্ৰিয়বাদীও। ৰাম মানুহ আৰু দুৰ্দ্দশাপন্ন মানুহ, এতেকে তুমি তেওঁক এৰি ৰাৱণক আশ্ৰয় কৰা।

২৫—২৬। বৈদেহী, স্বাহা যিদৰে অগ্নিৰ আৰু শচী যিদৰে ইন্দ্ৰৰ দেৱী, সেইদৰে দিব্য অঙ্গৰাগ আৰু ভূষণেৰে বিভূষিত হৈ আজিৰপৰা তুমিও সকলো প্ৰাণীৰ ঈশ্বৰী হোৱা। হে সুন্দৰী! হতভাগ্য আৰু অল্পায়ু ৰামক লৈ তুমি কি কৰিবা?"

২৭। "মই এই কথা তোমাক কলোঁ, তথাপি যদি তুমি সেইমতে কাম নকৰা তেন্তে এই মুহূৰ্ত্ততে আমি সকলোটিয়ে তোমাক খাই পেলাম।"

২৮। বিনতাৰ পিচতে বিকটা নামে আন এজনী ৰাক্ষসীয়ে খঙতে জ্বলি পকি তাইৰ ওলমি পৰা স্তনযুগলেৰে সৈতে হাতৰ মুঠি ওপৰলৈ তুলি তৰ্জ্জন গৰ্জ্জন কৰি কবলৈ ধৰিলে—

২৯। "হে দুৰ্ম্মতিপৰায়ণা সীতা, তুমি এখানিমান এটি জীৱ, এই কাৰণতেই তোমাৰ প্ৰতি দয়াশীল হৈ তোমাৰ অশোভনীয় এইবোৰ বহুত কথা আমি সহ কৰি আছোঁ।"

৩০—৩১। "আমি যি উপদেশ দিছোঁ, সি সময়োচিত, আৰু তোমাৰ হিতৰ অৰ্থে, কিন্তু তথাপি তুমি তালৈ কাণ কৰা নাই, ভাবি চোৱা, অলঙ্ঘনীয় সমুদ্ৰৰ ইপাৰলৈ তোমাক অনা হৈছে, বৰ্ত্তমানে তুমি ৰাৱণৰ ভয়ঙ্কৰ অন্তঃপুৰত সোমাই আছা আৰু ৰাৱণৰ ঘৰৰ ভিতৰত আমি সকলোটিয়ে তোমাক পহৰা দি আছোঁ।"

৩২। "সাক্ষাৎ পুৰন্দৰ ইন্দ্ৰয়ো তোমাক উদ্ধাৰ কৰি নিব নোৱাৰে, এতেকে হে মৈথিলি, তোমাক যি হিত উপদেশ মই দিছোঁ তাক পালন কৰা।"

৩৩। "কেৱল চকুৰ পানী টুকি থাকিলেই নহব, তোমাৰ অনৰ্থক এই শোক পৰিত্যাগ কৰা। তুমি দুখৰ ভাব এৰি ৰাৱণৰ প্ৰতি প্ৰণয়বতী হৈ আনন্দ উপভোগ কৰা।"

৩৪। "সীতা, তুমি মনৰ ইচ্ছামতে ৰাক্ষসৰাজৰ লগত বিহাৰ কৰা। হে ভীৰু! স্ত্ৰীলোকৰ যৌবনকাল ক্ষণস্থায়ী মাত্ৰ বুলি আমি জানো।"

৩৫—৩৬। "এতেকে হে মদিৰেক্ষণে, এই যৌবনকাল পাৰ নোহওঁতেই তোমাৰ জীৱনৰ সুখ উপভোগ কৰি ৰাক্ষসৰাজৰ লগত ৰমণীয় উদ্যান, পৰ্ব্বত আৰু উপবন সমূহত বিচৰণ কৰা, হে সুন্দৰী, তেতিয়াহলে হাজাৰ হাজাৰ স্ত্ৰী তোমাৰ অধীনত থাকিব।"

৩৭—৩৮। সমগ্ৰ ৰাক্ষসকুলৰ স্বামী ৰাৱণক ভজা। কিন্তু যদিহে মই যিদৰে কলোঁ তুমি ঠিক সেইমতে কাম নকৰা তেন্তে তোমাৰ শৰীৰৰপৰা হৃৎপিণ্ড উলিয়াই আনি ভক্ষণ কৰিম।"

৩৮—৪১। তাৰ পিচতে নিষ্ঠুৰাকৃতি চণ্ডোদৰী নামে ৰাক্ষসীয়ে বৃহৎ শূল এডাল ঘূৰাই ঘূৰাই কবলৈ ধৰিলে, "বৰ্ত্তমানে মোৰ গৰ্ভাৱস্থা, এই কালত তিৰোতাৰ বিশেষ বস্তুলৈ হোৱা ইচ্ছা অনুসৰি ভয়তে কঁপি থকা স্তনযুগলে সৈতে এই মৃগনয়না সীতাক ৰাৱণে হৰণ কৰি অনা দেখি, তাইক ভক্ষণ কৰিবলৈ মোৰ বৰ লোভ লাগি আছে; এইৰ যকৃৎ, প্লীহা, দুই বাহুৰ মাজৰ মাংসপিণ্ড, নাড়ীবন্ধনে সৈতে হৃৎপিণ্ড, আন আন অঙ্গ-প্ৰত্যঙ্গ আৰু মূৰটো খাই পেলাবলৈ মোৰ খুব মন গৈছে।"

৪১—৪২। চণ্ডোদৰীৰ পিচতে অজামুখী প্ৰঘসা নামে ৰাক্ষসী এজনীয়ে কবলৈ ধৰিলে, "আমাৰ ভিতৰত হাই-কাজিয়া কৰাটো মোৰ ভাল নালাগে, এইক কাটি সমান সমান ভাগত ভগাই এইৰ মঙহ আমি সকলোটিয়ে খাওঁহক আহা।

৪৩। তাৰ কাৰণে বেগেতাই গৈ বিবিধ মদ আৰু বহুত মালা আনা।"

৪৪। প্ৰঘসাৰ কথা শুনি শূৰ্পণখা* নামে ৰাক্ষসীয়ে কলে, "অজামুখী প্ৰঘসাই যি কৈছে মোৰো সেয়ে মত; বেগেতে সৰ্ব্বশোকবিনাশক মদ আনা।

৪৫। তাৰ লগত মানুহৰ মাংস ভোজন কৰি আমি নিকুম্ভিলা† দেবীৰ আগত নৃত্য কৰিম।"

দেৱকন্যা সদৃশ সীতাদেৱী বিৰূপাকৃতি ৰাক্ষসীবোৰৰ দ্বাৰা এইদৰে তৰ্জ্জিতা হৈ অধৈৰ্য্য হৈ কান্দিব ধৰিলে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত চতুৰ্ব্বিংশ সৰ্গ সমাপ্ত ॥

---

* ৰাৱণৰ ভনী শূৰ্পণখা নহয়। † লঙ্কাত স্থাপিত দেৱী।

# পঞ্চবিংশ সর্গ

## সীতাৰ শোক

১—২। ঘোৰমূৰ্ত্তি ৰাক্ষসীবোৰে নিষ্ঠুৰভাবে এইদৰে কৈ থাকোতে জনকনন্দিনী সীতাই একমাত্র পতিব্রতা গুণতে মন স্থিৰ কৰি কান্দি কান্দি সিহঁতক কবলৈ ধৰিলে—

৩। "মনুষ্য জাতীযা স্ত্রী কোনো কালতে ৰাক্ষসৰ ভাৰ্য্যা হব নোৱাৰে, তোমালোক সকলোটিযে যেনেকৈ ইচ্ছা মোক ভক্ষণ কৰিব পাৰা, কিন্তু কোনোপধ্যে মই তোমালোকৰ কথামতে কাম নকৰোঁ।"

৪। দেৱকন্যাসম সীতা একে ৰাক্ষসীবোৰৰ মাজত, তাতে আকৌ ৰাৱণৰ দ্বাৰা ভৰ্ৎসিতা হৈ শোকাভিভূতা অৱস্থাত থাকি একোতে মনত শান্তি নোপোৱা হ'ল।

৫। এনে অৱস্থাত বনত দলভ্রষ্টা মৃগীক বাঘে আক্রমণ কৰিলে যিদৰে কোচমোচ খাই কঁপি থাকে, সীতাদেবীয়ো শৰীৰৰ সকলো অঙ্গ সঙ্কুচিত কৰি কঁপিবলৈ ধৰিলে।

৬। সীতাৰ মনোবল কমি গৈছে, তথাপি অশোক গছৰ ফুলি থকা সুবৃহৎ ঠাল এটাত ধৰি শোকতে স্বামীৰ চিন্তাতে মগ্ন হৈ ৰ'ল।

৭। চকুৰ লোৰে তেওঁৰ বৰ্দ্ধিত স্তনযুগল তিতি গ'ল তথাপি চিন্তা কৰি কৰি শোকৰ পাৰ নাপালে।

৮। বতাহত কঁপি থকা কলগছ এজোপাৰ দৰে ৰাক্ষসীবোৰৰ ভয়তে কঁপি থকাত তেওঁৰ মুখ বিবৰ্ণ হ'ল।

৯। শৰীৰৰ কঁপনিৰ লগে লগে তেওঁৰ সুদীৰ্ঘ বেণীও কঁপিবলৈ ধৰিলে, দেখোতে অনুমান হ'ল যেন বিষধৰ এটি সৰ্পহে তাত লৰচৰ কৰিব ধৰিছে।

১০। সীতাই ক্রোধতে চৈতন্যবিহীন হৈ শোকাভিভূত অৱস্থাত পৰম দুখত চকুৰ পানী টুকি এইদৰে বিলাপ কৰিবলৈ ধৰিলে—

১১। "হা ৰাম! হা লক্ষ্মণ! হে মোৰ শাহু আই কৌশল্যা! হে আই সুমিত্রা!"

১২। লোক সমাজত প্রবাদ আছে আৰু পণ্ডিত সকলেও তাক উল্লেখ কৰিছে যে কাল প্রাপ্ত নহলে পুৰুষ বা স্ত্রী সকলোৰে পক্ষে মৃত্যু দুৰ্লভ।

১৩। নহলে এই ৰাক্ষসীবোৰৰ দ্বাৰা পীড়িতা মই ৰামৰ অনুপস্থিতিত মুহূৰ্ত্তকালো জীয়াই থাকিব পাৰো কেনেকৈ?

১৪। নিশ্চয মোৰ পুণ্যৰ পৰিমাণ তেনেই অলপ আৰু সেয়েহে ধুমুহাৰ কোবত পৰা বোজাই নৌকাৰ নিচিনা মইও অনাথাৰ দৰে প্রাণ হেৰুৱাব লগাত হৈছোঁ।

১৫। বৰ্ত্তমান মোৰ স্বামীক মই দেখা নাপাওঁ, তাৰ উপৰি এই ৰাক্ষসীবোৰৰ

পহৰাত থাকিব লগা হৈছে, এতেকে পানীৰ সোঁতত থহি পৰা নৈৰ পাৰৰ নিচিনা মম়ো শোকতে মুহ্যমান হৈছোঁ।

১৬। আহা! এই সময়ত যি সকলে কৃতজ্ঞ প্ৰিয়বাদী পদ্মপলাশলোচন সিংহগতি মোৰ স্বামীক দেখা পাইছে, নিশ্চয় তেওঁলোকেই ধন্য।

১৭। তীব্ৰ বিষপান কৰি প্ৰাণী জীয়াই থকাটো যিদৰে অসম্ভৱ, আত্মজ্ঞ পুৰুষ সেই ৰামচন্দ্ৰ অবিহনে ময়ো জীয়াই থকাটো সেইদৰে সম্ভৱ নহব।

১৮। হায়! কি মহাপাপকে বা মই মোৰ আন জন্মত কৰিছিলোঁ যাৰ ফলত এই জন্মত অতি দাৰুণ এই দুখ পাব লগা হৈছে।

১৯। শোকত অস্থিৰ হৈ মই জীৱন ত্যাগ কৰাৰ ইচ্ছা কৰিলেও ৰাক্ষসীবোৰে বেৰি থকাৰ কাৰণে তাকো কৰিব নোৱাৰা হৈছোঁ, অথচ ৰামকো লগ নাপাওঁ।

২০। ধিক্ এই মনুষ্য শৰীৰ! আৰু ধিক্ মোৰ এই পৰাধীনতা! যিহেতু মই ইচ্ছা কৰা সত্ত্বেও জীৱন পৰিত্যাগ কৰিব পৰা নাই।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত পঞ্চবিংশ সৰ্গ সমাপ্ত ॥

# ষড়্‌বিংশ সৰ্গ

## সীতাৰ বিলাপ

১ ওপৰত উল্লেখ কৰা মতে সীতাই তেওঁৰ দুখৰ কাহিনী বৰ্ণাই চকুৰ লোৰে তিতা মুখ তললৈ কৰি পুন: বিলাপ কৰিবলৈ ধৰিলে।

২। ভূতে পোৱা প্ৰাণী অথবা পিত্তাদি দোষে দুষ্ট প্ৰাণীৰ নিচিনা তেওঁ উন্মাদপ্ৰায়; শোকতে চিত্ত বিকৃত হৈ মাইকী ঘোঁৰাই দুখ পাওঁতাবলৈ যিদৰে বাগৰি থাকে তেনেকৈ মাটিৰ ওপৰত সেইদৰে বাগৰি বাগৰি কৰলৈ ধৰিলে।

৩। "হায়! মই পৰম পৰাক্ৰমশীল ৰাঘৱৰ ভাৰ্য্যা, কিন্তু তথাপি কামৰূপী এই ৰাক্ষস ৰাৱণে তেওঁৰ অনুপস্থিতিত নানান কষ্ট দি মোৰ সকলো ক্ৰন্দন উপেক্ষা কৰি বল-পূৰ্ব্বক মোক হৰণ কৰি আনিলে।

৪। এতিয়া মই ৰাক্ষসীবোৰৰ পহৰাত আছোঁ, সিহঁতে নিষ্ঠুৰভাৱে মোক তিৰস্কাৰ কৰিব ধৰিছে। ইহঁতৰ এই তিৰস্কাৰ আৰু ৰাঘৱ বিষয়ে চিন্তা এই সকলো কাৰণত অশেষ যন্ত্ৰণাৰ মাজত মোৰ জীয়াই থকাৰ ইচ্ছা তেনেই নোহোৱা হৈছে।

৫। মহাৰথী ৰাম অবিহনে এই ৰাক্ষসীবোৰৰ মাজত থাকিব লগা হোৱাত মোৰ জীৱনৰ কোনো প্ৰয়োজন নাই যেন বোধ হৈছে, এই ধন ঐশ্বৰ্য্য অথবা অলঙ্কাৰ আদিৰো কোনো আৱশ্যক নাই।

৬। হায়! যিহেতু এনে দুখৰ মাজতো মোৰ হৃদয় শীৰ্ণ বিদীৰ্ণ হোৱা নাই এতেকে বুজিলো মোৰ এই অন্তৰ সুকঠিন পাষাণেৰে তৈয়াৰী অথবা ই জৰা-মৰণ ৰহিত।

৭। মোক ধিক্! যিহেতু তেনে এজন পুৰুষৰ সহধৰ্ম্মিণী বঞ্চিতা মুহূৰ্ত্তকালো মই জীয়াই আছোঁ, মই অনাৰ্য্যা, অসতী আৰু ঘোৰ পাপাচাৰিণী।

৮। নিশাচৰ এই ৰাৱণক মই মোৰ বাওঁভৰিৰেও স্পৰ্শ কৰিব নোৱাৰোঁ, এনেস্থলত তাক ভাল পোৱাটো দূৰৈৰ কথা।

৯। ৰাৱণ কামমুগ্ধ, এই কাৰণতে মই বাৰে বাৰে তাক প্ৰত্যাখ্যান কৰি থাকিলেও সি তাক গম পোৱা নাই; সি তাৰ বংশ আৰু নিজক চিনি নাপায় আৰু তাৰ স্বভাবো ক্ৰূৰ, সেয়েহে ৰাক্ষসীবোৰৰ হতুৱাই মোক পোৱাৰ অভিপ্ৰায় জনাই আছে।

১০। হেৰ ৰাক্ষসীহঁত, তোমালোকে মোক কাটি টুকুৰা-টুকুৰ কৰা, নাইবা জ্বলা জুইত জাপি দি পুৰিয়ে পেলোৱা, তথাপি কোনোপধ্যে মই ৰাৱণক নভজোঁ, অধিক তৰ্কাতৰ্কি কৰাৰ কোনো প্ৰয়োজন নাই।

১১। ৰঘুনন্দন ৰাম জগদ্বিখ্যাত, প্ৰাজ্ঞ, কৃতজ্ঞ, দয়াশীল আৰু সৎস্বভাবসম্পন্ন, তথাপি যে তেওঁ মোৰ প্ৰতি দয়াশীল হোৱা নাই মোৰ অনুমান সি কেৱল মোৰ সৌভাগ্য ক্ষয়ৰ কাৰণেহে।

১২। যি ৰামে জনস্থানত অকলে চৈধ্য হাজাৰ ৰাক্ষসক বধ কৰিছিল এই ঠাইত তেওঁ মোক ঢুকি নোপোৱাৰ কাৰণ কি?

১৩। হৰ পাৰে লঙ্কা সমুদ্ৰৰ মাজত আৰু সেই কাৰণে আনে ইয়াত প্ৰবেশ কৰি ইয়াক আক্ৰমণ কৰিব নোৱাৰে, সেই বুলি ইয়ালৈ ৰামৰ বাণৰ গতিৰোধ হব নোৱাৰে।

১৪। হায়! দৃঢ় শক্তিশালী ৰামৰ মই প্ৰিয় ভাৰ্য্যা, ৰাক্ষসে মোক হৰণ কৰি আনিছে, তথাপি তেওঁ মোৰ ওচৰ চপা নাই ইয়াৰ কাৰণ কি?

১৫। সম্ভৱতঃ লক্ষ্মণাগ্ৰজ ৰামচন্দ্ৰই জনাই নাই যে মই ইয়াত আছোঁ; জনা হলে এইটো কি সম্ভৱ যে তেজস্বী সেই পুৰুষজনে মোৰ এই নিৰ্য্যাতন সহি থাকিব পাৰে?

১৬। যি গৃধ্ৰৰাজ জটায়ুৱে মোক হৰণ কৰি অনা কথা জানিছিল আৰু যি জনাই ৰাঘৱৰ ওচৰত সেই কথাটো নিবেদন কৰিব পাৰিলেহেঁতেন, হায়! সেই গৃধ্ৰৰাজ জটায়ুও ৰণত ৰাৱণৰ দ্বাৰা নিহত হ'ল।

১৭। আহা! জটায়ু বৃদ্ধ হলেও মোৰ প্ৰতি অনুগ্ৰহ দেখুৱাই ৰাৱণক বধ কৰিবলৈ তেওঁ বিপদে যত্নপৰ হৈছিল সেইটো প্ৰকৃততে এটা মহৎ কাম।

১৮। যদিহে ৰাঘৱ ৰামে জানিলেহেঁতেন যে মই ইয়াতে আছোঁ তেন্তে ক্ৰোধতে জ্বলি উঠি এই মুহূৰ্ত্ততে তেওঁৰ বাণসমূহৰ দ্বাৰা এই লঙ্কা ৰাক্ষসশূন্য কৰিলেহেঁতেন।

১৯। তেওঁৰ বাণে লঙ্কা পুৰি ছাৰখাৰ কৰিলেহেঁতেন আৰু মহা সমুদ্ৰও বস্কা নপৰিলহেঁতেন আৰু সেই নীচমতি ৰাৱণৰ কীৰ্ত্তি আৰু যশ ধ্বংস কৰিলেহেঁতেন।

২০। এই সময়ত মই বিদৰে কান্দি কান্দি কাল কটাইছোঁ, ৰাক্ষসীবোৰেও সিহঁতৰ স্বামী নিহত হোৱাত নিশ্চয় সেইদৰে সিহঁতৰ নিজ নিজ ঘৰত কান্দি কান্দি সময় কটালেহেঁতেন।

২১। লক্ষ্মণে সৈতে ৰামচন্দ্ৰই ৰাক্ষসবোৰৰ এই লঙ্কা নগৰীত অনুসন্ধান কৰি মোক উলিয়াব পাৰিলে বা এওঁলোক দুজনাৰ চকুত পৰিলে এই ৰাক্ষস আৰু জীয়াই থাকিব নোৱাৰিলেহেঁতেন।

২২। হে ৰাক্ষসীবিলাক, তোমালোকে দেখিবা, নিহত ৰাক্ষসবোৰৰ চিতাৰ ধোঁৱাৰে লঙ্কা পূৰ্ণ হব, শগুণৰ জাকে ইয়াৰ শোভা বঢ়াব আৰু সমগ্ৰ লঙ্কা শ্মশানত পৰিণত হব।

২৩। বৰ্ত্তমানে মোৰ এই কথাবোৰ তোমালোকে বিপৰীত ভাবত লব পাৰিবা সঁচা, কিন্তু বিপদ তোমালোকৰ সম্মুখত, তোমালোকে অতি সোনকালেই মোৰ এই মনোবাঞ্ছা পৰিপূৰ্ণ হোৱা দেখিবা।

২৪। যেনেবোৰ অশুভ লক্ষণ মই লঙ্কাত দেখা পাইছোঁ, অতি সোনকালে এই লঙ্কাৰ শ্ৰী বিনষ্ট হব।

২৫। স্বামীৰ মৃত্যু হলে বিধবা ৰমণীৰ সৌন্দৰ্য্য নষ্ট হোৱাৰ নিচিনাকৈ পাপমতি ৰাক্ষসৰাজ ৰাৱণৰ মৃত্যুৰ পিচত আনৰ দুৰাক্ৰমণীয় এই লঙ্কা নগৰীৰ সমৃদ্ধিও নষ্ট হব।

২৬। যি লঙ্কা নগৰী আজি তোমালোকে পুণ্য উৎসৱৰ দ্বাৰা পৰিপূৰ্ণ হৈ থকা দেখিছা, ৰাক্ষসসকলে সৈতে লঙ্কাৰ অধিপতি ৰাৱণৰ বিনাশ হলে, সেই লঙ্কা পতিহীনা নাৰীৰ নিচিনা হব।

২৭। আৰু তেতিয়া ঘৰে ঘৰে শোকাভিভূতা ৰাক্ষস কন্যাবোৰৰ ক্ৰন্দনৰ ধ্বনি মই ইয়াতেই শুনিবলৈ পাম।

২৮—২৯। ৰক্তাক্তলোচন সেই বীৰপুৰুষ ৰামে যদিহে জানিব পাৰিলেহেঁতেন যে ৰাক্ষসৰ ঘৰত মই বন্দী হৈ আছোঁ, তেতিয়া হলে তেওঁৰ শৰৰ প্ৰভাৱত এই সমগ্ৰ লঙ্কা নগৰী পুৰি ছাৰখাৰ হলহেঁতেন, মোৰ অদৰ্শনে ইয়াক আৱৰি ধৰিলেহেঁতেন, ইয়াৰ সকলো উত্তম নষ্ট হলহেঁতেন আৰু ৰাক্ষসপ্ৰধান বীৰবোৰো জীয়াই নাথাকিলহেঁতেন।

৩০। নৃশংস অধম এই ৰাৱণে যি সময়* মোৰ কাৰণে নিৰ্দ্ধাৰিত কৰি দিছিল, সেই সময় এতিয়া উপস্থিত।

৩১। পৰস্ত্ৰী হৰণৰূপ যি অধৰ্ম্ম এতিয়ালৈ কৰা হৈছে তাৰ ফলতেই এতিয়াই মহা উৎপাতসমূহ আৰম্ভ হৈছে। মাংসাশী এই ৰাক্ষসবোৰে ধৰ্ম্ম যে কি বস্তু তাক নাজানে।

৩২। সেই ৰাক্ষস ৰাৱণে তাৰ প্ৰাতঃভোজনৰ কাৰণে মোক বধ কৰিবই, কিন্তু প্ৰিয়দৰ্শন ৰাম মোৰ লগত নাই, এনে ক্ষেত্ৰত মোৰ আন উপায় আৰু কি আছে?

* আজিৰপৰা বাৰ মাহৰ পিচতো তুমি মোক নভজিলে মই প্ৰাতঃভোজনত তোমাক খাই পেলাম।

৩৩। হায়! ৰামক দেখা নাপাই এই দুৰ্ব্বহ শোকতে স্বামীৰ অনুপস্থিতিত অতি সোনকালেই মই যম দেবতাক সাক্ষাৎ কৰিব লগা হ'ল।

৩৪। ভৰতাগ্ৰজ সেই ৰামে নাজানে যে মই এতিয়াও জীয়াই আছোঁ; জনাহেঁতেন তেওঁলোক দুজনে (ৰাম আৰু লক্ষ্মণে) নিশ্চয় গোটেই পৃথিবীতে মোৰ অনুসন্ধান কৰিলেহেঁতেন।

৩৫। অথবা এনেও হব পাৰে যে অকল মোৰ শোকতেই লক্ষ্মণৰ ককায়েক, সেই বীৰপুৰুষে, পৃথিবীত শৰীৰ ৰক্ষা কৰি দেবলোকলৈ প্ৰস্থান কৰিলে।

৩৬। আহা! এনে অৱস্থাত যি সকল দেবতা, গন্ধৰ্ব্ব, সিদ্ধ আৰু পৰম ঋষিয়ে মোৰ এই বীৰপুৰুষ ৰাজীবলোচন ৰামক দেখি আছে তেওঁলোকেই ধন্য।

৩৭। অথবা এনেও হব পাৰে যে ধৰ্ম্ম আৰু কামৰ সিদ্ধিৰ অৰ্থে ভাৰ্য্যাৰ প্ৰয়োজন, কিন্তু ৰাম জীবন্মুক্ত আত্মজ্ঞানী আৰু পৰব্ৰহ্ম স্বৰূপ, এতেকে ধৰ্ম্ম আৰু কামৰ পৰা বিৰত বৈৰাগ্য ধৰ্ম্মক অবলম্বন কৰাৰ কাৰণে ধীমান সেই ৰাজৰ্ষিৰ পক্ষে ভাৰ্য্যাৰ কোনো প্ৰয়োজনেই নাই।

৩৮। হব পাৰে যি সকল পুৰুষ জীবন্মুক্ত তেওঁলোক কোনো বিষয়তে আসক্ত নহয়, কিন্তু যিজন কোনো বিষয়ত এবাৰ আসক্ত হৈছে তেওঁৰ পক্ষে সেই বিষয়টো তেনেই পৰিত্যাগ কৰাটো কোনোপক্ষে যুক্তিসঙ্গত নহয়; এতেকে ৰামৰপৰা মই দূৰত আছোঁ বুলিয়েই ৰামে মোক পাহৰি যাব নোৱাৰে। ৰাম কৃতঘ্ন নহয়; চকুৰ আগত থাকিলেই ভাল পোৱা আৰু চকুৰ আঁতৰ হলেই পাহৰি যোৱাটো কৃতঘ্নতাৰ চিন, কিন্তু ৰাম কৃতঘ্ন নহয়।

৩৯। অথবা এনেও হব পাৰে যে মই বহুত দোষতে দোষী কিবা যি সৌভাগ্যৰ গুণত ৰামক লাভ কৰিছিলোঁ, মোৰ সেই সৌভাগ্যৰ ক্ষয় হৈছে আৰু তাৰ ফলত সীতাভিমানিনী মই শ্ৰেষ্ঠজনপূজ্য ৰামৰপৰা আঁতৰি আছোঁ।

৪০। ৰামৰ চৰিত্ৰত অকণমানো খুঁত নাই, তেওঁ বীৰ আৰু শত্ৰুনিধনকাৰী, এনেহেন মহাত্মা এজনৰপৰা বিচ্ছিন্ন হৈ জীয়াই থকাতকৈ মোৰ পক্ষে মৰণেই বেছি ভাল।

৪১। হয়তো এনেও হব পাৰে যে নৰশ্ৰেষ্ঠ এই ভ্ৰাতৃযুগলে অস্ত্ৰশস্ত্ৰ পৰিত্যাগ কৰি বনৰ ভিতৰত ফলমূল খাই জীয়াই থাকি হিংসাবৃত্তি পৰিত্যাগ কৰি তাপসসকলৰ নিচিনাকৈ বনে বনে ফুৰিব ধৰিছে।

৪২। অথবা দুৰাত্মা ৰাক্ষসৰাজ ৰাৱণে ছদ্মবেশ ধৰি ভ্ৰাতৃযুগলক কৰবাত বধকে কৰিব পাৰে।

৪৩। এনে অৱস্থাত সকলো কালৰপৰা মোৰ পক্ষে মৰণেই বাঞ্ছনীয়; কিন্তু হায়! এই ভীষণ দুখৰ মাজতো বিধাতাই মোৰ কপালত মৰণ লিখা নাই।

৪৪। যি সকল মহাত্মা মুনিয়ে অকল পৰব্ৰহ্মৰূপ সত্যকে সাৰ বুলি মানি লৈছে আৰু যাৰ মনত প্ৰিয় বা অপ্ৰিয় বুলি কোনো বস্তু নাই, মহাভাগ জীবাত্মা সেই মুনি সকলেই ধন্য।

৪৫। সেই জীৱন্মুক্ত পুৰুষসকলৰ পক্ষে প্ৰিয়জনৰ বিৰহত বিদবে কোনো দুখ নাই, অপ্ৰিয়জনৰ লগত থাকিব লগা হলেও তেওঁলোকে কোনো বিশেষ দুখ অনুভৱ নকৰে। প্ৰিয়জনৰ বিৰহ অথবা অপ্ৰিয়জনৰ মিলন—এই উভয়ৰে পৰা তেওঁলোক বিমুক্ত। সেই মহাত্মাসকললৈ মোৰ নমস্কাৰ।

৪৬। এনে অৱস্থাত মোৰ পৰম প্ৰিয় আত্মজ্ঞ পুৰুষ ৰামৰপৰা বিযুক্ত হৈ পাপমতি এই ৰাৱণৰ অধীনত থাকি মই মোৰ প্ৰাণ ত্যাগ কৰিম।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত ষড্‌বিংশ সৰ্গ সমাপ্ত ॥

# সপ্তবিংশ সৰ্গ

## ত্ৰিজটা ৰাক্ষসীৰ সপোনৰ কথা

১। ৰাক্ষসবোৰৰ ওপৰত সীতাৰ অভিশাপ আৰু তেওঁৰ মৰণসংকল্প ৰূপ ভয়ঙ্কৰ কথাবোৰ শুনি ৰাক্ষসীবোৰ খঙতে জলি উঠিল, তেতিয়া সিঁহতৰ কিছুমানে দুৰাত্মা ৰাৱণক এইবোৰ কথা জনাবলৈ তেওঁৰ ওচৰলৈ যাবলৈ উদ্যত হ'ল।

২। তাৰ পিচতে ঘোৰমূৰ্ত্তি সেই ৰাক্ষসীবোৰে সীতাৰ ওচৰ চাপি পুনৰাই অনৰ্থ-মূলক কৰ্কশ আৰু অপ্ৰিয় কথা সীতাক কবলৈ ধৰিলে—

৩। "পাপমতি অনাৰ্য্যা সীতা, আজি এই মুহূৰ্ত্ততে ৰাক্ষসীবোৰে তোৰ এই মঙহ পৰম সুখে ভোজন কৰিব।"

৪। অনাৰ্য্যা ৰাক্ষসীবোৰে এইদৰে তৰ্জ্জন গৰ্জ্জন কৰা দেখি ত্ৰিজটা নামে এজনী বৃদ্ধা ৰাক্ষসীয়ে টোপনিৰপৰা সাৰ পাই সিঁহতক কবলৈ ধৰিলে—

৫। "হেৰ অনাৰ্য্যাচিত্ত, তহঁতে নিজে নিজকে খা, জনকৰ প্ৰিয় কন্যা ৰজা দশৰথৰ বোৱাৰী সীতাক খাব নালাগে।"

৬। এইমাত্ৰ মই ৰোমহৰ্ষক যি ভীষণ স্বপ্ন দেখিলোঁ, তাতেই স্পষ্টকৈ বুজা গৈছে ৰাক্ষসকুল ধ্বংস হব আৰু এওঁৰ স্বামীয়েই জয়লাভ কৰিব।

৭। ত্ৰিজটাৰ কথা শুনি ক্ৰোধতে অধীৰ হৈ থকা ৰাক্ষসীবোৰে মনে মনে ভয় খাই তেওঁক কলে—

৮—১০। "ত্ৰিজটা, কোৱাচোন বাৰু তুমি কি সপোন দেখিলা?" ৰাক্ষসীবোৰৰ কথা শুনি, ত্ৰিজটাই পুৱতি নিশা দেখা সপোনৰ কথা কবলৈ ধৰিলে, "হেৰ ৰাক্ষসীহঁত,

এহেজাৰ ঘোঁৰাই টনা হাতীৰ দাঁতৰ অলঙ্কৃত বিচৰণ কৰি থকা এখন ৰথত উঠি বগা মালা আৰু কাপোৰ পিন্ধি ৰাম লক্ষ্মণেৰে সৈতে আহি ইয়াত উপস্থিত হোৱা দেখিছোঁ।"

১১। "মই আৰু দেখিলোঁ শুভ্র বস্ত্র পৰিধান কৰি চাৰিওকালে সাগৰে বেঢ়ি থকা এখন শুভ্র বৰ্ণৰ পৰ্ব্বতৰ ওপৰত সীতা বৈ আছে।"

১২—১৫। "তাৰ পিচত দেখিলোঁ সূৰ্য্যৰ লগত চন্দ্ৰৰ প্ৰভাৰ যিদৰে মিলন হয়, ৰামৰ লগত সীতাৰো সেইদৰে মিলন হ'ল। তাৰ পিচত দেখিলোঁ ৰামে পৰ্ব্বতসদৃশ ওখ চাৰিদঁতীয়া এটা প্ৰকাণ্ড হাতীত উঠি লক্ষ্মণেৰে সৈতে জিলিকি আছে। তাৰ পিচতে নিজ তেজোবলে দীপ্তিমান্ সূৰ্য্যসম ৰাম আৰু লক্ষ্মণে শুভ্ৰ মালা আৰু কাপোৰ পিন্ধি সীতাৰ ওচৰ চাপিছে। তাৰ পিচত দেখিলোঁ আকাশত বৈ থকা সেই শ্বেতপৰ্ব্বতৰ ওপৰত, তেওঁৰ স্বামীৰ কোলাৰপৰা নামি সীতাই সেই হাতীটোৰ কান্ধত বহি পৰিল। আৰু তাৰ পিচতে কমললোচনা সীতাই তেওঁৰ হাত দুখনেৰে চন্দ্ৰ আৰু সূৰ্য্য উভয়কে মচিব ধৰিলে।"*

১৬। "তাৰ পিচতে সেই হাতীটোৱে দুযোজন কুমাৰ আৰু আয়তলোচনা সীতাক লৈ লঙ্কাত বলহি। তাৰ পিচত আঠোটা ধবল বৰণৰ বলধে টনা ৰথ এখনত শুকুলা বস্ত্ৰে সুশোভিত ৰামক লক্ষ্মণে সৈতে অহা দেখিলোঁ।"

১৭—১৮। "আন এটা সপোনত দেখিলোঁ সত্যপৰাক্ৰম মহাবীৰ্য্যশালী পুৰুষোত্তম ৰাম ভায়েক লক্ষ্মণ আৰু সীতাৰে সৈতে সূৰ্য্যসদৃশ দিব্য পুষ্পক বিমানত উঠি উত্তৰ দিশলৈ প্ৰস্থান কৰিছে।"

১৯—২০। "সপোনত মই ৰাৱণকো দেখা পালোঁ, তেওঁৰ মূৰটো খুৰোৱা, শৰীৰ তৈলাক্ত, পিন্ধনৰ কাপোৰ ৰঙা, ভিতিত কৰবীৰ ফুলৰ মালা আৰু মদ্যপানত মত্ত। মই দেখিলোঁ তেওঁ ৰথৰপৰা মাটিত বাগৰি পৰিছে।"

২১। "তাৰ পিচতে দেখিলোঁ তেওঁ কলা বৰণৰ কাপোৰ পিন্ধি আছে, তেওঁৰ মূৰ খুৰোৱা আৰু তিৰোতা এজনীয়ে তেওঁক টানিব ধৰিছে। ৰক্তমাল্য আৰু ৰক্ত চন্দনৰ অনুলেপে ৰঞ্জিত হৈ গাধই টনা এখন ৰথত তেওঁ আৰোহণ কৰিছে।"

২২। "তাৰ পিচতে তেল পান কৰি ব্যাকুলভাৱে বলিয়াৰ নিচিনা হাঁহি নাচি গাধ এটাত উঠি দক্ষিণ দিশলৈ যোৱা মই দেখা পালোঁ।"

২৩। "মই দেখিলোঁ মস্তকহীন ৰাক্ষসৰাজ ৰাৱণ ভয়বিহ্বল চিত্তে গাধৰপৰা মাটিত বাগৰি পৰিছে।"

২৪—২৫। "আকৌ খপ্‌কৰি মাটিৰপৰা উঠি মদৰ জালতে অধীৰ হৈ পাগলৰ দৰে ভয়ত উলঙ্গ বেশে দুৰ্ব্বাক্যৰ প্ৰলাপ বলকি ঘোৰ নৰক সদৃশ দুৰ্গন্ধময় এডাৰ দুঃসহ বিষ্ঠাৰ বোকাত সোমাই ডুব গ'ল।"

* আদিত্যমণ্ডলং বাপি চন্দ্ৰমণ্ডলমেব বা।
বধ্যে গৃহ্যাতি চন্দ্ৰাভ্যা' মহত্ৰাজ্যং সমাপ্নুয়াৎ।

২৬। "মই দেখিলোঁ তেওঁ দক্ষিণদিনে গৈ বোকা-পানীপূৰ্ণ এটা হ্ৰদৰ ভিতৰত প্ৰৱেশ কৰিলে।

২৭। আৰু কৃষ্ণবৰ্ণা বোকাৰে লেটি লৈ থকা ৰক্তবস্ত্ৰ পৰিহিতা এজনী তিৰোতাই তিতিত জৰী লগাই যমৰজাৰ অধীনত থকা দক্ষিণ দিশলৈ তেওঁক টানিব ধৰিছে। এইদৰে সেই ঠাইতে মহাবলশালী কুম্ভকৰ্ণ আৰু ৰাৱণৰ সকলো পুত্ৰকো মই তাত দেখিলোঁ।"

২৮। "সিঁহতৰ সকলোৱে মূৰৰ চুলি খুৰোৱা আৰু সৰ্ব্ব শৰীৰত তেল সনা। মই দেখিলোঁ ৰাৱণ গাহৰিত, ইন্দ্ৰজিতে শিহুত আৰু কুম্ভকৰ্ণই উটত উঠি দক্ষিণ দিশলৈ যাব ধৰিছে।"

২৯। "অকল বিভীষণে মাত্ৰ শিৰোভাগত শুভছত্ৰে সুশোভিত হৈ চাৰিজন মন্ত্ৰীৰে সৈতে আকাশপথলৈ গমন কৰিছে আৰু গীতবাদ্যেৰে মুখৰিত এখন বিৰাট সভাই তেওঁক বেঢ়ি আছে।"

৩০—৩১। "আনদিনে তেল পানত আসক্ত, ৰক্তমাল্য আৰু বস্ত্ৰ পৰিহিত ৰাক্ষস সকলৰ ৰমণীয় এই লঙ্কা নগৰী ঘোঁৰা, ৰথ আৰু হাতীৰে সৈতে সাগৰত বুৰ গৈছে আৰু তাৰ বাজদ্বাৰ আৰু তোৰণ বোৰং ভাঙি চুৰমাৰ হৈছে।"

৩২। "আৰু দেখিলোঁ লঙ্কাই ধূলি আৰু ছাইৰে আবৃত হৈ কৃষ্ণমূৰ্ত্তি ধাৰণ কৰিছে আৰু ৰাক্ষস বধূসকলে তেল পানত মত্ত হৈ হাহি হাহি ভীষণ ৰবে চীৎকাৰ কৰিব ধৰিছে।

৩৩। কুম্ভকৰ্ণ আদি মহা মহা ৰাক্ষসবীৰসকলে কুৎসিত ৰঙা কাপোৰ পিন্ধি গোবৰেৰে পৰিপূৰ্ণ এক হ্ৰদত প্ৰৱেশ কৰিছে।"

৩৪। গতিকে তোমালোক এতিয়া আঁতৰি যোৱা। চাই থাকা ৰাঘৱ ৰামচন্দ্ৰই সীতাক উদ্ধাৰ কৰি নিব আৰু সেই খণ্ডতে ৰাক্ষসবোৰে সৈতে তোমালোকক বধ কৰিব।

৩৫। সীতা ৰামৰ অতি আদৰৰ প্ৰিয়া ভাৰ্য্যা ; বনবাসৰ সময়ত তেওঁকেই অনুগমন কৰি আহিছে , ৰাঘৱ ৰামচন্দ্ৰই তোমালোকৰ তৰ্জ্জন-গৰ্জ্জন অথবা ভৎসনা কেতিয়াও সহ্য নকৰে।

৩৬। তেওঁক এইদৰে তিৰস্কাৰ কৰাৰ আৱশ্যক নাই, তেওঁক সান্ত্বনা দিয়াহে উচিত। মোৰ মতে আমি তেওঁৰ ওচৰত ক্ষমা বিচৰাটোহে যুক্ত হব।

৩৭। কাতৰ অৱস্থাত থাকি কোনোৱে এনেবিধৰ সপোন দেখিলে, শেহত সকলো দুখৰপৰা মুক্ত হৈ পৰম সুখৰ অধিকাৰী হয়।

৩৮। হেৰ ৰাক্ষসীহঁত, তোমালোকে তেওঁক নানান প্ৰকাৰে ভৰ্ৎসনা কৰি থাকিলেও এতিয়া তেওঁৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰা, তেওঁক তিৰস্কাৰ কৰাৰপৰা কোনো লাভ নহব। জানিবা ৰামৰপৰা ৰাক্ষসবোৰৰ ভীষণ ভয়ৰ কাৰণ উপস্থিত হৈছে।

৩৯। জনকাত্মজা মৈথিলীৰ ওচৰত সেৱা জনাই তোমালোকে তেওঁক সন্তুষ্ট কৰা। এই মহৎ ভয়ৰপৰা তেওঁ তোমালোক ৰাক্ষসীসকলক পৰিত্ৰাণ কৰিব পাৰিব।

৪০। চোৱা আয়তলোচনা এই সীতাদেৱীৰ শৰীৰৰ কোনো অঙ্গতে কোনোপ্ৰকাৰৰ এখুদমানো বিকৃতি ঘটা দেখা নাই।

৪১। স্নান আৰু অনুলেপনৰ অভাৱত মাত্ৰ শৰীৰৰ কান্তিহে অলপ ম্লান হোৱা যেন দেখা গৈছে। এই দেৱী কোনোদিনে কোনো প্ৰকাৰৰ দুখ পোৱাৰ যোগ্য নহয়। সপোনত মই তেওঁকো আকাশত ৰৈ থকা দেখা পাইছোঁ।

৪২। মই দেখিছোঁ বৈদেহীৰ সকলো কামনা সিদ্ধিৰ সময় উপস্থিত হৈছে আৰু লগতে ৰাক্ষসেন্দ্ৰ ৰাৱণৰ বিনাশ আৰু ৰাঘৱৰ জয়ো সন্মুখত উপস্থিত।

৪৩—৪৫। চোৱা মোৰ সপোনৰ এই প্ৰিয় কথা শুনিবলৈহে যেন তেওঁৰ বিশাল বাম চকু নাচি উঠিছে আৰু লগতে দেৱীৰ বাম বাহু আনন্দতে নাচিব ধৰিছে আৰু কৰিকৰ সম সুন্দৰ বাম উৰু নাচি উঠি তেওঁক যেন কৈহে দিছে যে-ৰাঘৱ ৰাম সন্মুখত উপস্থিত হৈছেহি।

৪৬। আৰু চোৱা চৰাইবোৰে গছৰ ডালত সজা সিহঁতৰ বাঁহৰ ভিতৰত সোমাই সুমধুৰ স্বৰে আনন্দ প্ৰকাশ কৰি সীতাৰ আগন্তুক সুখৰ ইঙ্গিত জনাইছে।

৪৭। লজ্জাশীলা সীতাদেৱীয়ে স্বামীৰ জয়লাভৰ এইবোৰ কথা শুনি হৰ্ষান্বিতা হৈ কলে, "যদি এই কথা সঁচা হয় তেন্তে মই নিশ্চয় তোমালোকক ৰক্ষা কৰিম।"

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত সপ্তবিংশ সৰ্গ সমাপ্ত ॥

# অষ্টাবিংশ সৰ্গ

## সীতাৰ ভয়

১। শোকাতুৰা সীতাই ৰাক্ষসৰাজ ৰাৱণৰ অপ্ৰিয় কথাবোৰ শুনি, বনত চাৰিওফালে সিংহৰ দ্বাৰা আক্ৰান্ত গজৰাজকন্যাৰ দৰে ভয়তে কঁপিব ধৰিলে।

২। একে ৰাক্ষসীবোৰৰ মাজত, তাতে আকৌ ৰাৱণৰ ভীষণ এই তৰ্জন-গৰ্জন শুনি, হাবিৰ মাজত অকলশৰীয়া অৱস্থাত এৰি থৈ অহা ছোৱালীয়ে যিদৰে বিলাপ কৰে, স্বভাৱতে ভীৰু সীতাদেৱীয়ে সেইদৰে বিলাপ কৰি কব ধৰিলে—

৩। "সজ্জন সকলে সঁচাকৈয়ে কৈছে যে এই পৃথিৱীত কালপ্ৰাপ্ত নহলে কাৰো মৃত্যু নহয়, নহলে মোৰ নিচিনা পাপিষ্ঠা এজনীয়ে, চাৰিওফালৰপৰা এইদৰে তিৰস্কৃতা হৈও অলপ সময়লৈ হলেও এতিয়ালৈকে জীৱন ধাৰণ কৰি আছোঁ কেনেকৈ।

৪। মোৰ এই হৃদয় সকলো সুখৰপৰা বঞ্চিত আৰু নানান দুখে পৰিপূৰ্ণ, তথাপিতো বজ্ৰাহত গিৰিশৃঙ্গ সদৃশ হাজাৰ খণ্ডত বিশীৰ্ণ নহৈ যে এতিয়ালৈ স্থিৰ থাকিব পাৰিছে এইটো এটা আচৰিত কথা।

৫। মই দেখিছোঁ যে কদাকাৰ এই ৰাক্ষসৰ হাতত মোৰ মৰণ অৱশ্যম্ভাৱী, কিন্তু তথাপি তাত কোনো দোষে মোক স্পৰ্শ কৰিব নোৱাৰে, যিহেতু দ্বিজে যেনেকৈ অদ্বিজক বেদমন্ত্ৰ দান কৰিব নোৱাৰেময়ো সেইদৰে ৰাৱণত মোৰ মনপ্ৰাণ সমৰ্পণ কৰিব নোৱাৰোঁ।

৬। ৰাৱণে নির্দ্ধাৰিত কৰি দিয়া সময়ৰ ভিতৰত লোকনাথ ৰামচন্দ্ৰ আহি উপস্থিত নহলে, গর্ভস্থ শিশুক চিকিৎসকে যিদৰে অস্ত্ৰাঘাতৰ দ্বাৰা খণ্ড খণ্ড কৰি বাহিৰ কৰে, এই ৰাক্ষসৰাজেও তাৰ তীক্ষ্ণ শৰৰ দ্বাৰা মোক কাটি খণ্ড খণ্ড কৰিব।

৭। হায়! একে মই দুখিনী তাতে আকৌ ৰাৱণে বান্ধি দিয়া সময়ৰ যি দুইমাহ কাল আছে সিও যেন সোনকালে শেষ হোৱাৰ উপক্ৰম হৈছে আৰু তাৰ পিচতে বাতি শেষ হলে বধিবলৈ বুলি বজাই আটক কৰি থোৱা চোৰৰ নিচিনা, মইও নিশাচৰৰ হাতত নিহত হব লাগিব।

৮। হা ৰাম, হা লক্ষ্মণ, হে আই সুমিত্ৰা, ৰামৰ জননী কৌশল্যা আৰু আন আন শাহু আইসকলৰ লগত মোৰ আইসকল, মহাসমুদ্ৰৰ মাজত বতাহৰ ঘূর্ণিপাকত পৰা নৌকাৰ নিচিনা মইও এই বিপদত পৰি পাৰকূল নোপোৱা হৈছোঁ।

৯। হায়! অকল মোৰ কাৰণেই সম্ভৱতঃ সিংহসদৃশ তেজস্বী সেই ৰাজপুত্ৰ দুজন বিদ্যুৎ শক্তিসম তেজসম্পন্ন মৃগৰূপধাৰী সেই প্ৰাণীটোৰ হাতত নিহত হ'ল।

১০। নিশ্চয় মৃগৰূপধাৰী সেই প্ৰাণীটোৱে কালৰূপে হতভাগিনী মোৰ সন্মুখত উপস্থিত হৈ মোক প্ৰলুব্ধ কৰিলে, তাৰ ফলতে মই চৈতন্য হেৰুৱাই লক্ষ্মণাগ্ৰজ ৰাম আৰু ৰামানুজ লক্ষ্মণ এই দুই ৰাজপুত্ৰক বিসর্জ্জন দিলোঁ।

১১। হে সত্যব্ৰত, দীৰ্ঘবাহু পূৰ্ণচন্দ্ৰাননন ৰাম, তুমি সমগ্ৰ জীৱলোকৰ প্ৰিয় আৰু হিতাকাঙ্ক্ষী তথাপি কিয় জানিব পৰা নাই যে মই ৰাক্ষসৰ হাতত নিহত হব ওলাইছোঁ।

১২। কোনোদিনে মই পতি ভিন্ন আন দেৱতাক চিন্তা কৰা নাই, শাপ দি ৰাৱণক ধ্বংস কৰিব পৰা শক্তি থকাতো মই তাক ক্ষমা কৰি আছোঁ, ভূমিত শয়ন আৰু আন সকলো নিয়ম পালন কৰি নিজ ধৰ্ম্ম ৰাখি পাতিব্ৰত্য ব্ৰত পালন কৰি আছোঁ, কিন্তু হায়! অকৃতজ্ঞ মানুহৰ প্ৰতি কৰা উপকাৰ যিদৰে বিফলে যায়, মোৰ কাৰণে এই সকলো কাম সেইদৰে নিষ্ফল হোৱাদি হৈছে।

১৩। হে ৰাম, মোৰ এই ধৰ্ম্মাচৰণ নিষ্ফল আৰু মোৰ পাতিব্ৰত্য নিৰৰ্থক, যিহেতু তুমি অবিহনে আৰু তোমাক লগ পোৱা আশাৰপৰা বঞ্চিত হৈ শুকাই খীণাই গৈ বিবৰ্ণা হৈও মই তোমাক দেখা পোৱা নাই।

১৪। মোৰ অনুমান হৈছে মোৰ বিয়েই নহওক তুমি নিয়মমতে পিতৃসত্য পালন কৰি, তোমাৰ ব্ৰত পালন কৰা হলে, বনৰপৰা উভতি গৈ নিঃশঙ্ক চিত্তে আয়তলোচনা আন আন ৰমণীসকলৰ লগত পৰম সুখে বিহাৰ কৰি থাকিবা।

১৫। কিন্তু হে ৰাম, মই দেখিছোঁ মোৰ সৰ্ব্বনাশৰ কাৰণেহে তোমাৰ প্ৰতি আসক্ত হৈ তোমাত মন-প্ৰাণ সমৰ্পণ কৰি থাকিলোঁ। মোৰ তপশ্চৰ্য্যা অথবা ব্ৰত পালন সকলো নিষ্ফল হ'ল। এতেকে মোৰ এই জীৱন মই পৰিত্যাগ কৰিম। হতভাগিনী মোক ধিক্।

১৬। অতি সোনকালে বিষ অথবা তীক্ষ্ণ অস্ত্ৰৰ সহায়ত মোৰ এই জীৱন মই ত্যাগ কৰিম, কিন্তু এই ৰাক্ষসৰ ঘৰত বিষ বা তীক্ষ্ণ অস্ত্ৰ মোক দিব কোনে?"

১৭। শোকসন্তপ্তা সীতাদেৱীয়ে এইদৰে বহু প্ৰকাৰে চিন্তা কৰি ডেওঁৰ পঁখা বেণী হাতত লৈ স্থিৰ কৰিলে "এই বেণীৰে ফাঁচ লগাইয়ে মই যমপুৰীলৈ যাত্ৰা কৰিম।"

১৮—১৯। এইদৰে চিন্তা কৰি কোমলাঙ্গী সীতাদেবীয়ে গছৰ ডাল এটাত ধৰি, ৰাম, লক্ষ্মণ আৰু নিজৰ কুলৰ কথা মনে মনে ভাবি থাকোঁতে তেওঁৰ শৰীৰত শোক-বিনাশক নিজ ধৈৰ্য্যগুণে লব্ধ, বহুকালৰপৰা জনসমাজৰ ভিতৰত প্ৰসিদ্ধি লাভ কৰা শুভ চিহ্নসমূহ দেখা দিলে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত অষ্টাবিংশ সৰ্গ সমাপ্ত ॥

## একোনত্ৰিংশ সৰ্গ

### শুভ লক্ষণ দৰ্শন

১। অনিন্দ্যসুন্দৰী সীতাদেবীয়ে ব্যথিত হৃদয়ে নিৰানন্দ আৰু ম্লান মুখে এইদৰে চিন্তা কৰি থাকোঁতে যিদৰে ভাগ্যবান পুৰুষৰ সেৱকবোৰ তেওঁৰ ওচৰত থিয় হৈ থাকে, শুভ লক্ষণসমূহেও সেইদৰে তেওঁৰ ওচৰত দেখা দিবলৈ ধৰিলে।

২। প্ৰথমতে সুকেশী সীতাৰ বক্ৰপক্ষৰাজিৰে আবৃত কৃষ্ণ মণিযুক্ত আৰক্তিম, বিশাল শুভ্ৰ বাম চকু মাছে লৰাই দিয়া পদ্মম ফুলৰ নিচিনাকৈ ঘনাই নাচিব ধৰিলে।

৩। তেওঁৰ সুন্দৰ সুগোল মঙহে ভৰপূৰ বামবাহু, আগতে কলাগুৰু চন্দনৰে লেপে ৰঞ্জিত হৈ থকা আৰু তেওঁৰ প্ৰিয়তমে মুৰ থৈ বিশ্ৰাম লোৱা সেই বাম বাহুৰ স্পন্দন তেওঁ অনুভৱ কৰিলে।

৪। তেওঁৰ কৰিকৰসম সুন্দৰ সুগঠিত আৰু পৰস্পৰে সুন্দৰভাৱে সংশ্লিষ্ট উৰুযুগলৰ বাম উৰুৰ স্পন্দনে যেন স্পষ্টভাৱেহে কৈ দিছে যে ৰাম তোমাৰ সন্মুখত উপস্থিত।

৫। লগতে চাৰুসৰ্ব্বাঙ্গী, দালিমৰ গুটিৰ নিচিনা ঈষৎ উন্নত দন্তবিশিষ্টা অভুলনয়না সীতাৰ হেমবৰ্ণাভ ঈষৎ মলিন বসনো নিজ ঠাইৰপৰা অলপ সুলকি পৰিল।

৬। ৰ'দ আৰু বতাহতে শুকাই থকা শস্যৰ বীজে পুন' বৰষুণৰ পানী পালে যিদৰে প্ৰস্ফুটিত হৈ আনন্দ প্ৰকাশ কৰে, শোভন ভ্ৰূযুগল বিশিষ্টা সীতাদেবীয়েও আগৰপৰা চলি অহা প্ৰবাদ অনুসৰি বিশেষ অৰ্থবোধক এইবোৰ আৰু আন আন শুভ লক্ষণসমূহ দেখি মনত তেনে আনন্দ পালে।

৭। আনন্দতে শোক, অৱসাদ, ক্লান্তি দূৰ হোৱাত সীতাৰ চিত্ত প্ৰফুল্ল হ'ল আৰু তেতিয়া নৱোদিত চন্দ্ৰৰ কিৰণত ৰাতিৰ দৰে সীতাৰ মুখশ্ৰীয়ে এক অপূৰ্ব্ব শোভা ধাৰণ কৰিলে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত একোনত্ৰিংশ সৰ্গ সমাপ্ত ॥

# ত্ৰিংশ সৰ্গ

## হনুমানৰ জল্পনা-কল্পনা।

১। বীৰ হনুমানে সীতাৰ কথা ত্ৰিজটাৰ স্বপ্ন আৰু ৰাক্ষসবোৰৰ তৰ্জ্জন-গৰ্জ্জন আদি সকলোকে শুনিলে।

২। নন্দন কাননত থকা দেবকন্যা সদৃশ অশোক বনত সীতাক দেখা পাই তেওঁ নানান বিষয়ে চিন্তা কৰিব ধৰিলে।

৩। যি সীতাৰ উদ্দেশ্য কৰি হাজাৰে হাজাৰে বান্দৰসকলে সকলো দিশতে বিচাৰি ফুৰিছে, নিশ্চয় সেই সীতাকে মই ইয়াত পাইছোঁ।

৪। শত্ৰুপক্ষৰ বল নিৰীক্ষণ কৰিবলৈ পঠিওৱা গুপ্তচৰৰ নিচিনা, গোপনে বিচৰণ কৰি এই সকলোকে মই দেখা পালোঁ।

৫। ৰাক্ষসবোৰৰ বিশেষত্ব আৰু নগৰতে এই নগৰীও মই দেখিলোঁ। ৰাক্ষসাধিপতি ৰাৱণৰ প্ৰভাবো মই জানিলোঁ।

৬। কিন্তু কি উপায়ে এতিয়া পতিক দেখা পোৱাৰ আকাঙ্ক্ষাতে বৈ থকা অশেষ গুণসম্পন্ন সকলো প্ৰাণীৰ প্ৰতি দয়াশীল ৰামৰ ভাৰ্য্যাক আশ্বস্ত কৰিব পাৰো তাকেহে চিন্তা কৰা উচিত।

৭। পূৰ্ণচন্দ্ৰনিভাননা সীতাই আগতে কোনোদিনে দুখবোলা বস্তু অনুভৱ কৰা নাই, আৰু এতিয়াও যে সোনকালে দুখৰ পাৰ পাব তাৰো সম্ভাবনা নাই।

৮। এনেস্থলত যদি শোকাতুৰা সীতাদেবীক আশ্বাস নিদিয়াকৈ মই উভতি যাওঁ তেনেহলে মই ইয়াৰ পৰা যোৱাটো দোষণীয় কাম হব।

৯। তাৰ উপৰি কোনো আশ্বাস বাণী নিদিয়াকৈ মই ইয়াৰ পৰা গলে যশস্বিনী ৰাজপুত্ৰী জানকীয়েও ৰক্ষা পোৱাৰ কোনো উপায় নেদেখি নিশ্চয় প্ৰাণ ত্যাগ কৰিব।

১০। এতেকে সীতাক দেখা পাবলৈ ইচ্ছুক চন্দ্ৰবদন ৰামক আশ্বস্ত কৰাটো মোৰ পক্ষে যিদৰে যুক্তিযুক্ত, সীতাক আশ্বাস দিয়াটোও মোৰ পক্ষে তেনেদৰে এটা কৰ্ত্তব্য।

১১। এই ৰাক্ষসীবোৰৰ আগতে সীতাৰ লগত কথা পতাটো উচিত নহব। এনেস্থলত মোৰ কৰ্ত্তব্য কি হৈছে সেইটো মোৰ পক্ষে এটা ডাঙৰ সমস্যা।

১২। আজি ৰাতিৰ শেষ ভাগতেই যদি মই এওঁক আশ্বস্ত কৰিব নোৱাৰোঁ, তেন্তে এইটো ঠিক যে সীতাই প্ৰাণ বিসৰ্জ্জন দিব—তাত কোনো সন্দেহ নাই।

১৩। তাৰ উপৰি ৰামে যেতিয়া মোক সুধিব যে সুমধ্যমা সীতাই কি কলে, তেতিয়া সীতাৰ লগত একো কথা নপতাকৈ মই ৰামৰ আগত কি কম?

১৪। সীতাৰ মুখৰ কোনো বচন নোলোৱাকৈ যদিহে লবালৰিকৈ মই ইয়াৰ পৰা গুচি যাওঁ তেন্তে সেই কাকুৎস্থই তেওঁৰ তীব্ৰ খড়্গৰ কোবত তৎক্ষণাৎ মোক মাৰি পেলাব।

১৫। যদিহে ৰামৰ কাৰণে মোৰ স্বামী সুগ্ৰীৱক উদ্গণি দি কামত প্ৰবৃত্ত কৰাওঁ তেতিয়াহলেও সসৈন্যে ইয়ালৈ অহাৰ পৰা একো লাভ নহব, কাৰণ সীতাদেৱীয়ে তাৰ আগতে প্ৰাণ পৰিত্যাগ কৰিব।

১৬। এতেকে ৰাক্ষসীবোৰে এইকালে চকু-কাণ নিদিয়া সময়লৈকে অপেক্ষা কৰাটোৱেই মোৰ পক্ষে উচিত হব আৰু তেতিয়া শোকসন্তপ্তা সীতাক মই লাহেকৈ আশ্বাস দিব পাৰিম।

১৭। এতেকে মই অতি ক্ষুদ্ৰকায় বান্দৰৰ ৰূপ লৈ সাধাৰণ মানুহৰ ভাষাত কথা কোৱাটোৱেই ভাল হব।

১৮। কিয়নো দ্বিজাতিসকলৰ নিচিনাকৈ বিশুদ্ধ সংস্কৃত ভাষাত কথা কলে, সীতাই মোক ছদ্মবেশী ৰাৱণ বুলি ভাবি ভয় খাব।

১৯। এতেকে মই মানুহৰ ভাষাতে তেওঁক সান্ত্বনা দিয়াটো উচিত হব, নহলে অনিন্দ্যসুন্দৰী সীতাক আন উপায়ে সান্ত্বনা দিয়াৰ উপায় নাই।

২০। সীতা এনেয়ে ৰাক্ষসীবোৰৰ ভয়ত আতুৰ, তাতে মোৰ এই ৰূপ আৰু মানুহৰ ভাষাত মোৰ মুখৰ পৰা ওলোৱা কথা শুনি তেওঁ আৰু বেচি ভয় খাব।

২১—২৩। আয়তলোচনা মনস্বিনী সীতাই মোক কামৰূপী ৰাৱণ বুলি ভাবি ভয়তে চিঞঁৰি উঠিব। তেতিয়া সীতাৰ চিঞৰ-বাখৰ শুনি ৰাক্ষসীবোৰে নানা অস্ত্ৰ-শস্ত্ৰ লৈ কালান্তক যমৰ দৰে মোক খেদি আহিব, আৰু চাৰিওফালৰ পৰা মোক বেঢ়ি ধৰি বিকৃতাননা মহাবলশালিনী সেই ৰাক্ষসীবোৰে মোক বধিবলৈ অথবা বন্দী কৰিবলৈ যত্ন কৰিব।

২৪—২৭। তেতিয়া মই গছৰ ডাল-পাত নাইবা গা-গছৰ ইফালে সিফালে দৌৰা-দৌৰি কৰা দেখিলে সিহঁতে ভীষণ ভয় পাব, আৰু বনে বনে ঘূৰি ফুৰোতে মোৰ সুবৃহৎ এই ৰূপ দেখি ৰাক্ষসীবোৰে ভয়তে বিকৃত স্বৰে চিঞৰ-বাখৰ লগাব। তাৰ পিচতে ৰাক্ষসীবোৰে ৰাক্ষসৰাজ ৰাৱণৰ অন্তঃপুৰ পহৰা দি থকা ৰাক্ষসবোৰক মাতিব। সিহঁতে হাতত শূল, শৰ আৰু আন আন চোকা অস্ত্ৰ লৈ আতঙ্কৰ কিবা কাৰণ হৈছে বুলি ভাবি এই ঠাইলৈ দৌৰি আহিব।

২৮। ৰাক্ষস সৈন্যবোৰে আগুৰি ধৰাৰ পিচত মই সিহঁতক বধ কৰিব হয়তো পাৰিম, কিন্তু তাৰ পিচত মহাসমুদ্ৰৰ সিপাৰলৈ যোৱাৰ শক্তি মোৰ নাথাকিব।

২৯। যদিহে শীঘ্ৰগামী অসংখ্য ৰাক্ষসসৈন্যে আহি মোক বন্দী কৰে তেতিয়াহলে মোৰ আগমনৰ কাৰণ নজনাত সীতাৰো কোনো কাম নহব আৰু ময়ো বন্দী হৈ থাকিব লাগিব।

৩০। ৰাক্ষসবিলাক স্বভাৱতে হিংস্ৰক আৰু ক্ৰূৰ, এই কাৰণতেই হয়তো সিহঁতে সীতাক বধ কৰিবও পাৰে। তেতিয়াহলে ৰাম আৰু সুগ্ৰীৱ উভয়ৰে সকলো কাম নষ্ট হব।

৩১। আনহাতে এতিয়া যি ঠাইত সীতাদেৱী আছে, সমুদ্ৰ পাৰ হৈহে ইয়ালৈ

আহিব পাৰি, ইয়ালৈ অহা বাট-পথ নাই, এই ঠাইৰ চাৰিওফালে ৰাক্ষসে বেঢ়ি চোকা পহৰা দি আছে। এই হেন গুপ্ত ঠাইত তেওঁ বাস কৰি আছে।

৩২। এতেকে যুদ্ধত ৰাক্ষসবোৰে যদি মোক বধ কৰে অথবা বন্দী কৰে, তেনেহলে ৰামৰ কাৰ্য্য সাধন কৰিবলৈ আন সহায় নোহোৱা হব।

৩৩। মই ভাবি নাপাওঁ যে মোৰ মৃত্যু হলে আন কোনো বান্দৰে শত যোজন বিস্তীৰ্ণ এই সমুদ্ৰ পাৰ হব পাৰিব।

৩৪। মই হেলাৰঙে হাজাৰ হাজাৰ ৰাক্ষস বধ কৰিব পাৰোঁ সঁচা, কিন্তু তাৰ পিচত এই মহাসাগৰৰ সিপাৰলৈ যোৱাৰ শক্তি মোৰ নাথাকিব।

৩৫। যুদ্ধত জয় পৰাজয় সদায় অনিশ্চিত, য'ত ফলৰ বিষয়ে সন্দেহ আছে তেনে কাম মোৰ ভাল নালাগে। এতেকে কোন জনা মানুহে সংশয় নথকা কাম এটাক সংশয়যুক্ত কৰিবলৈ বিচাৰিব?

৩৬। বৰ্ত্তমান ক্ষেত্ৰত সীতাৰ লগত কথা পাতিলেও অনিষ্টৰ সম্ভাবনা আৰু আনপক্ষে কথা নাপাতিলেও তেওঁৰ প্ৰাণ নাশ হব পাৰে।

৩৭। সূৰ্য্য উদয় হলে অন্ধকাৰ যিদৰে নোহোৱা হয়, সুবুদ্ধি সুগুনি কাম কৰা দূতে দেশ আৰু কালৰ বিৰুদ্ধে গৈ কাম কৰাৰ ফলত প্ৰায়ে সিদ্ধ হওঁ হওঁ অবস্থাত থকা কামো নিস্ফল হয়গৈ।

৩৮। কাৰ্য্যাকাৰ্য্য বিষয়ে ভালদৰে চিন্তা কৰি সুনিশ্চিত কোনো এটা পন্থা নিৰ্দ্ধাৰণ কৰা হলেও অবিমৃশ্যকাৰী দূতে নিজে জনাতো বুলি কামত হাত দিলে তেনে কামো নিস্ফল হয়।

৩৯—৪০। এতেকে যিটো কৰিলে কাম নিস্ফল নহয় অথচময়ো বিপন্ন নহওঁ আৰু মোৰ সমুদ্ৰ লঙ্ঘনো বিফলে নাযায় আৰু যিটো কৰিলে সীতাদেবীয়ে মোৰ কথা শুনি ভয় নাখায় তেনেভাৱে কাম কৰাটোহে যুগুত হব। এইদৰে চিন্তা কৰি বুদ্ধিমান হনুমানে মনতে স্থিৰ কৰিলে।

৪১। "অক্লান্তকৰ্ম্মী ৰাম সীতাৰ অতি প্ৰিয় আৰু আপোনাৰ জন; তেওঁৰ মন-প্ৰাণো ৰামতে আসক্ত, এতেকে হঠাতে তেওঁৰ ৰাভৰি দান কৰি মই তেওঁক উদ্বিগ্ন নকৰোঁ।

৪২—৪৩। "মধুৰ কথাৰে ইক্ষাকুকুলতিলক বিশুদ্ধাত্মা ৰামৰ ধৰ্ম্মপূৰ্ণ পবিত্ৰ কাহিনী-বোৰ বৰ্ণনা কৰি মই তেওঁক শুনাই লওঁ। তাৰ পিচত এইবোৰ কথাত সীতাৰ মনত যাতে শ্ৰদ্ধাৰ ভাব উপজিব পাৰে তেনে কৰিম।"

৪৪। এইদৰে বহু প্ৰকাৰে চিন্তা কৰি মহা প্ৰভাবশালী হনুমানে গছৰ পাতৰ আঁৰত লুকাই থাকি জগতৰ পতি ৰামচন্দ্ৰৰ পত্নী সীতাৰ পিনে চাই মধুৰ কথাৰে যথাযথ ভাবে ৰামৰ কাহিনীবোৰ বৰ্ণাব ধৰিলে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্ভুক্ত ত্ৰিংশ সৰ্গ সমাপ্ত ॥

# একত্ৰিংশ সৰ্গ

## হনুমানৰ ৰামকথা বৰ্ণনা।

১। এইদৰে বহুপ্ৰকাৰে চিন্তা কৰি মহামতি হনুমানে, বৈদেহীয়ে যাতে স্পষ্টকৈ শুনে এনে এখন ঠাইৰ পৰা মধুৰ কথা কবলৈ ধৰিলে,

২। দশৰথ নামে এজন ৰজা আছিল, তেওঁৰ অসংখ্য হাতী-ঘোঁৰা আৰু ৰথ, তেওঁ পুণ্যশীল, কীৰ্ত্তিমান আৰু ইক্ষাকু বংশী ৰজাসকলৰ ভিতৰত মহাযশস্বী।

৩—৪। তেওঁ অহিংসাপৰায়ণ, মহান, দয়াশীল, সত্যপৰাক্ৰম, প্ৰধান ইক্ষাকু বংশৰ ভিতৰত লক্ষ্মীসম্পন্ন আৰু সমৃদ্ধিবৰ্দ্ধক, সকলো ৰাজ-লক্ষণযুক্ত, অতুল সমৃদ্ধিশালী আৰু ৰাজশ্ৰেষ্ঠ আছিল। সসাগৰা পৃথিবীৰ ভিতৰতে তেওঁ প্ৰখ্যাত, বন্ধুবৰ্গৰ সুখবৰ্দ্ধক আৰু স্বয়ং সৰ্ব্বসুখৰ অধীশ্বৰ আছিল।

৫। চন্দ্ৰবদন ৰাম তেওঁৰ প্ৰিয় আৰু জ্যেষ্ঠ পুত্ৰ, ৰাম সকলো বিশিষ্ট জ্ঞানৰ অধিকাৰী আৰু ধনুৰ্দ্ধৰসকলৰ ভিতৰত শ্ৰেষ্ঠ।

৬। তেওঁ নিজৰ আৰু আত্মীয়-স্বজনৰ চৰিত্ৰ আৰু আচাৰ-নীতিৰ পৰিৰক্ষক, শত্ৰুদমন আৰু জীবলোকৰ ধৰ্ম্ম সংৰক্ষক।

৭। বীৰ ৰামচন্দ্ৰই তেওঁৰ সত্যব্ৰত বৃদ্ধ পিতাৰ নিৰ্দ্দেশ মতে ভাৰ্য্যা আৰু ভায়েকে সৈতে বনলৈ প্ৰস্থান কৰে।

৮। মহাৰণ্যৰ ভিতৰত মৃগয়া কৰি ফুৰোঁতে বহুত মায়াবী বীৰ ৰাক্ষসক তেওঁ বধ কৰে।

৯। জনস্থান নিবাসী ৰাক্ষসবিলাক আৰু খৰ দূষণৰ মৃত্যুৰ কথা শুনি ৰাৱণে খঙতে মায়া কৰি মৃগৰাজ ৰূপ ধৰি ছলেৰে জানকীক অপহৰণ কৰে। তেতিয়া অনিন্দ্যগুণসম্পন্না সীতাদেৱীক বিচাৰি বিচাৰি ৰামে বনত সুগ্ৰীৱ নামে এজন বান্দৰ ৰজাক লগ পায়।

১১। তাৰ পিচত শত্ৰুপুৰঞ্জয় ৰামে বালীক বধ কৰি মহাত্মা সুগ্ৰীৱৰ হাতত বান্দৰ-ৰাজ্য সমৰ্পণ কৰে।

১২। সুগ্ৰীৱৰ নিৰ্দ্দেশ মতে হাজাৰে হাজাৰে বান্দৰে চাৰিওফালে সীতাদেৱী বিচাৰিবলৈ আৰম্ভ কৰে।

১৩। সম্পাতিৰ কথা মতে আয়তলোচনা দেৱী সীতাৰ কাৰণে অতি বেগে সাগৰ পাৰ হলো।

১৪। ইয়ালৈ আহি দেখিলোঁ যে ৰামৰপৰা সীতাৰ যেনে ৰূপ বৰণ আৰু তেওঁ যেনে লক্ষ্মীযুক্তা বুলি শুনিছিলোঁ, সেই জনাকে মই ইয়াত লগ পাইছোঁ।

১৫। এই বুলি কৈ কপিশ্ৰেষ্ঠ হনুমান মনে মনে থাকিল।

১৬। এইবোৰ কথা শুনি জানকী অতি আশ্চৰ্য্যান্বিত হ'ল। তাৰ পিচত ভীৰু স্বকেশী সীতাদেবীয়ে তেওঁৰ চুলিৰ কেঁকোবা আগভাগ কোঁচাই লৈ মুৰ তুলি শিংশপাগছ জোপাৰ আগলৈ চালে।

১৭। তেতিয়া সীতাদেবীয়ে কপিপ্ৰবৰৰ কথা শুনি চাৰিওফালে চাই, সৰ্ব্বান্তঃকৰণে সদায় ৰামকে ধ্যান জ্ঞান কৰি থাকি ৰামৰ সম্বাদ শুনি মনত অতি আনন্দ পালে।

১৮। তাৰ পিচত বক্ৰভাবে তল আৰু ওপৰৰ পিনে চাই উদয়াচলৰ সূৰ্য্যৰ নিচিনা বান্দৰাধিপতি সুগ্ৰীৱৰ অমাত্য অসীম বুদ্ধিসম্পন্ন পৱনাত্মজ হনুমানক দেখা পালে।

॥ ইতি একত্ৰিংশ সৰ্গ সমাপ্ত ॥

## দ্বাত্ৰিংশ সৰ্গ

## সীতাৰ গুণাগঁথা।

১। বিদ্যুৎপুঞ্জ সদৃশ পিঙ্গল বৰ্ণ হনুমান শুকুলা কাপোৰ এখনেৰে গা ঢাকি ডাল এটাৰ আঁৰত লুকাই আছিল, তেওঁক তেনে অৱস্থাত দেখি সীতাৰ মন অলপ বিচলিত হ'ল (জানোচা মায়ামৃগৰ নিচিনা ইও মায়াবী কোনো ৰাক্ষস এই ভাবি)।

২। তাৰ পিচত ভালদৰে নিৰীক্ষণ কৰি উজ্জ্বল স্বৰ্ণাভ চক্ষুবিশিষ্ট ফুলি থকা ৰাশি ৰাশি অশোক ফুলৰ বৰণৰ এটা বান্দৰে বিনীত ভাবে মধুৰ ভাষাৰে কথা কৈ থকা তেওঁ দেখা পালে।

৩। এইদৰে অতি বিনীত ভাবে তাত ৰৈ থকা কপিপ্ৰবৰক দেখি, মৈথিলীয়ে আশ্চৰ্য্যান্বিতা হৈ চিন্তা কৰিবলৈ ধৰিলে:

৪। আহা, বান্দৰ জাতিৰ ভিতৰতে এই বান্দৰ অতি ভয়ঙ্কৰ, দুৰ্দ্ধৰ্ষ আৰু সহজে আমে দেখা নোপোৱা বিধৰ, এইদৰে মনত চিন্তা উদয় হোৱাৰ লগে লগে তেওঁ পুনঃ মূৰ্চ্ছিত হ'ল।

৫—৬। তাৰ পিচতে ভয়তে আতুৰ হৈ দুখাভিভূতা সীতাই হা ৰাম! হা ৰাম! হা লক্ষ্মণ, বুলি করুণ স্বৰে বিলাপ কৰিব ধৰিলে আৰু আগ নুজনাকৈ উচুপি উচুপি কান্দিবলৈ ধৰিলে। তথাপি অতি বিনীত ভাবে কপিবৰক ওচৰলৈ অহা দেখি তেওঁ চিন্তা কৰিবলৈ ধৰিলে—এইটো কি স্বপ্ন?

৭। তাৰ পিচত ৰাক্ষসীবোৰে তেওঁৰ কোনো কথা শুনে নেকি এই আশঙ্কা কৰি চাৰিওফালে এবাৰ চাই লৈ ডঙা মুখৰ (ভয়ঙ্কৰ),* আগতে বৰ্ণোৱা ৰূপবিশিষ্ট বুদ্ধিমানসকলৰ ভিতৰত শ্ৰেষ্ঠ পৰম পূজ্য কপিশ্ৰেষ্ঠ পৱননন্দনক তেওঁ দেখা পালে।

* ইয়াৰ অৰ্থ আবাতত সকতে এবাৰ তেওঁৰ মুখ ভাঙিছিল (—উত্তৰাকাণ্ড)

৮। তেওঁক দেখা মাত্ৰকে বান্দৰৰূপী ৰাৱণ বুলি ভাবি সীতা বিপন্না হৈ মৃতপ্ৰায় হ'ল। বহুত সময়ৰ পিচত সংজ্ঞা লাভ কৰি আয়তলোচনা সীতাদেৱীয়ে ভাবিবলৈ ধৰিলে :

৯। শাস্ত্ৰৰ মতে সপোনত বান্দৰ দেখা বেয়া, তথাপি মই বিকৃতাকাৰ এই সপোনটো দেখিলোঁ। লক্ষ্মণে সৈতে ৰাম আৰু পিতা জনকৰ মঙ্গল হওক।

১০। কিন্তু এইটো তো স্বপ্ন নহয়, শোক আৰু দুখতে অভিভূত হৈ থকাৰ কাৰণে মোৰ টোপনি হোৱা নাই। পূৰ্ণেন্দুবদন সেই ৰামচন্দ্ৰৰ সঙ্গৰ পৰা বঞ্চিত হোৱাৰ পিচত সুখবোলা বস্তু মোৰ নাই।

১১। মনত সদায় ৰামকে চিন্তা কৰি, আৰু কথাই প্ৰতিও ৰামৰ নাম লৈ থকাৰ কাৰণে তেওঁৰ অনুৰূপ কথাকে শুনিলোঁ আৰু যেনে শুনিলোঁ তেনে ভাবে দেখাও পালোঁ।

১২। মনৰ ভিতৰত অকল তেওঁৰে কথা চিন্তা কৰি মই সন্তপ্তা হৈ আছোঁ, আৰু সৰ্ব্বান্তঃকৰণে সদায় তেওঁৰে কথা ভাবি থাকোঁতে মই এইদৰে দেখিলোঁ আৰু শুনিলোঁ।

১৩। এবাৰ ভাবোঁ এই বান্দৰ কি মোৰ মনৰ কল্পনাপ্ৰসূত, আকৌ ভাবো মই বুদ্ধিৰে বিচাৰ কৰি চাওঁতেও তেওঁকেই দেখা পাইছোঁ। ইয়াৰ কাৰণ কি? মনৰ কল্পিত বস্তুৰতো কোনো ৰূপ নাই, অথচ এই মূৰ্ত্তিটোৱে স্পষ্টৰূপে মোৰ আগত উপস্থিত হৈ মোৰ লগত কথা পাতিছে।

১৪। হে দেৱ বৃহস্পতি, আপোনাক নমস্কাৰ। হে বজ্ৰধাৰী ইন্দ্ৰদেৱ, হে স্বয়ম্ভু ব্ৰহ্মা, হে অগ্নিদেৱ! আপোনাসকলক নমস্কাৰ। বনবিহাৰী এই প্ৰাণীটোৱে মোৰ আগত যি কলে সি যেন সঁচাকৈয়ে তেনে হয়, তাৰ অন্যথা যেন নহয়।

॥ ইতি দ্বাত্ৰিংশ সৰ্গ সমাপ্ত ॥

# ত্ৰয়স্ত্ৰিংশ সৰ্গ

## হনুমানৰ লগত সীতাৰ কথোপকথন।

১—২। গছৰ অতি ওখ ডালৰ পৰা সীতাদেৱীৰ সন্মুখত থকা ডাল এটালৈ নামি আহি বিদ্রুমমণিসদৃশ ৰঙা মুখৰ মাকড়িয়ে বিষণ্ণ হৈ অতি বিনীতভাবে সীতাৰ ওচৰ চাপি তেওঁক নমস্কাৰ জনালে আৰু তাৰ পিচত মহাতেজস্বী কপিপ্ৰবৰে হাতযোৰ কৰি সেৱা জনাই মধুৰ কথাৰে কবলৈ আৰম্ভ কৰিলে :

৩। হে পদ্মপলাশাক্ষী! তুমি কোন? তুমি অনিন্দ্যসুন্দৰী অথচ মলিয়ন পাটৰ কাপোৰ পিন্ধি গছৰ ডাল এটাত ধৰি থিয় দি আছা।

৪। কি কাৰণে পদ্মৰ পাতৰ পৰা পানী পৰাদি শোকতে তোমাৰ চকুৰ পৰা চকুলো বব ধৰিছে?

৫। হে শোভনে! দেৱতা, অসুৰ, নাগ, গন্ধৰ্ব্ব, যক্ষ, ৰক্ষ অথবা কিন্নৰ, এই সকলৰ ভিতৰত তুমি কোন?

৬। অথবা হে বৰাননে! ৰুদ্ৰ, মৰুৎ বা বসুগণৰ ভিতৰত তুমি কোনোৱা নেকি? হে বৰাৰোহে! মোৰ অনুমান হৈছে, তুমি কোনো দেৱকন্যা।

৭। অথবা তুমি কি জ্যোতিৰ্ম্ময় নক্ষত্ৰমণ্ডলীৰ ভিতৰত থকা শ্ৰেষ্ঠা, সৰ্ব্বগুণাধিকা ৰোহিণী, বৰ্ত্তমানে চন্দ্ৰৰপৰা বিচ্ছিন্না হৈ আকাশৰ পৰা নামি আহিছা?

৮। অথবা হে শোভননেত্ৰে! তুমি কি কল্যাণময়ী অৰুন্ধতী, তোমাৰ খং বা অজ্ঞানতাহেতু তোমাৰ স্বামী বশিষ্ঠক কুপিত কৰি আজি ইয়ালৈ আহিছা?

৯। হে সুমধ্যমে! তোমাৰ কোন পুত্ৰ, পিতা, ভ্ৰাতা বা স্বামী পৰলোকগামী হোৱাৰ কাৰণে তুমি এইদৰে শোক কৰি আছা।

১০। তোমাৰ কান্দোন দীঘল হুমুনিয়াহ আৰু মাটিত ভৰ দি থিয় দি থকা এইবোৰ লক্ষণৰ পৰা বুজিব পাৰিছোঁ তুমি কোনো দেৱী নোহোৱা আৰু বিশেষকৈ বাৰে বাৰে ৰজা ৰামচন্দ্ৰৰ নাম লৈ থকাৰ বাবেও বুজিব পাৰিছোঁ তুমি দেৱী নোহোৱা।

১১। তোমাৰ যেনে ভাব আৰু শাৰীৰিক লক্ষণ, তাৰপৰা মোৰ অনুমান হৈছে তুমি ৰাজনন্দিনী আৰু ভূমিপাল ৰামৰ মহিষী।

১২। আৰু যদিহে তুমি সেই সীতাদেৱী, যাক ৰাৱণে জনস্থানৰ পৰা বলপূৰ্ব্বক হৰণ কৰি আনিছে তেন্তে মোক কোৱা, তোমাৰ মঙ্গল হওক।

১৩। তোমাৰ দুখলগা অৱস্থা, অসামান্য ৰূপ, আৰু তাপসীৰ বেশ দেখি মই জানিব পাৰিছোঁ তুমি নিশ্চয় ৰামৰ মহিষী।

১৪। ৰামৰ গুণানুকীৰ্ত্তন শুনি বৈদেহীয়ে মনত আনন্দ পালে আৰু তেওঁৰ কথাৰ উত্তৰ দি গছৰ ডালত বহি থকা হনুমানক উদ্দেশ্য কৰি কলে:

১৫। শত্রুসৈন্য-বিনাশক পৃথিবীৰ শ্রেষ্ঠ ৰজাসকলৰ ভিতৰত প্রধান, বিশুদ্ধাত্মা ৰজা দশৰথৰ মই বোৱাৰী।

১৬। মহাত্মা বিদেহৰাজ জনকৰ মই দুহিতা, মোৰ নাম সীতা আৰু ধীমান ৰামৰ মই ভাৰ্য্যা।

১৭। মনুষ্যভোগ্য নানান সুখ উপভোগ কৰি, সকলো প্রকাৰৰ অভিলাষ পূৰণ কৰি বাৰ বছৰ কাল ৰাঘৱ ৰামচন্দ্ৰৰ ঘৰত মই আছিলোঁ।

১৮। তাৰ পিচত ত্রয়োদশ বছৰ উপস্থিত হোৱাত উপাধ্যায়সকলৰ লগত পৰামৰ্শ কৰি ৰজা দশৰথে ইক্ষ্বাকু-নন্দন ৰামক যৌৱৰাজ্যত অভিষিক্ত কৰিবলৈ যো-জা কৰিলে।

১৯। তাৰ পিচত ৰামৰ অভিষেকৰ সকলো যোগাৰ-পাতি ঠিক হোৱাত কৈকেয়ী নামে ৰজা দশৰথৰ মহিষী এগৰাকীয়ে তেওঁৰ স্বামীক কলে—

২০। "যদিহে ৰামক অভিষেক কৰা হয় তেন্তে মই দৈনিক যি খাদ্য বা পানীয় বস্তু গ্রহণ কৰোঁ তাক নাখাওঁ আৰু এয়ে মোৰ জীৱনৰ শেষ।

২১। "হে ৰাজন, আপুনি পূৰ্ব্বতে প্রীতিৰে মোক যি কৈছিলে, এতিয়া যদি তাক মিছা কৰিব নোখোজে তেন্তে ৰাম বনলৈ যাওক।"

২২। সত্যবাদী ৰজা দশৰথে দেৱীক বৰদান দিব খোজা কথাটো স্মৰণ কৰি কৈকেয়ীৰ অতি অপ্রিয় আৰু নিষ্ঠুৰ এই কথা শুনি মূৰ্চ্ছা গ'ল।

২৩। তেতিয়া স্থবিৰ ৰজা দশৰথে সত্যধৰ্ম্মত থাকি কান্দি কান্দি তেওঁৰ জ্যেষ্ঠপুত্র ৰামৰ ওচৰত প্রতিশ্রুত ৰাজ্য ভিক্ষা কৰিলে।

২৪। ৰামৰ পক্ষে অভিষেকতকৈ পিতৃবাক্য অধিক প্রিয়, এতেকে সেই আদেশ প্রথমতে মনৰ ভিতৰতে মানি লৈ শেহত প্রকাশ্যে তাক স্বীকাৰ কৰিলে।

২৫। সত্যপৰাক্রম ৰামচন্দ্ৰই জীৱনৰ কাৰণে হলেও সদায় আনক দানকে কৰে আৰু কোনো দিনে তাৰ প্রতিদান গ্রহণ নকৰে, সদায় সঁচাকে কয়, কোনোদিনে মিছা নকয়।

২৬। তেতিয়া তেওঁ মহামূল্য উত্তৰীয় বসন আদি ত্যাগ কৰি সৰ্ব্বান্তঃকৰণে ৰাজ্যভাৰ এৰি দি তেওঁৰ জননীৰ হাতত মোক সমৰ্পণ কৰিলে।

২৭। কিন্তু তেওঁৰ আগতে বনচাৰিণী বেশ লৈ মই ওলাই আছিলোঁ, কিয়নো ৰাম নোহোৱাকৈ স্বৰ্গবাসো মোৰ ভাল নালাগে।

২৮। আৰু সুমিত্রানন্দন মহাভাগ লক্ষ্মণেও তেওঁৰ অগ্রজৰ অনুগামী হবলৈ আগতে কুশ আৰু চীৰবস্ত্ৰৰে সুশোভিত হ'ল।

২৯। এইদৰে আমি সকলোটিয়ে আমাৰ গুৰু দশৰথৰ আজ্ঞা সসম্মানে মানি লৈ কঠোৰ ব্ৰতত ব্ৰতী হৈ আগতে নেদেখা সুগভীৰ বনত প্রৱেশ কৰিলোঁ।

৩০। অসীমশক্তিসম্পন্ন ৰাম বনত বাস কৰি থাকোঁতে দুৰাত্মা ৰাৱণে তেওঁৰ ভাৰ্য্যা মোক হৰণ কৰি আনে।

৩১। সেই ৰাক্ষসে অনুগ্ৰহৰূপে আৰু দুমাহ কাল মোক সময় দিছে। দুমাহৰ পিচত মই মোৰ জীৱন ত্যাগ কৰিব লাগিব।

ইতি ত্ৰয়স্ত্ৰিংশ সৰ্গ সমাপ্ত।

# চতুস্ত্ৰিংশ সৰ্গ

## হনুমানৰ লগত সীতাৰ কথোপকথন (২)।

১। দুখৰ উপৰি দুখতে অভিভূতা সীতাৰ এই কথা শুনি কপিশ্ৰেষ্ঠ হনুমানে সান্ত্বনা দি উত্তৰ দিলে:

২। "হে দেৱী, ৰামৰ আদেশত দূত হৈ মই আপোনাৰ ওচৰলৈ আহিছোঁ। হে বৈদেহী, ৰাম কুশলে আছে আৰু তেওঁ আপোনাৰ কুশল বাতৰি জানিব খুজিছে।

৩। দেৱী, যিজনাই সকলো বেদ সম্পূৰ্ণৰূপে আয়ত্ত কৰিছে আৰু যি জনাই ব্ৰহ্মাস্ত্ৰত অধিকাৰ লাভ কৰিছে, সেই দশৰথনন্দন শ্ৰীৰামচন্দ্ৰই আপোনাৰ কুশল বাতৰি সুধি পঠিয়াইছে।

৪। আপোনাৰ স্বামীৰ প্ৰিয় অনুচৰ মহাতেজস্বী লক্ষ্মণেও শোকতে আকুল হৈ মূৰ দোঁৱাই আপোনালৈ অভিবাদন জনাইছে।"

৫। নৰসিংহ ভ্ৰাতাযুগলৰ মঙ্গল বাতৰি শুনি সীতাৰ সৰ্ব্বশৰীৰ আনন্দতে ৰোমাঞ্চিত হ'ল। তেতিয়া তেওঁ হনুমানক ক'লে,

৬। লোকসমাজৰ মাজত প্ৰচলিত প্ৰবাদ "মানুহ জীৱিত থাকিলে শ বছৰৰ পিচতো আনন্দই তেওঁক লগ ধৰে", এই কথাষাৰ পৰম কল্যাণময় আৰু সত্য বুলি এতিয়াহে মই বুজিব পাৰিছোঁ।

৭। সাক্ষাৎ ৰাম-লক্ষ্মণ উপস্থিত হ'লে যেনে আনন্দ উপভোগ কৰিলেহেঁতেন, এই ক্ষেত্ৰতো সীতাৰ মনত তেনেদৰে অদ্ভুত আনন্দৰ অনুভূতিয়ে দেখা দিলে আৰু আন পক্ষে সীতাক লগ পোৱা বুলি হনুমানৰো পৰম আনন্দ। তেতিয়া দুয়োজনে পৰম আনন্দে বিশ্বস্তভাবে কথা-বতৰা পাতিব ধৰিলে।

৮। সীতাৰ কথা শুনি মাৰুতনন্দন হনুমান শোক-সন্তপ্তা সীতাৰ ওচৰ চাপিলে।

৯। হনুমান যিমানেই সীতাৰ ওচৰ চাপিব ধৰিলে সীতায়ো সিমানে তেওঁক ৰাৱণ বুলি শঙ্কা কৰিবলৈ ধৰিলে। শেহত ক'লে—

১০। "হায়! ধিক্ ধিক্, মই ইয়াৰ লগত কিয় এইদৰে কথা পাতিলোঁ। ৰাবণেই পুনঃ ৰূপ সলাই মোৰ ওচৰলৈ আহিছে।"

১১। তেতিয়া সৰ্ব্বাঙ্গসুন্দৰী সীতা দেবীয়ে শোকত বিহ্বল হৈ অশোক গছৰ ডালটো এৰি মাটিত বহি পৰিল।

১২। এইদৰে বহি পৰাত কপিশ্ৰেষ্ঠ হনুমানে জনকাত্মজা সীতাক বন্দনা কৰিলে। কিন্তু ভয়তে আতুৰ হৈ তেওঁ হনুমানৰ প্ৰতি নাচালে।

১৩। হনুমানে এইদৰে প্ৰণাম কৰা দেখি চন্দ্ৰবদনা সীতাদেবীয়ে দীঘলকৈ হুমুনিয়াহ এটা কাঢ়ি মধুৰ কথাৰে বান্দৰক উদ্দেশ্য কৰি কলে,

১৪। হে মায়াবী ৰাবণ, মায়াৰ আশ্ৰয় লৈ যদি তুমি পুনঃ মোক সন্তপ্ত কৰিব খুজিছা তেন্তে এইটো তোমাৰ পক্ষে ভাল কাম নহব।

১৫। জনস্থানত যি ৰাবণক নিজৰূপ এৰি পৰিব্ৰাজকৰ ৰূপ লোৱা মই দেখিছিলোঁ, এতিয়া দেখিছোঁ তুমিয়েই সেই ৰাবণ ইয়াত উপস্থিত হৈছাহি।

১৬। হে মায়াবী নিশাচৰ, উপবাস কৰি কৰি মই শুকাই খীণাই পৰম দুখতে কাল কটাইছোঁ, তথাপিতো যদি তুমি মোক পুনঃ সন্তাপিত কৰিব খুজিছা, তোমাৰ পক্ষে সেইটো উচিত নহব।

১৭। অথবা মই যি আশঙ্কা কৰিছোঁ হয়তো সেইটো নহবও পাৰে, কিয়নো তোমাক দেখি মই মনত এটা আনন্দ অনুভৱ কৰিছোঁ।

১৮। প্ৰকৃততে যদি তুমি ৰামৰ দূত হৈহে ইয়ালৈ আহিছা, তেন্তে তোমাৰ মঙ্গল হওক। তেতিয়াহলে হে কপিপ্ৰৱৰ, যিহেতু ৰামৰ কথাই মোৰ অতি প্ৰিয়, ৰামৰ কথাকে মই তোমাক সোধো।

১৯। হে কপিপ্ৰৱৰ, মোৰ প্ৰিয় ৰামৰ গুণবোৰ তুমি বৰ্ণোৱা, হে সৌম্য, নদীৰ স্ৰোতে যিদৰে নদীৰ পাৰ খহাই নিয়ে, ৰামৰ কথাইতো সেইদৰে মোৰ মন প্ৰাণ হৰণ কৰি নিয়ে।

২০। আহা! এই মাত্ৰ দেখা সপোনৰ কি সুখ! মোক হৰণ কৰি অনাৰ আজি কিমান দিন হ'ল, তাৰ পিচতো ৰামে পঠিওৱা বনচাৰী দূত এজনক মই দেখা পালোঁ!

২১। হায়! সপোনতো যদি লক্ষ্মণে সৈতে ৰামক মই দেখা পালোঁহেঁতেন তেন্তে মনত মই ইমান দুখ নাপালোঁহেতেন, কিন্তু মোৰ ক্ষেত্ৰত সপোনেও মোৰ প্ৰতি বিৰেষভাবহে আচৰণ কৰিছে।

২২। এইমাত্ৰ মই যি দেখিলোঁ তাক মই সপোন বুলি লব নোৱাৰোঁ; সপোনত বান্দৰ দেখিলে দেখোতাজনৰ মঙ্গল নহয় কিন্তু এই ক্ষেত্ৰতহে ই মোৰ মঙ্গলৰ কাৰণেহে হৈছে।

২৩। তেনেহলে এইটো কি? মোৰ অজ্ঞানতা, বায়ুৰ গতি, উন্মাদ-বিকাৰ অথবা মৃগতৃষ্ণিকা, যাৰ ফলত এনেখন হব পাৰিছে?

২৪। কিন্তু উন্মাদ অথবা বুদ্ধিভ্ৰমৰ লক্ষণতো এইটো নহয়, কাৰণ মই নিজক আৰু বনবিহাৰী এই প্ৰাণীটোক ভালদৰে দেখা পাইছোঁ।

২৫। সীতাদেবীয়ে এইদৰে বহু প্ৰকাৰে ৰাক্ষসবোৰৰ বলাবলৰ কথা চিন্তা কৰি আৰু ৰাক্ষসৰ ইচ্ছানুসাৰে ৰূপ গ্ৰহণ কৰিব পৰা শক্তিলৈ চাই, হনুমানকো ৰাক্ষসাধিপতি ৰাৱণ বুলিয়ে স্থিৰ কৰিলে।

২৬। ইয়াকেই সাব্যস্ত কৰি তনুমধ্যমা জনকাত্মজা সীতাদেবীয়ে তেওঁৰ কথাৰ আৰু কোনো উত্তৰ নিদিলে।

২৭। বায়ুপুত্ৰ হনুমানে সীতাই স্থিৰ কৰি লোৱা মনৰ ভাব বুজি পাই তেওঁৰ মনত আনন্দ লগাবলৈ শ্ৰুতিমধুৰ ভাষাৰে কব ধৰিলে,

২৮। "হে দেবী, ৰাম আদিত্যসম তেজস্বী চন্দ্ৰৰ নিচিনা লোকপ্ৰিয়, কুবেৰসদৃশ (ধন-ধান্যাদি দানৰ দ্বাৰা) প্ৰাণীসমূহৰ মনোৰঞ্জক, বিষ্ণুসদৃশ পৰাক্ৰমশালী আৰু যশস্বী, সত্যবাদী, বৃহস্পতিসদৃশ মধুৰবক্তা, সৌভাগ্যশালী আৰু সাক্ষাৎ কন্দৰ্পৰ নিচিনা ৰূপবান। উপযুক্ত কথাতহে যেতিয়া তেওঁৰ ক্ৰোধ প্ৰকাশ পায় আৰু তেতিয়া শত্ৰুকুলক তেওঁ সম্পূৰ্ণৰূপে সংহাৰ কৰে, এই পৃথিৱীত তেওঁৱেই শ্ৰেষ্ঠ মহাৰথী। সেই মহাত্মাৰ ভুজচ্ছায়াকে আশ্ৰয় কৰি প্ৰাণীসমূহ বাচি থাকে। মৃগৰূপ ধৰি আশ্ৰমৰ পৰা ৰামক উলিয়াই নি বিজনে শূন্যমাৰ্গেদি আপোনাক হৰণ কৰি আনিছে সি তাৰ কামৰ ফল আপোনা-আপুনি ভোগ কৰিব। মহাবীৰ্য্যশালী যি ৰামচন্দ্ৰই যুদ্ধত তেওঁৰ ক্ৰোধপ্ৰযুক্ত অগ্নিসম উজ্জ্বল শৰ সমূহৰ দ্বাৰা ৰাৱণক বধ কৰিব, তেওঁৰে আদেশত দূত হিচাপে মই আপোনাৰ ওচৰত উপস্থিত হৈছোঁ।

৩৪—৩৬। আপোনাৰ বিয়োগত মৰ্ম্মাহত হৈ তেওঁ আপোনাৰ মঙ্গলবাতৰি সুধি পঠিয়াইছে। আৰু সুমিত্ৰানন্দ-বৰ্দ্ধন তেজস্বী মহাবাহু লক্ষ্মণেও নমস্কাৰ জনাই আপোনাৰ কুশলবাৰ্ত্তা সুধিছে। তাৰ উপৰিও হে দেবী, ৰামৰ সখা বান্দৰসকলৰ ৰজা কপিপ্ৰবৰ সুগ্ৰীবেও আপোনাৰ মঙ্গল বাতৰি সুধি পঠিয়াইছে। হে দেবী, সুগ্ৰীৱ আৰু লক্ষ্মণে সৈতে ৰামে সদায় আপোনাক স্মৰণ কৰি আছে।

৩৭—৩৮। ৰাক্ষসীবোৰৰ অধীনত থাকিও সৌভাগ্যক্ৰমে আপুনি এতিয়ালৈকে জীয়াই আছে। অতি সোনকালে কোটি কোটি বান্দৰৰ মাজত মহাৰথী ৰাম, লক্ষ্মণ আৰু সুগ্ৰীৱক আপুনি দেখা পাব। সেই সুগ্ৰীৱৰে মন্ত্ৰী, মোৰ নাম হনুমান।

৩৯। মহাসমুদ্ৰ পাৰ হৈ দুৰাত্মা ৰাৱণৰ মূৰত ভৰি দি এই লঙ্কানগৰীত প্ৰৱেশ কৰিছোঁ।

৪০। অকল পৰাক্ৰমৰ বলতে আপোনাক দেখা পাবলৈ বুলি আহি ইয়াত উপস্থিত হৈছোঁ। হে দেবী, আপুনি মোক যি বুলি ভাবিছে, মই সেইটো নহওঁ। আপুনি মনৰ শঙ্কা এৰি পেলাওক আৰু মই যি কওঁ তাক বিশ্বাস কৰক।

॥ ইতি চতুস্ত্ৰিংশ সৰ্গ সমাপ্ত ॥

# পঞ্চত্রিংশ সৰ্গ

## হনুমানৰ লগত সীতাৰ আলাপ (৩)।

১। বৈদেহীয়ে কপিশ্ৰেষ্ঠ হনুমানৰ পৰা এইদৰে ৰামৰ কথা শুনি অলপ সান্ত্বনা লাভ কৰাৰ পিচত মধুৰস্বৰে ক'লে—

২। "হে কপিপ্ৰবৰ, ৰামৰ লগত তোমাৰ ক'ত দেখা হ'ল আৰু লক্ষ্মণক তুমি কেনেকৈ লগ পালা, বান্দৰসকলৰ লগত নৰৰূপী তেওঁলোকৰ মিলন কেনেকৈ হ'ল মোক কোৱাঁ।

৩। ৰামৰ বিবোৰ চিহ্ন আৰু সেইদৰে লক্ষ্মণৰো সকলো চিহ্ন তুমি আকৌ এবাৰ মোক কোৱাঁ, যাতে শোকে মোক অভিভূত কৰিব নোৱাৰে।

৪। তেওঁৰ শৰীৰৰ গঠন আৰু ৰূপ কেনে মোক কোৱাঁ, তেওঁৰ উৰু আৰু বাহুযুগলৰ ৰূপো বৰ্ণনা কৰা আৰু সেইদৰে লক্ষ্মণৰ ৰূপৰ কথাও মোক কোৱাঁ।"

৫। বৈদেহীয়ে এইদৰে কোৱাত মৰুৎনন্দন হনুমানে যথাযথভাবে ৰামৰ ৰূপ বৰ্ণাব ধৰিলে।

৬-৭। "বৈদেহী। সৌভাগ্যক্ৰমে আপুনি মোক ৰামৰ দূত বুলি জানি যদি আপোনাৰ স্বামী আৰু লক্ষ্মণৰ শৰীৰৰ গঠন, ৰাম আৰু লক্ষ্মণৰ বিশেষ বিশেষ লক্ষণৰ কথা মোক সুধিছে, তেন্তে কওঁ শুনক।

৮। হে জনকাত্মজা, ৰামৰ চকুযুৰি পদ্মৰ পাহিৰ নিচিনা আৰু তেওঁৰ মুখখন পূৰ্ণিমাৰ জোনৰ নিচিনা; ৰূপ আৰু দাক্ষিণ্যাদি গুণসমূহ লৈয়ে তেওঁ জন্মগ্ৰহণ কৰিছে।

৯। তেওঁ আদিত্যসম তেজস্বী আৰু পৃথিৱীসম ক্ষমাশীল, বুদ্ধিত বৃহস্পতিসদৃশ আৰু যশস্যাত বাসৱ ইন্দ্ৰৰ সমান।

১০। তেওঁ আত্মীয়স্বজন আৰু জীৱলোকৰ ৰক্ষক; নিজ চৰিত্ৰ আৰু ধৰ্ম্মৰ ৰক্ষক।

১১। হে চাৰু ভাষিণী, ৰাম চাৰিও বৰ্ণৰ মানুহৰ কৰ্তব্য নিৰ্দ্ধাৰক আৰু ৰক্ষক আৰু পৃথিৱীবো প্ৰজন কৰোঁতা আৰু পালোতা।

১২। এই কাৰণেই জ্যোতিৰ্ম্ময় আদিত্যস্বৰূপ তেওঁ সকলোৰে পূজনীয়। তেওঁ ব্ৰহ্মচৰ্য্যব্ৰতত থাকি সাধুলোকক কোন সময়ত কিদৰে উপকাৰ কৰিব লাগে অথবা কোন কৰ্ম্ম কিদৰে প্ৰচাৰ কৰিব লাগে তাক জানে।

১৩। তেওঁ ৰাজনীতিজ্ঞ আৰু ব্ৰাহ্মণৰ উপাসক। তেওঁ জ্ঞানবান, সংস্বভাৱসম্পন্ন, বিনীত আৰু শত্ৰুসংহাৰক।

১৪। তেওঁ যজুৰ্ব্বেদ আদিত সুশিক্ষিত আৰু বেদজ্ঞসকলৰ দ্বাৰা পূজিত। যজুৰ্ব্বেদ আৰু বেদ-বেদাঙ্গাদিত তেওঁ সুপ্ৰতিষ্ঠিত।

১৫। তেওঁৰ স্কন্ধদেশ বিপুল (বৃহৎ আৰু স্থূল), বাহুযুগল সুদীৰ্ঘ, গ্ৰীবা কম্বুসদৃশ আৰু বদনমণ্ডল শোভনীয়, বাউসিকে আদি কৰি তেওঁৰ বুকুৰ হাৰ মঙহেৰে আবৃত আৰু নয়নযুগল ৰক্তিমাভ—জনসমাজত তেওঁ ৰাম নামে প্ৰখ্যাত।

১৬। তেওঁৰ স্বৰ দুন্দুভি স্বৰৰ নিচিনা গম্ভীৰ আৰু তেওঁৰ গাৰ বৰণ স্নিগ্ধ; তেওঁ মহাপ্ৰতাপী। তেওঁৰ সকলো অঙ্গ যথাস্থানত সুন্দৰভাবে স্থাপিত, য'ত যিদৰে হোৱা উচিত সেইদৰে দীঘল অথবা চুটি আৰু শ্যাম বৰণীয়া।

১৭-২০। তেওঁৰ উৰু, মণিবন্ধ আৰু হাতৰ মুঠি স্থিৰ আৰু দৃঢ়ভাবে সংগঠিত, ভ্ৰূ মুষ্ক (অণ্ডকোষ) আৰু বাহু লম্বিত, কেশাগ্ৰ, বৃষণ (অণ্ডকোষ) আৰু জানু সমান, নাভিৰ অভ্যন্তৰ, কুক্ষি (পেট) আৰু বুকু উন্নত, চকুৰ কোণ, নখ, হাত আৰু ভৰিৰ তলুৱা তাম বৰণৰ, পাদৰেখা, চুলি আৰু লিঙ্গভাগ নাহী আৰু নিমজ স্বৰ, গতি আৰু নাভিপ্ৰদেশ সুগম্ভীৰ, উদৰস্থল আৰু কণ্ঠ উভয়ে ত্ৰিৰেখাবিশিষ্ট ভৰিৰ তলুৱাৰ মাজভাগ, ভৰিৰ ৰেখা, চুচুক (স্তনৰ আগ) সমানভাবে তললৈ হলা, তেওঁৰ গ্ৰীৱা জননেন্দ্ৰিয়, পিঠি আৰু জঙ্ঘাপ্ৰদেশ চুটি; শিৰোভাগত তিনিটা আবৰ্ত্ত (খাল অৰ্থাৎ কিঞ্চিৎ তললৈ নমা), হাতৰ বুঢ়া আঙুলিৰ তলত চাৰিও বেদত পাৰদৰ্শিতা লাভ কৰা চাৰিটি ৰেখা, কপালত চাৰি ৰেখা, তেওঁৰ শৰীৰ চাৰিহাত পৰিমাণ ওখ বাহু যুগল, উৰুদ্বয় আৰু উভয় গণ্ডস্থল সমান সমান জোখৰ, ভ্ৰূ, নাসাৰন্ধ্ৰ, চকু, কাণ, ওঁঠ চুচুক, কিলাকুটি মণিবন্ধ, জানু, অণ্ডকোষ, ভগিনা, হাত, ভৰি, নিতম্ব, এই সকলো অঙ্গ পৰস্পৰে সমান আকৃতিৰ, তেওঁৰ দাঁতৰ পাৰীৰ দুয়োকাষে শাস্ত্ৰোক্ত শুভ-লক্ষণযুক্ত চাৰিটাকৈ দাঁত, তেওঁৰ গমন সিংহ, শাৰ্দ্দূল, গজ অথবা বৃষভসদৃশ, তেওঁৰ ওঁঠদ্বয় বিম্বফলৰ নিচিনা ৰঙা আৰু মাংসল, হনু প্ৰশস্ত আৰু মাংসপেশীৰে আবৃত, নাক দীঘল। তেওঁৰ বাক্য, মুখ, নখ, লোমৰাজি আৰু গাৰ ছাল কোমল আৰু মিহি, তেওঁৰ বাহুযুগল, হাতৰ আঙুলি জঙ্ঘা আৰু উৰুযুগল সুদীৰ্ঘ, তেওঁৰ মুখ, চকু, বদনবিবৰ, জিহ্বা, ওঁঠ, তালু স্তন নখ, কৰ আৰু পাদ পদ্মৰ আকৃতি বিশিষ্ট, তেওঁৰ বুকু, মুৰ, কপাল, ডিঙি, বাহু, কান্ধ নাভি ভৰি, পিঠি আৰু কাণ বিশাল, আৰু সকলোবোৰ শ্ৰী, যশস্যা আৰু তেজস্বিতাৰে পৰিপূৰ্ণ; তেওঁৰ পিতৃকুল আৰু মাতৃকুল উভয়ে বিশুদ্ধ আৰু পবিত্ৰ, কাষলতি, পেট, বক্ষ, নাসিকা, কান্ধ, ললাট এই ছয় উন্নত, আঙুলিৰ পাৰ, চুলি, লোম, নখ, ছাল আৰু অণ্ডকোষ নাহী আৰু সূক্ষ্ম; স্মৃতি, দৃষ্টিশক্তি আৰু বুদ্ধি অতি সূক্ষ্ম। সময়ত যথোচিত কামৰ দ্বাৰা ধৰ্ম, অৰ্থ আৰু কাম এই ত্ৰিবৰ্গ সাধনত তেওঁ সদায় ৰত।

২১। শ্ৰীমান ৰামচন্দ্ৰ সত্যধৰ্ম্মৰত, ধন, বল আদিৰ সংগ্ৰাহক আৰু তাৰ সহায়েৰে প্ৰজাৰক্ষক; দেশ আৰু কালভেদে কৰ্ম্মতৎপৰ আৰু সৰ্ব্বজন প্ৰিয়ৱাদী।

২২। তেওঁৰ বৈমাত্ৰ ভায়েক স্থমিত্ৰানন্দন লক্ষ্মণ অসীম শক্তিসম্পন্ন, ভ্ৰাতৃস্নেহ, ৰূপ আৰু গুণত তেওঁৰে সমান।

২৩। লক্ষ্মণৰ শৰীৰৰ ৰূপ সোণ বৰণৰ; মহাযশস্বী শ্ৰীৰাম শ্যামৰ বৰণ শ্যামল। নৰশ্ৰেষ্ঠ এই দুয়োজনে আপোনাক দেখা পাবলৈ আগ্ৰহেৰে বাট চাই আছে।

২৪-২৫। সমগ্র ভূভাগত আপোনাক বিচাৰি বিচাৰি তেওঁলোক দুয়োজন আহি আমাৰ লগ হ'ল। আপোনাকে বিচাৰি আহি কৱন্ধৰ দ্বাৰা নির্দ্ধাসিত পণ্ডৰাজ সুগ্রীবক তেওঁলোকে লগ পায়।

২৬। প্ৰিয়দৰ্শন সুগ্রীবে তেওঁৰ ককায়েকৰ ভয়ত ঋষ্যমূক পর্ব্বতৰ গছৰ তলত বহি আছিল। ককায়েকে ৰাজ্যৰপৰা খেদি দিয়াৰ পিচত আমি সত্যপ্রতিজ্ঞ সেই কপিৰাজ সুগ্রীবক পৰিচৰ্য্যা কৰি আছিলোঁ।

২৭। তাৰ পিচত কপিপ্ৰবৰ সুগ্রীবে চীৰবসন পিন্ধা, হাতত ধনুশৰ লৈ অহা নৰশ্ৰেষ্ঠ এই দুজনাক দেখি ভয়তে আকুল হৈ জাপ মাৰি পৰ্ব্বতৰ শিখৰপ্ৰদেশত উপনীত হ'ল গৈ।

২৮-৩১। পৰ্ব্বতৰ শৃঙ্গত বহি লৈ বান্দৰৰাজে লৰালৰিকৈ মোক তেওঁলোক দুজনাৰ ওচৰলৈ পঠিয়াই দিয়ে। তেওঁলোকৰ পৰা সকলো কথা বুজি লৈ মই পৰম আনন্দে তেওঁলোক দুজনাক পিঠিত তুলি সেই ঠাইলৈ লৈ আহিলোঁ আৰু মহাত্মা সুগ্রীবক সকলো কথা জনাই তেওঁলোক দুজনাক উপস্থিত কৰিলোঁ।

৩২-৪১। দুয়োজনাৰ ভিতৰত কথা-বতৰা হৈ পৰস্পৰে পৰম আনন্দ লাভ কৰিলে। তাৰ পিচত বান্দৰৰাজ সুগ্রীব আৰু নৰশ্ৰেষ্ঠ ৰাম উভয়ে নিজৰ পূৰ্ব্ববৃত্তান্তৰ বিষয়ে আলোচনা কৰি দুয়ো দুয়োকো আশ্বাস দিলে। তেতিয়া লক্ষ্মণাগ্রজ ৰামচন্দ্ৰই সুগ্রীবক, তেওঁৰ মহিষীৰ কাৰণে অধিক বলশালী তেওঁৰ ককায়েক বালীয়ে খেদি দিয়া দেখি সান্ত্বনা-পূর্ণ কথাৰে তেওঁক আশ্বাস দিলে। তাৰ পিচত আপোনাক অপহৰণ কৰি অনাৰ কাৰণে অক্লান্তকৰ্ম্মা ৰামচন্দ্ৰই যি শোক পাই আছে, লক্ষ্মণে সেই সকলো কথা বান্দৰৰাজ সুগ্রীবৰ ওচৰত নিবেদন কৰিলে। বান্দৰৰাজ সুগ্রীবে লক্ষ্মণৰ কথাবোৰ শুনি ৰাহুগ্ৰস্ত সূৰ্য্য নিষ্প্ৰভ হোৱাৰ নিচিনাকৈ সুগ্ৰীৱৰ মুখ শেঁতা পৰিল। তাৰ পিচত, হে দেবী, ৰাক্ষসে আপোনাক হৰণ কৰি অনাৰ সময়ত আপোনাৰ অঙ্গৰ শোভা বঢ়াই থকা আপুনি আকাশৰ পৰা তললৈ পেলোৱা আপোনাৰ অলঙ্কাৰবোৰ বান্দৰসকলৰ অধিপতি সকলে আনন্দেৰে আনি ৰামক দেখুৱালে। কিন্তু সেই সময়ত আপোনাক কোন পিনে লৈ গ'ল তেওঁলোকে ধৰিব নোৱাৰিলে। এই অলঙ্কাৰবোৰ সশব্দে মাটিত ছেদেলি-ভেদেলি হৈ পৰা দেখি সেইবোৰ প্ৰথমতে ময়ে সংগ্ৰহ কৰি আনো। ধুনীয়া ধুনীয়া অলঙ্কাৰবোৰ কোলাত লৈ দেবদ্যুতিসম্পন্ন শ্ৰীৰামচন্দ্ৰ মূৰ্চ্ছাপ্ৰায় হ'ল আৰু শোকতে আকুল হৈ নানাপ্ৰকাৰে বিলাপ কৰিব ধৰিলে। এই অলঙ্কাৰে দাশৰথি ৰামচন্দ্ৰৰ শোকাগ্নি জ্বলাই তুলিলে।

৪১। মহাত্মা ৰামচন্দ্ৰই দুঃখতে আকুল হৈ বহুত সময় মাটিত পৰি থকাৰ পিচত মই নানান প্ৰবোধ দি অতি কষ্টে তেওঁক তুলি বহালোঁ।

৪২। তেতিয়া লক্ষ্মণে সৈতে মহামূল্য সেই অলঙ্কাৰবোৰৰ কালে বাৰে বাৰে চাই শেহত সুগ্রীবৰ হাতত সেইবোৰ সমৰ্পণ কৰিলে।

৪৩। হে আৰ্য্যে, আপোনাক নেদেখি ৰাঘৱ ৰামচন্দ্ৰ দাবাগ্নিত প্ৰজ্বলিত অগ্নি-পৰ্ব্বতৰ নিচিনা দেই পুৰি মৰিব ধৰিছে।

৪৪। অগ্নিয়ে অগ্নিকুণ্ডক উত্তপ্ত কৰাৰ নিচিনাকৈ হে দেৱী, আপোনাৰ কাৰণে শোক, চিন্তা আৰু অনিদ্ৰাই ৰামৰ ৰামকো পৰিতপ্ত কৰিব ধৰিছে।

৪৫। প্ৰবল ভূমিকম্পত কঁপি উঠা মহান পৰ্ব্বতৰ দৰে আপোনাক দেখা নোপোৱা শোকতে ৰামো কম্পিত হব ধৰিছে।

৪৬। হে ৰাজ-নন্দিনী, আপোনাক নেদেখি সুৰম্য কানন নদী নিজৰা আদি ঘুৰি ফুৰিও তেওঁ মনত কোনো সুখ পাব পৰা নাই।

৪৭। হে জনকনন্দিনী, নৰশ্ৰেষ্ঠ সেই ৰামৰে মিত্ৰ-বন্ধু-বান্ধৱে সৈতে ৰাৱণক বধ কৰি অতি শীঘ্ৰে আপোনাক উদ্ধাৰ কৰিব।

৪৮। এই কাৰণেই ৰাম আৰু সুগ্ৰীব উভয়ে সখ্যভাৱত আবদ্ধ হৈ বালীক বধ আৰু আপোনাক অন্বেষণ এই দুয়োটা কাম সম্পাদন কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হয়।

৪৯। সেই অনুসৰি বীৰকুমাৰ দুজনাই কিষ্কিন্ধালৈ গৈ যুদ্ধত বালীক বধ কৰে।

৫০। শ্ৰীৰামচন্দ্ৰই নিজ শক্তিৰ বলত যুদ্ধত বালীক বধ কৰি সকলো ঋক্ষ আৰু বান্দৰকুলৰ ওপৰত সুগ্ৰীবক ৰজা পাতিলে।

৫১। হে দেৱী, এইদৰে ৰাম আৰু সুগ্ৰীবৰ ভিতৰৰ ঐক্য স্থাপন হ'ল। আৰু মোক তেওঁলোকৰ দূত হিচাপে আপোনাৰ সম্মুখত উপস্থিত হনুমান বুলি জানিব।

৫২। সুগ্ৰীৱে নিজ ৰাজ্য পাই নিজৰ মহাবলশালী কপি-সৈন্যসমূহক সংগ্ৰহ কৰি দশোদিশে পঠিয়াই দিছে।

৫৩। বান্দৰৰাজ সুগ্ৰীবৰ আদেশ পাই পৰ্ব্বতাকাৰ মহাবীৰ্য্যশালী বান্দৰবোৰ চাৰিওফালে গৈছে।

৫৪। সুগ্ৰীবৰ আদেশ পাই সমস্ত বান্দৰবোৰে আপোনাক বিচাৰি সমগ্ৰ জগততে ঘুৰি ফুৰিব ধৰিছে। সেই বান্দৰবোৰৰ ভিতৰত আমিও এজন।

৫৫। বালীপুত্ৰ কপিশ্ৰেষ্ঠ মহাবলশালী ঐশ্বৰ্য্যশালী অঙ্গদে তিনিভাগ সৈন্য লৈ আপোনাক বিচাৰি ওলাই আহিছে।

৫৬। পৰ্ব্বতশ্ৰেষ্ঠ বিন্ধ্যগিৰিৰ গাঁত এটাত সোমাই আমি পথ হেৰুৱাওঁ আৰু তাতে চিন্তা আৰু দুখ কৰি থাকোতে আমাৰ বহুত দিন অতিবাহিত হ'ল।

৫৭। তেনে অৱস্থাত আমি নিৰাশ হৈ সময় অতীত হৈ যোৱাৰ কাৰণে বান্দৰ-ৰাজ সুগ্ৰীৱৰ ভয়ত প্ৰাণত্যাগ কৰিবলৈ সংকল্প কৰিলোঁ।

৫৮। আমি গিৰিদুৰ্গ, নদী, নিজৰা আদিত বিচাৰিও ক'তো আপোনাৰ পদচিহ্ন দেখা নাপাই প্ৰাণ বিসৰ্জ্জন দিয়াকে স্থিৰ কৰিলোঁ।

৫৯—৬২। সেই উদ্দেশ্যে পৰ্ব্বতৰ শিখৰত আমি অনশন ব্ৰত আৰম্ভ কৰিলোঁ। হে বৈদেহী, আমাক এইদৰে অনশনব্ৰত লোৱা দেখি অঙ্গদ শোকেদুখে ম্ৰিয়মান হ'ল। তেতিয়া আপোনাক বিচাৰি নোপোৱা, বালীৰ বধ, আমাৰ অনশন ব্ৰত, জটায়ুৰ মৰণ আদি ঘটনাবোৰ বৰ্ণাই অঙ্গদে বিলাপ কৰিব ধৰিলে। ঠিক এনেসময়তে ৰাজ-আজ্ঞামতে কাম সাধিব নোৱাৰাত মৃতপ্ৰায় অৱস্থাপ্ৰাপ্ত আমাৰ কাৰ্য্যসিদ্ধিৰ অৰ্থেহে যেন গৃধ্ৰৰাজ

জটায়ুৰ সহোদৰ সম্পাতি নামে মহাবীৰ্য্যশালী প্ৰকাণ্ড এক গৃধ্ৰৰাজ আছি তাত উপস্থিত হ'ল।

৬৩। তেওঁ তেওঁৰ ভ্ৰাতা জটায়ুৰ বধৰ কথা শুনি খঙতে এইদৰে কৈ উঠিল—"যি জনে মোৰ কনিষ্ঠ ভ্ৰাতা জটায়ুক বধ কৰিলে সি কোন ?

৬৪—৬৭। আৰু তেওঁক বধ কৰিলে ক'ত ? হে শ্ৰেষ্ঠ বান্দৰসকল, তোমালোকে মোক সকলো কথা কোৱা, জানিবলৈ মোৰ বৰ ইচ্ছা হৈছে।" তেতিয়া অঙ্গদে আপোনাৰ কাৰণে জনস্থানত ভীষণ মূৰ্ত্তিৰ ৰাক্ষসৰ হাতত জটায়ুৰ মৃত্যুৰ বিৱৰণ যথাযথ ভাবে বৰ্ণনা কৰিলে। অৰুণ-নন্দন সম্পাতিয়ে জটায়ুৰ বধৰ কথা শুনি পৰম দুখিত হ'ল আৰু আপুনি ৰাৱণৰ বাসস্থানত থকাৰ কথা আমাক কলে। সম্পাতিৰ পৰা আনন্দবৰ্দ্ধক এই কথা শুনি অঙ্গদ প্ৰমুখ্যে আমি বান্দৰবৰ্গ বিন্ধ্যপৰ্ব্বত এৰি সমুদ্ৰৰ মনোৰম কুলত উপস্থিত হলোঁহি।

৬৮। আপোনাক দেখা পাম এই উৎসাহতে অঙ্গদ প্ৰমুখ্যে বান্দৰবোৰে পৰম হৃষ্টচিত্তে সমুদ্ৰৰ তীৰত উপস্থিত হ'লহি।

৬৯—৭০। ভীমকায় বান্দৰবোৰে আপোনাক দেখা পাবলৈ উৎসুক, কিন্তু সাগৰৰ পাৰলৈ আহি তেওঁলোক পুন' চিন্তান্বিত হ'ল; তেতিয়া মই তেওঁলোকৰ দুখ দেখি তেওঁলোকৰ মনৰ ভয় আঁতৰ কৰিবলৈ শ যোজন বিস্তীৰ্ণ সমুদ্ৰ জাপমাৰি পাৰ হলোঁ আৰু ৰাতিৰ ভিতৰতে ৰাক্ষসপৰিপূৰ্ণ লঙ্কাত প্ৰবেশ কৰিলোঁ।

৭১। ৰাৱণক দেখা পালোঁ আৰু শোকাতুৰা আপোনাকো দেখিলোঁ। হে অনিন্দ্য-সুন্দৰী সীতে, এতিয়ালৈ যিবোৰ ঘটনা হৈ গৈছে সেই সকলো আপোনাক কলোঁ।

৭২। হে দেৱী, মই দশৰথ-পুত্ৰ ৰামৰ দূত, আপুনি মোৰ লগত কথা পাতক। ৰামৰ কাৰণেই মোৰ এই উদ্যোগ আৰু আপোনাৰ কাৰণেই মই ইয়ালৈ আহিছোঁ।

৭৩। মোক সুগ্ৰীৱৰ মন্ত্ৰী আৰু পৱননন্দন হনুমান বুলি জানিব। অস্ত্ৰধাৰীসকলৰ অগ্ৰগণ্য আপোনাৰ কাকুৎস্থ ৰাম মঙ্গলে আছে।

৭৪। শুভলক্ষণ লক্ষ্মণ গুৰুজনৰ আৰাধনাতে ৰত হৈ থাকি আপোনাৰ বীৰ্য্যবান স্বামীৰ হিত সাধনত নিযুক্ত আছে।

৭৫—৭৭। হে দেৱী, সুগ্ৰীৱৰ আদেশমতে মই অকলে এই ঠাইত উপস্থিত হৈছোঁহি আৰু ইচ্ছামতে ৰূপ লব পাৰো বুলিয়ে অকলে ইয়াত বিচৰণ কৰি ঘূৰিব পাৰিছোঁ। বান্দৰসৈন্যবোৰে আপোনাক নেদেখি শোকত আতুৰ হৈ আছে; এতিয়া ভাগ্যক্ৰমে আপোনাক লগ পালোঁ যেতিয়া মই তেওঁলোকৰ শোক দূৰ কৰিব পাৰিম। মোৰ সৌভাগ্য-ক্ৰমে এই সমুদ্ৰলঙ্ঘন বিফলে নগ'ল।

৭৮—৭৯ হে দেৱী, আপোনাক দেখা পোৱাৰ কাৰণে মোৰ বিপুল যশতো লাভ হব আৰু মহাবীৰ্য্যশালী ৰামচন্দ্ৰয়ো ৰাৱণক তাৰ পুত্ৰ, বন্ধুবান্ধৱসকলৰ সৈতে বধ কৰি আপোনাক লাভ কৰিব।

৭৯—৮০। হে বৈদেহী, মাল্যবান নামে এখন শ্ৰেষ্ঠ পৰ্ব্বত আছে। মোৰ পিতৃয়েৰ কেশৰীনামে কপিপ্ৰবৰে তাৰপৰা গোকৰ্ণ পৰ্ব্বতলৈ গৈ দেৱতা আৰু ঋষিসকলৰ নিৰ্দ্দেশমতে

নদীপতিত পুণ্য তীৰ্থস্থানৰ শম্বসাদন নামৰ অসুৰকে বধ কৰে।

৮১। মৈথিলী, সেই কপিপ্ৰবৰৰ ভাৰ্য্যাত বায়ুদেৱতাৰ ঔৰসত মোৰ জন্ম আৰু নিজ কৰ্ম্মৰ শক্তিগুণত জগতত হনুমান নামে জনাজাত হৈছোঁ।

৮২। হে বৈদেহী, আপোনাক প্ৰত্যয় কথাবলৈ আপোনাৰ স্বামীৰ গুণাৱলী মই কীৰ্ত্তন কৰিলোঁ। আপুনি নিশ্চয়কৈ জানিব, অতি শীঘ্ৰে ৰঘুনন্দন যাযে আপোনাক ইয়াৰ উদ্ধাৰ কৰি লৈ যাব।

৮৩। নানা যুক্তি-তৰ্কৰ দ্বাৰা সীতা দেৱীৰ মনত বিশ্বাস উপজাত ৰামৰ বিশেষ বিশেষ লক্ষণৰ বৰ্ণনাৰ পৰা তেওঁ হনুমানক ৰামৰ দূত বুলি জানিলে।

৮৪। তেতিয়া তেওঁৰ মনত অনুপম আনন্দই দেখা দিলে আৰু বক্ৰপক্ষ্মযুক্ত চকুযুৰিত আনন্দাশ্ৰু বৰবলৈ ধৰিলে।

৮৫। তেওঁৰ আৰক্তিম শুভ্ৰনেত্ৰপৰিশোভিত বদনমণ্ডলে ৰাহুমুক্ত চন্দ্ৰৰ নিচিনা শোভা ধাৰণ কৰিলে।

৮৬। তেওঁৰ বিশ্বাস হ'ল যে সন্মুখত উপস্থিত কপিপ্ৰবৰ হনুমান ভিন্ন আন কোনো নহয়। তাৰ পিচত হনুমানে চাৰুবদনা সীতাক উদ্দেশ্য কৰি কবলৈ ধৰিলে,

৮৭। "মৈথিলী, মই সকলোখিনি কথা আপোনাক নিবেদন কৰিলোঁ, আপুনি আশ্বস্ত হওক। এতিয়া মই কি কৰা উচিত আৰু আপোনাৰ অভিৰুচিয়ে বা কি মোক কওক, মই শ্ৰীৰামচন্দ্ৰৰ ওচৰলৈ যাম।

৮৮। মৈথিলী, মহৰ্ষিসকলৰ উদ্দপনিত কপিপ্ৰবৰ কেশৰীয়ে শম্বসাদন অসুৰক বধ কৰাত, বায়ুদেৱতাৰ প্ৰভাৱত বানৰৰূপে জন্ম হয় আৰু শক্তিতো মই তেওঁৰে (বায়ুদেৱতাৰে) সমান।"

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত পঞ্চত্ৰিংশ সৰ্গ সমাপ্ত ॥

# ষট্‌ত্রিংশ সর্গ

## সীতা-হনুমান সংবাদ

১। পবনাত্মজ মহাতেজস্বী হনুমানে জানকীৰ মনত বিশ্বাস জন্মাবলৈ পুনঃ বিনীত হৈ মধুৰ কথাৰে কবলৈ ধৰিলে,

২। "হে দেবী, মই সামান্য বান্দৰ, ধীমান ৰামচন্দ্ৰৰ মহাভাগ্যবান দূত। ৰামনাম অঙ্কিত এই আঙঠীটো লওক।

৩। আপোনাৰ প্ৰত্যয় জন্মাবলৈ মহাত্মা ৰামচন্দ্ৰই দিয়া এই আঙঠীটো মই লৈ আহিছোঁ। আপুনি আশ্বস্ত হওক, আপোনাৰ মঙ্গল হওক, আপোনাৰ দুখৰ কাল শেষ হৈ আহিছে।"

৪। স্বামীৰ আঙুলি শোভা কৰি থকা আঙুঠীটো হাতত লৈ বাৰে বাৰে তালৈ চাই জানকীয়ে তেওঁৰ স্বামীৰ সঙ্গ লাভ কৰা যেন ভাবি পৰম আনন্দ লাভ কৰিলে।

৫। তেওঁৰ আৰক্তিম শুক্লনয়নমণ্ডিত ধুনীয়া মুখমণ্ডল আনন্দতে উৎফুল্ল হৈ ৰাহুমুক্ত চন্দ্ৰৰ নিচিনা শোভা ধাৰণ কৰিলে।

৬। আঙঠীটো দেখাৰ লগে লগে সন্মুখতে স্বামীৰ উপস্থিতি অনুভৱ কৰাত স্ত্ৰীসুলভ লজ্জাই তেওঁক আগুৰি ধৰিলে। স্বামীৰ বাতৰি পাই তেওঁৰ অন্তৰ আনন্দতে ভৰি পৰিল। এইদৰে সকলোকালৰ পৰা সন্তোষ লাভ কৰি মহাকপি হনুমানক সাদৰে প্ৰশংসা কৰিব ধৰিলে।

৭। "হে কপিপ্ৰবৰ, যিহেতু অকলে আহি তুমি এই ৰাক্ষসৰ দেশত সোমাব পাৰিছা, এতেকে তুমি পৰাক্ৰমশালী, সমৰ্থবান আৰু জ্ঞানী—এইটো নিশ্চয়।

৮। তোমাৰ প্ৰশংসনীয় এই লঙ্ঘনৰ দ্বাৰা, মকৰাদি প্ৰাণীবোৰৰ আবাস ভূমি শতযোজন বিস্তীৰ্ণ এই সমুদ্ৰকো তুমি গৰুৰ খোজ এটাৰ নিচিনা কৰিলা।

৯। হে বান্দৰ শ্ৰেষ্ঠ, তোমাক মই সাধাৰণ বান্দৰ বুলি ভাবিব নোৱাৰোঁ, যিহেতু এই মহাসমুদ্ৰ আৰু ৰাৱণক দেখি তোমাৰ মনত অকণো ভয় বা ত্ৰাসৰ কাৰণ উপস্থিত হোৱা নাই।

১০। হে কপিশ্ৰেষ্ঠ, যিহেতু বিশুদ্ধাত্মা ৰামে তোমাক পঠিয়াইছে গতিকে মোৰ লগত তুমি ভালদৰে কথা-বতৰা পাতিব পাৰা।

১১। দুৰ্দ্ধৰ্ষ ৰামে পৰীক্ষা নকৰাকৈ অথবা তোমাৰ পৰাক্ৰমৰ বিষয়ে একো নজনাকৈ তোমাক পঠিওৱা নাই, বিশেষকৈ মোৰ ওচৰলৈ।

১২। সত্যপ্ৰতিজ্ঞ ধৰ্মাত্মা ৰাম আৰু সুমিত্ৰানন্দ-বৰ্দ্ধন মহাতেজস্বী লক্ষ্মণ যে কুশলে আছে, সেয়ে মোৰ পৰম সৌভাগ্য।

১৩। কাকুৎস্থ ৰাম যদি কুশলে আছে তেন্তে যুগান্তকালৰ অগ্নিৰ নিচিনা তেওঁৰ ক্রোধৰ দ্বাৰা সাগৰে বেৰি থকা এই মহীতল তেওঁ পুৰি পেলোৱা নাই কিয় ?

১৪। তেওঁলোক দুয়োজন শক্তিমন্ত, আনকি দেবতাসকলক দণ্ডবিধান কৰাৰ ক্ষমতাও তেওঁলোকৰ আছে। তথাপিতো মই এই অৱস্থাত পৰি থাকিব লগা হোৱাত বুজিব পাৰিছোঁ, মই ভুগিব লগা দুখৰ অৱসান এতিয়াও ঘটা নাই।

১৫। ৰামৰ শাৰীৰিক কোনো দুখ ব্যথা অথবা মানসিক কোনো পৰিতাপৰ কাৰণ হোৱা নাইতো ? পুৰুষোত্তম ৰামে মোক উদ্ধাৰ কৰিবলৈ কৰিব লগীয়া যি যি কাম আছে সেইবোৰ কৰিবলৈ সাজু হৈছে নে ?

১৬। তেওঁৰ মনত দৈন্য অথবা ভ্রান্তিমূলক কোনো চিন্তাই ঠাই পোৱা নাইতো আৰু কৰ্ম্মপদ্ধতিতো কোনো ভুল-ভ্রান্তিয়ে দেখা দিয়া নাইতো ? সেই ৰাজপুত্ৰই এই ক্ষেত্ৰত পুৰুষোচিত কৰিব লগীয়া কাৰ্য্যবোৰ কৰি আছে নে ?

১৭। পৰন্তপ ৰামচন্দ্ৰই জয়লাভৰ বাবে ইচ্ছুক হৈ তেওঁৰ মিত্ৰৰ প্ৰতি সাম, দান আৰু শত্ৰুৰ প্ৰতি ভেদ, দণ্ড আদি উপায়সমূহ ভিনে ভিনে ( দুই বা তিনি ভাগত বিভক্ত কৰি ) প্ৰয়োগ কৰিছেনে ?

১৮। তেওঁ মিত্ৰপক্ষ সংগ্ৰহ কৰিব পাৰিছেনে অথবা আনে তেওঁৰ লগত মিত্ৰতা বিচাৰি তেওঁৰ ওচৰ চাপিছেনে ? মিত্ৰবৰ্গই তেওঁৰ প্ৰতি আৰু তেওঁ মিত্ৰবৰ্গৰ প্ৰতি কল্যাণকৰ আৰু আদৰ-প্ৰীতিৰ ভাব ৰাখি আছেনে ?

১৯। পাৰ্থিবনন্দন ৰামচন্দ্ৰই অনুগ্ৰহ বিচাৰি দেবতাসকলক প্ৰাৰ্থনা জনাই আছেনে আৰু পুৰুষাকাৰ আৰু দৈব উভয়কে মানি চলিছে নে ?

২০। মই দূৰত আছোঁ বুলি মোলৈ তেওঁৰ স্নেহৰ অভাৱ হোৱা নাইতো ? মোক এই বিপদৰ পৰা তেওঁ উদ্ধাৰ কৰিব নে ?

২১। ৰাম সদায় সুখতেই লালিত-পালিত, দুখ তেওঁৰ পক্ষে অসহনীয়; এনেস্থলত পিচত কেবল দুখ ভোগ কৰি থাকি তেওঁ অৱসন্ন হোৱা নাইতো ?

২২। কৌশল্যা, সুমিত্ৰা আৰু ভৰতৰ মঙ্গল বাতৰি তেওঁ সঘনে পাই আছেনে ?

২৩। অকল মোৰ কাৰণে শোক কৰি থাকি পৰম পূজনীয় ৰামচন্দ্ৰই কামৰ প্ৰতি অন্যমনস্ক হোৱা নাইতো ? তেওঁ মোক সঁচাকৈয়ে উদ্ধাৰ কৰিব নে ?

২৪। মোৰ কাৰণে ভ্ৰাতৃবৎসল ভৰতে ধ্বজ-পতাকাৰে শোভিত আৰু মন্ত্ৰীবৰ্গৰ দ্বাৰা সুৰক্ষিত ভয়ঙ্কৰ এক অক্ষৌহিণী সেনা পঠাব নে ?

২৫। হে বানৰাধিপতি, মোৰ কাৰণে শ্ৰীমান সুগ্ৰীৱ দন্ত-নখাদি অস্ত্ৰবিশিষ্ট কপিসৈন্যৰ দ্বাৰা পৰিবৃত হৈ যুদ্ধ কৰিবলৈ আহিব নে ?

২৬। সুমিত্ৰানন্দবৰ্দ্ধন অস্ত্ৰবিদ্ বীৰ লক্ষ্মণে তেওঁৰ শৰজালেৰে ৰাক্ষসবোৰক ধ্বংস কৰিব নে ?

২৭। আহা ! ৰামৰ ৰুদ্ৰমূৰ্ত্তি শৰৰ আঘাতত সুহৃদবৰ্গৰ সৈতে ৰাৱণক অলপ কালৰ ভিতৰতে যুদ্ধত নিহত হোৱা দেখিম নে ?

২৮। পানী শুকাই গলে ব'দৰ তাপত পদুম ফুল যিদৰে শুকাই যায়, মোৰ অবিহনে শোক আৰু দুখতে তেওঁৰ পদ্মগন্ধি স্বৰ্ণাভ মুখমণ্ডল শুকাই যোৱা নাই নে?

২৯। ধৰ্ম্মৰ উদ্দেশ্য কৰি নিজ ৰাজ্য এৰি মোক লগত লৈ পদব্ৰজে বনত প্ৰবেশ কৰাতো কোনো ভয় বা দুখে তেওঁক অভিভূত কৰিবপৰা নাছিল, কিন্তু এতিয়া তেওঁ সেই ধৈৰ্য্য ধৰি থাকিব পাৰিছে নে?

৩০। হে দূত, তেওঁৰ মনত তেওঁৰ মাতা, পিতা বা আন কোনোজন মোতকৈ অধিক অথবা মোৰ সমান স্নেহৰ পাত্ৰ নহয়, এতেকে যেতিয়ালৈকে মই শুনো যে মই মোৰ প্ৰিয়জনৰ স্নেহৰ পাত্ৰী হৈয়ে আছোঁ, তেতিয়ালৈকেহে জীয়াই থকাৰ মোৰ ইচ্ছা।"

৩১। সীতাদেবীয়ে মধুৰ কথাৰে মহান তত্বপূৰ্ণ এই কথা কপিপ্ৰবৰক কোৱাৰ পিচত, পুন: ৰামবিষয়ক চিন্তাপহাৰক মধুৰ কথা শুনিবলৈ তেওঁ কথাকোৱাৰ পৰা ক্ষান্ত হ'ল।

৩২। সীতাৰ কথা শুনি ভীমপৰাক্ৰমশালী পবননন্দন হনুমানে তেওঁৰ হাত যোৰ কৰি কবলৈ ধৰিলে,

৩৩। "দেবী, কমললোচন ৰামে নাজানে যে আপুনি ইয়াত আছে, সেই কাৰণে ইন্দ্ৰই শচীক উদ্ধাৰ কৰাদি আপোনাক উদ্ধাৰ কৰি নিব পৰা নাই।

৩৪। এতিয়া মোৰ পৰা এই বাতৰি পোৱাৰ লগে লগে ভালুক আৰু বান্দৰ সৈন্য লগত লৈ অতি সোনকালে ইয়ালৈ আহিব।

৩৫। শৰজালৰ দ্বাৰা দু:সাধ্য এই মহা সমুদ্ৰকো বান্ধি কাকুৎস্থ ৰামে লঙ্কা ৰাক্ষসশূন্য কৰিব।

৩৬। এই কাম সাধনত স্বয়ং মৃত্যু অথবা মহা অসুৰবোৰেও যদি বিঘিনি ঘটায় তেওঁ সিইঁতকো সংহাৰ কৰিব।

৩৭। হে আৰ্য্যে, ৰামৰ অন্তৰ আপোনাক দেখা নোপোৱা শোকতে পৰিপূৰ্ণ আৰু এই কাৰণে সিংহৰ দ্বাৰা আক্ৰান্ত হাতীৰ নিচিনা তেওঁ মনত কোনো সুখকে পাব পৰা নাই।

৩৮—৩৯। দেবী, মন্দৰ, মলয়, বিন্ধ্য, দুৰ্দ্দুৰ আদি পৰ্ব্বত আৰু ফল-মূল আদি মোৰ ভক্ষ্য বস্তুৰ নামত শপত খাই কৈছো যে আপুনি অতিশীঘ্ৰে সুন্দৰ নয়নবিশিষ্ট, বিম্বোষ্ঠ শোভিত চাৰুকুণ্ডল মণ্ডিত উদিত পূৰ্ণচন্দ্ৰৰ নিচিনা ৰামচন্দ্ৰৰ মনোমোহা মুখ দেখা পাব।

৪০। বৈদেহী, অতিশীঘ্ৰে আপুনি প্ৰস্ৰবণ পৰ্ব্বতৰ শিখৰ প্ৰদেশত ঐৰাবত হাতীৰ ওপৰত উঠি থকা ইন্দ্ৰ সদৃশ ৰামক দেখা পাব।

৪১। ৰামে মাংসভোজন অথবা মধুপান নকৰে, দিনৰ পঞ্চম ভাগত সায়াহ্ন কালত শাস্ত্ৰোক্ত বন্যনিয়ম অনুসাৰে মাত্ৰ এবাৰহে অন্নাহাৰ গ্ৰহণ কৰে।

৪২—৪৩। ৰামে আপোনাকে চিন্তা কৰি বহি থকাৰ কাৰণে শৰীৰৰপৰা মহ, ডাঁহ, পোক-পৰুৱা আৰু সৰীসৃপ আদিকো নাতঁৰাই। কামৰ বশৱৰ্ত্তী হৈ শোকাতুৰ অৱস্থাত সদায় আপোনাকে ধ্যান কৰি থাকি আন কোনো বিষয়ে একো চিন্তা নকৰে।

৪৪। ৰামৰ চকুত টোপনি নাই আৰু কেতিয়াবা অলপ শুলেও সীতা সীতা বুলি চিঞৰ মাৰি সাৰ পায়।

৪৫। ফল, মূল, ফুল অথবা তিৰোতাৰ প্ৰিয় আন কোনো বস্তু চকুত পৰিলেই 'হা প্ৰিয়া' বুলি বাৰে বাৰে চিঞৰি আপোনাৰ নাম লৈ থাকে।

৪৬। হে দেৱী, মহাত্মা ৰাজপুত্ৰ সেই ৰামচন্দ্ৰই আপোনাৰ কাৰণে শোকাভিভূত হৈ সীতা সীতা বুলি আপোনাৰ নাম লৈ ব্ৰত পালন কৰি আপোনাক পাবলৈ যত্নপৰ হৈ আছে।"

৪৭। শৰৎকালৰ চন্দ্ৰ সময়ে সময়ে ডাৱৰে আবৃত কৰাৰ ফলত নিশা চন্দ্ৰই যেনে শোভা ধাৰণ কৰে, ৰামৰ গুণানুকীৰ্তন শুনি সীতাৰ অৱস্থাও তেনে হ'ল যদিও, তেওঁৰ কাৰণে ৰাম শোকসন্তপ্ত হৈ আহাৰ-নিদ্ৰা পৰিত্যাগ কৰিছে বুলি শুনি বিদেহ-ৰাজকন্যা জানকী শোকসন্তপ্তা হ'ল। এইদৰে আনন্দ আৰু শোক উভয়কে একেলগে ভোগ কৰিব ধৰিলে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত ষট্‌ত্ৰিংশ সৰ্গ সমাপ্ত ॥

## সপ্তত্ৰিংশ সৰ্গ

## সীতাদেৱীৰ লগত হনুমানৰ কথোপকথন

১। পূৰ্ণচন্দ্ৰাননা সীতাদেৱীয়ে হনুমানৰ কথা শুনি ধৰ্মাৰ্থপূৰ্ণ কথাৰে কবলৈ ধৰিলে।

২। "হে কপিপ্ৰবৰ, ৰামে বৰ্তমান শোকপৰায়ণ আৰু অন্যমনস্ক হৈ কাল কটাইছে বুলি কোৱা তোমাৰ এই কথা মোৰ মনত বিহ মিহলি অমৃত যেনহে লাগিছে।

৩। মানুহে বিপুল ঐশ্বৰ্য্য ভোগ কৰি থাকক অথবা ভীষণ দাৰিদ্ৰ্যগ্ৰস্তই হওক, তিভিত জৰী লগাই টনাৰ নিচিনাকৈ মৃত্যুৱে সদায় ওচৰলৈ টানিব লাগিছে।

৪। হে কপিপ্ৰবৰ, বিধিৰ হাত কোনোৱে এৰাব নোৱাৰে, চোৱাঁ, সুমিত্ৰানন্দন লক্ষ্মণ, ৰাম আৰু মোক দুখে কিদৰে উৎপীড়ন কৰিব লাগিছে।

৫। বই ভাবি নাপাওঁ পৰাক্ৰমীজনেও মাজ সাগৰত নৌকা ভাগি গলে সাঁতুৰি সাগৰ পাৰ হব নোৱাৰাৰ দৰে ৰামে এই শোক সমুদ্ৰ অতিক্ৰম কৰিব কেনেকৈ?

৬। মোৰ স্বামীয়ে ৰাক্ষসবোৰক আৰু ৰাৱণক বধ কৰি, লঙ্কাক তল-ওপৰ কৰি কেতিয়া আহি মোক দেখা দিব?

৭। ৰাক্ষস ৰাৱণে এবছৰ মাত্ৰ কাল মোৰ জীৱনৰ বাবে বান্ধি দিছে, এতেকে যাতে এই কাল পাৰ হৈ নাযায় তাৰ বাবে তুমি তেওঁক খৰখৰ কৰিবলৈ কবা।

৮। বৰ্তমান দশম মাহ উপস্থিত হৈছেহি, হে কপিপ্ৰবৰ নিষ্ঠুৰ সেই ৰাৱণে যি সময় বান্ধি দিছে তাৰ দুটামাত্ৰ মাহ বাকী আছে।

৯। মোৰ নিৰ্য্যাতন লক্ষ্য কৰি তেনে নকৰিবলৈ ভায়েক বিভীষণে ৰাৱণক বহুত অনুনয় বিনয় কৰিছে, কিন্তু সি সেইবোৰলৈ মন-কাণ দিয়া নাই।

১০। মোক প্ৰত্যৰ্পণ কৰা কথাটোও তাৰ অভিৰুচিৰ ভিতৰত নহয়, কিয়নো ৰাৱণ এতিয়া কালৰ কবলত আৰু মৃত্যু তাৰ ওচৰ চাপিছে।

১১। হে কপিপ্ৰবৰ, বিভীষণৰ কলা নামে জ্যেষ্ঠা কন্যা গৰাকীয়ে তেওঁৰ মাকৰ নিৰ্দ্দেশমতে এই সকলো কথা মোক জনাইছে।

১২। অবিন্ধ্য নামে এজন বিদ্বান মেধাবী ৰাক্ষস আছে। তেওঁ ধৃতিমান, সচ্চৰিত্ৰবান আৰু বৃদ্ধ, ৰাৱণেও তেওঁক যথেষ্ট সন্মান কৰে।

১৩। তেওঁ কৈছিল, ৰামৰ দ্বাৰা ৰাক্ষসকুল নাশ হব। কিন্তু দুৰাত্মা ৰাৱণে তেওঁৰ হিত উপদেশ নুশুনিলে।

১৪। হে কপিশ্ৰেষ্ঠ, মোৰ আশা হৈছে মোৰ স্বামীয়ে অতিশীঘ্ৰে মোক লগ পাব, কিয়নো মোৰ অন্তৰাত্মা অতি শুদ্ধ আৰু তেওঁৰ গুণ অলেখ।

১৫। হে কপিশ্ৰেষ্ঠ, উৎসাহ, পুৰুষত্ব, বল, দয়া, কৃতজ্ঞতা, বিক্ৰম, প্ৰভাব—এই সকলো গুণ ৰামত বিদ্যমান।

১৬। যি ৰামচন্দ্ৰই তেওঁৰ ভায়েকৰ সহায় নোলোৱাকৈ অকলে জনস্থানত চৈধ্য হাজাৰ ৰাক্ষস বধ কৰিছিল, তেনে এজনৰ নাম শুনিলে কোন শত্ৰুৰে ভয় নকৰাকৈ থাকিব পাৰে ?

১৭। যিবোৰ ৰাক্ষসে এইদৰে দুখ-দুৰ্গতি দি আছে সিহঁতৰ কোনোজনকে পুৰুষশ্ৰেষ্ঠ সেই ৰামৰ লগত তুলনা কৰিব নোৱাৰি, পুলোমজা শচী যিদৰে ইন্দ্ৰৰ, ময়ো সেইদৰে তেওঁৰে ভাৱতে অনুপ্ৰাণিত হৈ থকা ভাৰ্য্যা।

১৮। হে কপিপ্ৰবৰ, বীৰ ৰাম যেন সাক্ষাৎ দিবাকৰ, শৰজাল তেওঁৰ ৰশ্মি, আৰু এই শৰজালৰ দ্বাৰা শত্ৰুৰাক্ষস ৰূপ জলৰাশি তেওঁ শোষণ কৰিব।”

১৯। ৰামৰ শোকত আতুৰা সীতাদেবীয়ে এইদৰে কোৱাত কপিপ্ৰবৰ হনুমানে অশ্ৰুপূৰ্ণবদনা তেওঁক কলে,

২০। “হে দেবী, মোৰ এই কথা শুনামাত্ৰকে ৰামে ভালুক আৰু বান্দৰ সৈন্য লগত লৈ অতিশীঘ্ৰে ইয়াত উপস্থিত হবহি।

২১। অথবা আপুনি ইচ্ছা কৰিলে এই মুহূৰ্ত্ততে মই আপোনাক এই ৰাক্ষসৰ পৰা পোৱা দুখ-কষ্টৰ পৰা উদ্ধাৰ কৰি লৈ যাব পাৰোঁ। হে অনিন্দিতে, আপুনি মোৰ পিঠিত উঠক।

২২। আপোনাক পিঠিত তুলি লৈ মই সাগৰ পাৰ হৈ যাম ; হে দেবী, ৰাৱণে সৈতে লঙ্কাকো তুলি লৈ যোৱাৰ ক্ষমতা মোৰ আছে।

২৩। দেবী অগ্নিয়ে যিদৰে যজ্ঞীয় আহুতি ইন্দ্ৰৰ ওচৰলৈ লৈ যায়, ময়ো সেইদৰে আপোনাক লৈ গৈ প্ৰস্ৰবণ পৰ্ব্বতত থকা ৰামৰ ওচৰত উপস্থিত কৰিব।

২৪। দৈত্যবধৰ বাবে বিষ্ণু যিদৰে যত্নপৰ হৈ আছিল আপুনিও আজিয়েই লক্ষ্মণে সৈতে ৰামক ৰাক্ষস বধৰ কাৰণে সেইদৰে কামত নিযুক্ত থকা দেখা পাব।

২৫। ঐৰাৱতৰ ওপৰত উঠি থকা ইন্দ্ৰৰ দৰে মহাবলশালী ৰামচন্দ্ৰয়ো আশ্ৰয়ৰ ওচৰৰ পৰ্ব্বতৰাজৰ ওপৰত উঠি আপোনাক দেখা পাবলৈ আগ্ৰহেৰে বাট চাই আছে।

২৬। হে শোভনে, হে দেবী, আপুনি মোৰ কান্ধত উঠক, হেলা নকৰিব। চন্দ্ৰৰ লগত ৰোহিনী লগ হোৱাৰ দৰে আপুনিও ৰামৰ লগত সম্মিলিত হওক।

২৭। আপুনি কথা কৈ থাকোঁতে থাকোঁতেই ৰোহিণীয়ে চন্দ্ৰক পোৱাদি ৰামৰ সঙ্গ লাভ কৰিব। আপুনি মোৰ পিঠিত উঠক আৰু আকাশ সদৃশ এই মহাসমুদ্ৰ পাৰ হৈ যাওক।

২৮। হে শুশোভনে, আপোনাক লৈ মই যেতিয়া ইয়াৰ পৰা যাম, লঙ্কাবাসী-সকলৰ ভিতৰত কোনো এজনৰে এনে শক্তি নহব যি মোৰ পিচে পিচে যাব পাৰিব।

২৯। হে বৈদেহী, মই যিদৰে আহি এই ঠাইত উপস্থিত হৈছোঁ, আপুনি চাই থাকক, ঠিক তেনেদৰে মই আপোনাক কান্ধত তুলি লৈ আকাশ পথেৰে উভতি যাম।"

৩০। কপি-প্ৰবৰৰ অদ্ভুত এই কথা শুনি আনন্দ আৰু বিস্ময়ত সীতাৰ সৰ্ব্বশৰীৰ ৰোমাঞ্চিত হল আৰু তেওঁ হনুমানক কবলৈ ধৰিলে

৩১। "হনুমান, ইমান দূৰ বাট তুমি মোক নিব খোজা কেনেকৈ? হে বান্দৰদলপতি, এইখিনিতে তোমাৰ বান্দৰত্ব প্ৰকাশ পাইছে বুলি মোৰ অনুমান হৈছে।

৩২। হে কপিপ্ৰবৰ, তোমাৰ শৰীৰটো তেনেই অকণমান হোৱা সত্বেও তুমি মোক স্বামীৰ ওচৰলৈ নিব খুজিছা কেনেকৈ?"

৩৩—৩৪। সীতাৰ কথা শুনি পৱননন্দন হনুমানে ভাবিলে মোৰ পক্ষে এয়ে প্ৰথম পৰাজয়। অসিতেক্ষণা সীতা দেবীয়ে মোৰ শক্তি আৰু প্ৰভাৱৰ কথা নাজানে, এতেকে ইচ্ছা কৰা মাত্ৰেই মই যি ৰূপ ধাৰণ কৰিব পাৰোঁ বৈদেহীয়ে এবাৰ চাই লওক।

৩৫। এইদৰে ভাবি কপিশ্ৰেষ্ঠ হনুমানে তেওঁৰ শত্ৰু দমনকাৰী নিজৰ ভীষণ ৰূপ তেওঁক দেখুৱালে।

৩৬। ধীমান হনুমান গছৰপৰা নামিল আৰু সীতাৰ বিশ্বাস জন্মাবলৈ নিজৰ শৰীৰটো বঢ়াব ধৰিলে।

৩৭। এইদৰে বঢ়াই লৈ মেৰুমন্দৰ সমান ৰূপ ধাৰণ কৰিলে, তেওঁ সীতাৰ সন্মুখত থিয় দি প্ৰদীপ্ত অগ্নিৰ দৰে উজ্জল হৈ উঠিল।

৩৮। তেতিয়া পৰ্ব্বত প্ৰমাণ শৰীৰেৰে, ৰক্তমুখ মহাবলশালী হনুমানে বজ্ৰসম দাঁত আৰু নখ লৈ ভীষণ ৰূপ ধাৰণ কৰি সীতাক কবলৈ ধৰিলে।

৩৯। "হে দেবী, পৰ্ব্বত, বন, প্ৰাচীৰ আৰু তোৰণসমন্বিত অট্টালিকা, আনকি এই ৰাজ্যৰ অধীশ্বৰ ৰাৱণে সৈতে এই লঙ্কা দাঙি নিয়াৰ শক্তি মোৰ আছে।

৪০। এতেকে মোৰ কথা বিশ্বাস কৰক, আপুনি সন্দেহ নকৰিব। আপুনি এইদৰে মোৰ পিঠিত উঠি গৈ ৰাম আৰু লক্ষ্মণক শোকমুক্ত কৰক।"

৪১। পদ্মপত্ৰসদৃশ বিশালনয়না জনক-তনয়া সীতা দেবীয়ে পৰ্ব্বতপ্ৰমাণ ৰূপ দেখি বায়ুৰ ঔৰসজাত পুত্ৰ হনুমানক কবলৈ ধৰিলে।

৪২। "হে মহাকপি, তোমাৰ বল আৰু শক্তিৰ পৰিচয় মই পালোঁ, তোমাৰ গতি বায়ু সদৃশ, আৰু তোমাৰ তেজো অগ্নিৰ নিচিনা অদ্ভুত।

৪৩। নহলে আন কোন সাধাৰণ প্ৰাণীয়ে অসীম সমুদ্ৰ পাৰ হৈ এই পাৰত থকা ভূ-প্ৰদেশলৈ আহিব পাৰে?

৪৪। উলটি যাবলৈ তোমাৰ শক্তি আছে বুলি জানিলোঁ আৰু তুমি মোকো লৈ যাব পাৰা, তথাপি এনে ক্ষেত্ৰত আমাৰ কাম কিদৰে সিদ্ধ হব পাৰে তাক বিচাৰি চোৱাটোহে উচিত।

৪৫। হে কপিপ্ৰবৰ, তোমাৰ লগত মই যোৱাটো যুক্তিযুক্ত নহব, তোমাৰ বায়ুসম গতিত মই সংজ্ঞা হেৰুৱাই পেলাম।

৪৬। সাগৰৰ ওপৰে ওপৰে তুমি যেতিয়া প্ৰবল বেগে গৈ থাকিবা তেতিয়া হয়তো মই তোমাৰ পিঠিৰ পৰা পৰি যাম।

৪৭। সাগৰত পৰি যোৱাৰ পিচত তিমি, মকৰ, আদি ভয়ঙ্কৰ ক্ষুধাৰ্ত্ত জলচৰ জন্তুৰ খাদ্য হৈ পৰিম।

৪৮। হে শত্ৰুবিনাশন, এতেকে মই তোমাৰ লগত যাব নোৱাৰোঁ। তুমি তিৰোতা এজনীক লৈ যোৱা দেখিলে ৰাক্ষসবিলাকে তোমাৰ ওপৰত সন্দেহ কৰিব।

৪৯। মোক লৈ যোৱা দেখিলে দুৰাত্মা ৰাৱণৰ আদেশ মতে ভীমপৰাক্ৰমী ৰাক্ষসবোৰে তোমাৰ পিচে পিচে খেদি যাব।

৫০। সেই বীৰ ৰাক্ষসবোৰে হাতত শূল মুদ্গৰ আদি লৈ তোমাক বেঢ়ি ধৰিলে, হে বীৰ, মোৰ নিচিনা তিৰোতা এজনী তোমাৰ লগত থকাৰ কাৰণে তুমি বিপন্ন হবা।

৫১। আকাশত বহুত ৰাক্ষসে অস্ত্ৰশস্ত্ৰ লৈ তোমাক আক্ৰমণ কৰিলে, অস্ত্ৰহীন তুমি সিহঁতৰ লগত যুদ্ধকে বা কৰিবা কেনেকৈ আৰু মোকে ৰক্ষা কৰিবা কেনেকৈ?

৫২। হে কপিপ্ৰবৰ, ক্ৰূৰকৰ্ম্মা ৰাক্ষসবোৰৰ লগত তুমি যেতিয়া যুদ্ধত লাগি থাকিবা তেতিয়া ভয়তে মই তোমাৰ পিঠিৰপৰা পৰি যাম।

৫৩। হয়তো মহাকায় ভীমাকৃতি বলবান ৰাক্ষসবোৰে যুদ্ধত তোমাক পৰাজয় কৰিব।

৫৪—৫৫। অথবা তুমি যুদ্ধ কৰি থাকোঁতে মোক ৰক্ষা কৰি থকা অৱস্থাৰ পৰা অলপ বিমুখ হলেই হয়তো মই পৰি যাম। মই পৰি গলে পাপমতি ৰাক্ষসবোৰে মোক ধৰি নিব অথবা তোমাৰ হাতৰ পৰা মোক কাঢ়ি নিব নাইবা মাৰি পেলাব। যুদ্ধত জয়-পৰাজয়ৰ কোনো স্থিৰতা নাই।

৫৬। তেতিয়া হলেময়ো বিপন্না হব আৰু তোমাৰ যত্নও বিফল হব।

৫৭। অকলে তুমি এই ৰাক্ষসকুল ধ্বংস কৰিব পাৰিবা যে তাক মই জানো, কিন্তু তুমি যদি ৰাক্ষসকুলক বধ কৰা তেন্তে ৰামৰ যশস্তাৰ লাঘৱ হব।

৫৮। আনপক্ষে যদিহে ৰাক্ষসবোৰে মোক ধৰি নিয়ে তেন্তে এইবাৰ মোক এনে এঠাইত লুকাই থব যে বান্দৰবোৰ অথবা ৰাঘৱে সেই ঠাইৰ কোনো সন্ধানকে নাপাব।

৫৯। এতেকে মোৰ কাৰণে তোমাৰ এই সকলো উদ্যোগ তেনেই নিষ্ফল হব, তাতকৈ তোমাক লগত লৈ ৰাম ইয়ালৈ আহিলেহে বিশেষ ভাল হব।

৬০। হে মহাবাহু, অসীম শক্তিশালী ৰাম, তেওঁৰ ভ্ৰাতৃবৰ্গ আৰু তোমালোকৰ ৰাজকুল, এই সকলোৰে জীৱন মোৰ ওপৰত নিৰ্ভৰ কৰিছে।

৬১। এনেস্থলত মোৰ কাৰণে যদিহে শোকাতুৰ সেই ভ্ৰাতৃযুগল নিৰাশ হব লগা হয় তেন্তে সকলো ভালুক আৰু বান্দৰবোৰে সৈতে তেওঁলোকে জীৱন ত্যাগ কৰিব।

৬২। হে কপিপ্ৰবৰ, স্বামী-ভক্তিকে সাৰোগত কৰি মই ইচ্ছা কৰি ৰাম ভিন্ন আন কোনো পুৰুষৰ শৰীৰ স্পৰ্শ কৰিব খোজা নাই।

৬৩। ৰাৱণৰ শৰীৰ স্পৰ্শ কৰিব লগা হৈছিল যদিও সেইটো তাৰ বলপ্ৰয়োগৰ ফলত। সেই সময়ত মই সামৰ্থ্যহীন, অনাথা আৰু স্বাতন্ত্ৰ্যহীন এতেকে তেনে স্থলত মই কি কৰিব পাৰোঁ?

৬৪। যদি ৰামচন্দ্ৰই ৰাক্ষসবোৰেৰে সৈতে ৰাৱণক এই ঠাইতে বধ কৰি মোক ইয়াৰ পৰা উদ্ধাৰ কৰি নিয়ে তেতিয়া এইটো তেওঁৰ পক্ষে উপযুক্ত কাম হব।

৬৫। ৰণক্ষেত্ৰত শত্ৰুপক্ষক মথিমুৰ কৰিবপৰা মহাত্মা সেই ৰামচন্দ্ৰৰ পৰাক্ৰমৰ বিষয়ে বহুত শুনিছোঁ আৰু দেখিছোঁ। দেৱতা, গন্ধৰ্ব্ব, ভুজঙ্গ, ৰাক্ষস কোনোৱে যুদ্ধক্ষেত্ৰত ৰামৰ সমকক্ষ নহয়।

৬৬। যুদ্ধত বিচিত্ৰ ধনু হাতত লৈ ইন্দ্ৰসম বিক্ৰমশালী মহাবল ৰামক লক্ষ্মণে সৈতে থিয় দি থকা দেখিলে সেই পৱন-চালিত প্ৰদীপ্ত হুতাশন সদৃশ ৰাঘৱৰ পৰাক্ৰম কোনে সহ্য কৰি থাকিব পাৰে?

৬৭। হে কপিশ্ৰেষ্ঠ, লক্ষ্মণে সৈতে প্ৰমত্ত দিগ্‌গজ সদৃশ যুদ্ধবিধ্বংসকাৰী ৰাম সমৰক্ষেত্ৰত থিয় দিলে, শৰজালৰ ৰশ্মিৰ বলত কালান্তক সূৰ্য্যসদৃশ দীপ্তিমান তেওঁৰ শক্তি কোনে সহিব পাৰে?

৬৮। এতেকে হে কপিশ্ৰেষ্ঠ, এতিয়া তুমি লক্ষ্মণে সৈতে মোৰ প্ৰিয় সেই ৰামচন্দ্ৰক তোমালোকৰ বান্দৰ সৈন্যৰ দলে সৈতে বেগেতে ইয়ালৈ আনি চিৰদিন ৰাম-শোকাতুৰা মোক আনন্দিত কৰা।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত সপ্তত্ৰিংশ সৰ্গ সমাপ্ত ॥

## অষ্টাত্রিংশ সৰ্গ

## সীতাদেবীৰ খেদ

১। তাৰপিচত কথা কোৱাত পটু কপিশ্ৰেষ্ঠ হনুমানে সীতাৰ কথাত সন্তুষ্ট হৈ কলে,

২। "হে শুভদৰ্শনে দেবী, আপুনি যি কথা কলে সঁচাকৈয়ে আপোনাৰ উপযুক্ত আৰু সাধ্বী-সুশিক্ষিতা স্ত্ৰীস্বভাবৰ অনুৰূপ।

৩। আপুনি স্ত্ৰী, এতেকে মোৰ কান্ধত উঠি শতযোজন বিস্তীৰ্ণ এই সমুদ্ৰ অতিক্ৰম কৰিবলৈ সমৰ্থ নহব।

৪—৫। হে জানকী, আপুনি দ্বিতীয় যিটো কাৰণ দেখুৱালে যে ৰাম ভিন্ন আন পুৰুষৰ সংসৰ্গ আপোনাৰ পক্ষে উচিত নহব সিও সেই মহাত্মাৰ পত্নী আপোনাতে সম্ভব। হে দেবী, আপুনি ভিন্ন আন কোনে এনে কথা কব পাৰে ?

৬। হে দেবী, আপোনাৰ দুখ-দুৰ্গতিৰ বিষয়ে আপুনি যিবোৰ কথা মোক কলে, সেই সকলো কথা কাকুৎস্থ ৰামচন্দ্ৰই মোৰ পৰা শুনিব।

৭। দেবী, ৰামৰ হিতসাধন কৰাই মোৰ একমাত্ৰ কামনা, এই বাবেই নানা কাৰণত আৰু বিশেষকৈ আপোনাৰ কাৰণে স্নেহতে মোৰ অন্তৰ পমি যোৱাৰ বাবে মই এইদৰে আপোনাক কৈছিলোঁ।

৮। লঙ্কাত সহজে প্ৰবেশ কৰিব নোৱাৰি, সমুদ্ৰ লঙ্ঘনো সহজ নহয়, তথাপি মোৰ শক্তি আছে বুলিয়ে মই এইবোৰ কথা কৈছিলোঁ।

৯। ৰামচন্দ্ৰৰ প্ৰতি মোৰ অত্যধিক ভক্তি আৰু স্নেহৰ কাৰণেই মই ইচ্ছা কৰিছিলোঁ যে আজিয়েই মই আপোনাক ৰঘুনন্দনৰ ওচৰলৈ লৈ যাওঁ। ইয়াৰ বাহিৰে আপোনাক এনেদৰে কোৱাৰ মোৰ আন কোনো কাৰণ নাই।

১০। হে অনিন্দিতে, তথাপি আপোনাৰ যদি মোৰ লগত যাবলৈ ইচ্ছা হোৱা নাই, আপুনি এনে এটা নিদৰ্শন মোক দিয়ক, যিটো দেখিলে ৰামে মোৰ সকলো কথা বিশ্বাস কৰিব।"

১১। হনুমানে এইদৰে কোৱাত দেবকন্যাসম সীতা দেবীয়ে বাষ্পপূৰ্ণকণ্ঠে ধীৰে ধীৰে কবলৈ ধৰিলে।

১২—১৩। "প্ৰধান নিদৰ্শন স্বৰূপে এই কথাটোকে তুমি মোৰ প্ৰিয়ৰ ওচৰত নিবেদন কৰিবা। চিত্ৰকূট পৰ্ব্বতৰ পূব-উত্তৰ পাদদেশত মন্দাকিনী নৈৰ ওচৰত বহুত ফল-মূল আৰু পানীৰে ভৰপূৰ সিদ্ধপুৰুষসকলৰ থকা ঠাইত তাপস সকলৰ আশ্ৰমত বাস কৰি থাকোঁতে যিটো ঘটিছিল সেইটোৱেই মোৰ প্ৰধান নিদৰ্শন। মোৰ কথাতে তুমি তেওঁক এইদৰে কবা :—

১৪। এদিনাখন নানা সুগন্ধি পুষ্পে ভৰপূৰ এডোখৰ উপবনৰ মাজত পানীত খেলি ভিজা গাৰে তুমি মোৰ কোলাত আশ্ৰয় লৈ শুই পৰিছিলা।

১৫। এনেতে কাউৰী এটাই যেন ভালে আহি মোৰ স্তনৰ মাজভাগত আচুৰিলে। তেতিয়া শিলগুটি এটা লৈ মই তাক খেদি দিলোঁ।

১৬। খেদি দিয়া সত্বেও সি তাৰপৰা আঁতৰি নগৈ তাতেই লুকাই থাকিল, যেন মঙহ খাবলৈ বুলিহে তাত বৈ আছে।

১৭। চৰাইটোৰ ওপৰত ক্ৰুদ্ধ হৈ মই শৰীৰৰ কাপোৰ টানি লব খোজোতে, কাপোৰ আৰু স্থলকি গল। মোৰ তেনে অৱস্থা দেখি আপুনি হাঁহি দিলে, তাকে দেখি মোৰ খং উঠিল আৰু লাজো লাগিল। কাউৰীটোৱে তাৰ ভক্ষ্য বস্তুৰ লোভত এইদৰে মোক আছোৰা-আচুৰি কৰি থকাৰ কাৰণে, মই আপোনাৰ শৰণ ললোঁ। মোৰ ভাগৰ লগাত মই আপোনাৰ কোলাত শুই পৰিলোঁ। মোৰ খং উঠা দেখি আপুনি আনন্দ পালে আৰু মোক সান্ত্বনা দিলে।

২০। তাৰ পিচত হে নাথ, আপুনি দেখিলে যে কাউৰীটোলৈ খং উঠাত চকুৰ পানীৰে মোৰ মুখ ভৰি পৰিছে আৰু মই লাহে লাহে দুই এটোপাকৈ চকুৰ পানী মচি আছোঁ।

২১। হে ৰাঘৱ, মোৰ বৰ ভাগৰ লগাত মই আপোনাৰ কোলাত শুই থাকিলোঁ আৰু পিচত আপুনিও মোৰ কোলাত শুলে।

২২। এনেতে সেই কাউৰীটো আকৌ ভালে আহিল আৰু সাৰপাই আপোনাৰ কোলাৰ পৰা উঠি বহাত, সি হঠাতে আহি মোৰ স্তনযুগলৰ মাজভাগত আচুৰি দিলে।

২৩। এইদৰে উৰি উৰি বাৰে বাৰে আচুৰিব ধৰাত মোৰ শৰীৰৰ পৰা টোপাটোপে তেজ পৰিবলৈ ধৰিলে আৰু তেতিয়া আপুনি সাৰ পাই উঠি বহিল।

২৪। মহাবাহু ৰামচন্দ্ৰই মোৰ স্তনযুগলৰ মাজভাগ এইদৰে ক্ষতবিক্ষত হোৱা দেখি খঙাল সাপৰ দৰে ফোঁচ-ফোঁচাই কৰলৈ ধৰিলে।

২৫। 'হে কৰভোৰু, কোনে তোমাৰ স্তনযুগল ক্ষতবিক্ষত কৰিলে? ক্ৰুদ্ধ পাঁচমূৰীয়া সাপৰ লগত খেলা কৰিব খুজিছে কোনে?'

২৬। তাৰ পিচত ইফালে সিফালে চাই ৰক্তাক্ত নখে সৈতে মোৰ সন্মুখত গছৰ ডালত পৰি কাউৰীটোক তেওঁ দেখা পালে।

২৭। ইন্দ্ৰৰ পুত্ৰ জয়ন্তই কাউৰী ৰূপ লৈ পৃথিৱীলৈ নামি আহিছে, তাৰ গতি বতাহৰ সমান।

২৮। বুদ্ধিমানসকলৰ অগ্ৰগণ্য মহাবাহু ৰামচন্দ্ৰই চকু পকাই কাউৰীটোৰ পিনে চাই তাক বিনাশ কৰিবলৈ উদ্যত হল।

২৯। একোছা কুশ খাঁহৰ পৰা এডাল কুশ লৈ ব্ৰহ্মাস্ত্ৰৰ লগত সংযোগ কৰিলে। আৰু তেতিয়া সেই কুশ ডালে কালাগ্নিসমান ৰূপ লৈ চৰাইটোৰ পিনে লক্ষ্য কৰি জ্বলি উঠিল।

৩০। ৰামচন্দ্ৰই চৰাইটোলৈ লক্ষ্য কৰি জ্বলি উঠা কুশ গছ এৰি দিলে আৰু সি কাউৰীটোক খেদি গৈ তাৰ পিচে পিচে আকাশলৈ উঠিল।

৩১। কুশপাতে এইদৰে খেদি ফুৰাত ৰক্ষা পোৱাৰ আশাত কাউৰীটোৱে নানান গন্তিত ইঠাইৰ পৰা সিঠাইলৈ গৈ সকলো ঠাইতে ঘূৰি ফুৰিবলৈ ধৰিলে।

৩২। পিতৃ ইন্দ্র নাইবা আন কোনো শ্রেষ্ঠ মুনিয়ে তেওঁক সহায় নকৰাত কাকৰূপী জয়ন্তই তিনিও জগতে ঘূৰি পাকি আহি শেহত ৰামচন্দ্ৰৰে শৰণ ললে।

৩৩। কাকুৎস্থ ৰাম সকলোৰে আশ্রয়ৰ স্থান; শৰণ মাগি জৰ্দ্ধি মাটিত পৰি থোৱা দেখি বধ্য হলেও কৃপা কৰি তেওঁ তাক তুলি ললে।

৩৪। ক্ষীণশক্তি বিবর্ণ জয়ন্তক মাটিত পৰি থকা দেখি তেওঁ কলে, 'ব্রহ্মাস্ত্র কেতিয়াও ব্যর্থ হব নোৱাৰে, এনে অৱস্থাত তোমাৰ কি অঙ্গ ক্ষত কৰা উচিত হব তুমি কোৱা।'

৩৫। তেতিয়া ৰঘুবীৰ ৰামচন্দ্ৰই তাৰ সোঁ চকুটো নাশ কৰিলে। সোঁ চকুটো নষ্ট হোৱাত তেওঁ কোনো মতে প্রাণ লৈ সাৰিল।

৩৬। তাৰ পিচত ৰাম আৰু ৰজা দশৰথক নমস্কাৰ জনাই ৰামৰ হাতৰপৰা মুক্তি লাভ কৰি তেওঁ ( সেই কাক ) নিজ স্থানলৈ গল।

৩৭। মোৰ কাৰণে কাউৰী এটাৰ বেলিকাও আপুনি ব্রহ্মাস্ত্র প্রযোগ কৰিছিলে, হে মহীপতি, কিন্তু যিজনে মোক আপোনাৰ পৰা হৰণ কৰি আনিলে তাক আপুনি এতিয়া ক্ষমা কৰি আছে কিয়?

৩৮। হে নৰশ্রেষ্ঠ, এতিয়া আপুনি মনৰ বিপুল উৎসাহেৰে মোক অনুগ্রহ কৰক, আপোনাৰ নিচিনা স্বামী লাভ কৰিও মই এতিয়া স্বামীহীনৰ নিচিনা হৈছোঁ।

৩৯। আপোনাৰ পৰাই মই শুনিছো, দয়াই পৰম ধৰ্ম্ম আৰু মই জানো আপোনাৰ বল, বীৰ্য্য আৰু উৎসাহ মহান্।

৪০। আপুনি অসীম, স্থিৰমতি আৰু গাম্ভীর্য্যত সমুদ্রসদৃশ আৰু স্বয়ং ইন্দ্ৰসম সসাগৰা ধৰণীৰ ভৰ্ত্তাস্বৰূপ।

৪১। হে ৰাঘৱ, আপুনি অস্ত্ৰধাৰীসকলৰ ভিতৰত শ্রেষ্ঠ, বলবান্ আৰু সত্ত্ববান হৈও ৰাক্ষসবোৰৰ বিপক্ষে অস্ত্র ধাৰণ কৰা নাই কিয়?

৪২। নাগ, গন্ধৰ্ব্ব, দেৱতা অথবা মৰুৎগণ, সমৰক্ষেত্ৰত কোনোৱে ৰামৰ শক্তিৰ বেগ সহ্য কৰিব নোৱাৰে।

৪৩। সেই বীৰ্য্যশালী পুৰুষৰ মোলৈ অকণমান সমাদৰো যদি আছে, তেনেহলে তীক্ষ্ণ শৰৰ দ্বাৰা তেওঁ ৰাক্ষসবোৰক ধ্বংস কৰা নাই কিয়?

৪৪। তদুপৰি মহাবলশালী পৰন্তপ লক্ষ্মণ তেৰেঁই বা ককায়েকৰ আদেশ লৈ মোক পৰিত্ৰাণ কৰা নাই কিয়?

৪৫। পুৰুষশ্রেষ্ঠ তেওঁলোক দুজনা বায়ু আৰু ইন্দ্ৰসম তেজস্বী, দেৱতাসকলৰো দুৰ্জ্জেয়, তথাপি তেওঁলোকে মোক উপেক্ষা কৰিছে কিয়?

৪৬। বুজিলোঁ, মোৰেই কিবা মহৎ দুষ্কৃতি অপেক্ষা কৰি আছে, যাৰ কাৰণে পৰন্তপ সেই দুজনাই সমৰ্থবান হৈও মোৰ পিনে ঘূৰি চোৱা নাই।"

৪৭। চকুৰ পানী মচি মচি কোৱা বৈদেহীৰ এই করুণ কথা শুনি বানৰদলপতি মহাতেজস্বী হনুমানে কলে,

৪৮। "হে দেৱী, মই সত্যৰ নামত শপত খাই কৈছোঁ আপোনাৰ শোকতে ৰামে সকলো কামৰ পিনে পিঠি দি বহি আছে আৰু ৰাম এইদৰে শোকাভিভূত হৈ থকাৰ কাৰণে লক্ষ্মণো হতাশ হৈছে।

৪৯। এতিয়া ভাগ্যৰ বলত মই আপোনাক দেখা পালোঁ, আৰু আপোনাৰ শোক কৰাৰ সময় এতিয়া নহয়, এই মুহূৰ্ত্তে আপুনি আপোনাৰ দুখৰ অৱসান হোৱা দেখিব।

৫০। পুৰুষব্যাঘ্ৰ মহাবলশালী সেই ৰাজপুত্ৰ দুজনে আপোনাক লগ পোৱাৰ আশাতে তিনিও লোকক ভস্মীভূত কৰি পেলাব।

৫১। হে বিশালাক্ষী, বন্ধুবান্ধৱে সৈতে নিষ্ঠুৰ যোদ্ধা এই ৰাৱণক বধ কৰি ৰাঘৱে আপোনাক তেওঁৰ নিজ নগৰীলৈ লৈ যাব।

৫২। এতিয়া আপুনি কওক আপোনাৰ কি বাতৰি, ৰাঘৱ ৰাম মহাবলশালী লক্ষ্মণ, তেজস্বী সুগ্ৰীৱ আৰু সমবেত বানৰ সৈন্যবোৰক মই জনাম গৈ?"

৫৩—৬৫। হনুমানে এইদৰে কোৱাত সীতাই পুন কলে "মনস্বিনী কৌশল্যা দেৱীয়ে যাক জন্ম দিছে লোকসমূহৰ স্বামীস্বৰূপ সেইজনক মোৰ হকে কুশল বাতৰি সুধি শিৰেৰে তেওঁৰ শ্ৰীচৰণ স্পৰ্শ কৰি অভিবাদন জনাবা। আৰু যিজনে ধন-বস্ত্ৰ মণি মাল্য, প্ৰিয় মহিলাবৰ্গ, এই সুবিশাল পৃথিবীত দুৰ্লভ ঐশ্বৰ্য্য পৰিত্যাগ কৰি পিতৃ মাতৃৰ প্ৰতি সসম্মানে ভক্তি দেখুৱাই তেওঁলোকক সন্তুষ্ট কৰি ৰামৰ পিচে পিচে বনলৈ আহিছে, যাক জন্ম দি সুমিত্ৰা সুপুত্ৰৱতী হৈছে, যি ধৰ্ম্মাত্মাই ৰামৰ প্ৰতি অনুৰক্ত হৈয়ে সকলো শ্ৰেষ্ঠ সুখ বিসৰ্জ্জন দি বনত জ্যেষ্ঠ কাকুৎস্থক ৰক্ষণাবেক্ষণ কৰি তেওঁৰ অনুগামী হৈছে, যিজন সিংহস্কন্ধ, মহাবাহু, মনস্বী আৰু প্ৰিয়দৰ্শন, যিজনে ৰামক পিতৃৱৎ আৰু মোক মাতৃৱৎ জ্ঞান কৰে, আৰু যিজনে মোক হৰণ কৰি অনাৰ আগতীয়া কোনো খবৰে নাপালে যিজন সদায় গুৰুজনৰ সেৱক, লক্ষ্মীবান্, শক্তিসম্পন্ন আৰু অল্পভাষী, যিজন ৰামৰ প্ৰিয়তম আৰু শহুৰ দশৰথৰ প্ৰতিমূৰ্ত্তিস্বৰূপ, যিজন ৰামৰ মানত মোতকৈও প্ৰিয়তৰ, যিজনে নিজ বীৰ্য্যগুণে কামত নিযুক্ত হলে তাৰ সম্পাদন নকৰাকৈ নাথাকে, যাক দেখি ৰাঘৱে তেওঁৰ স্বৰ্গীয় পিতৃদেৱকো স্মৰণ নকৰে, যিজন স্বভাৱতে মৃদু, সদায় শুচি, কাৰ্য্যদক্ষ আৰু ৰামৰ প্ৰিয়, মোৰ হকে সেই লক্ষণক মোৰ কুশল বাতৰি দিবা আৰু কবা যাতে তেওঁ সোনকালে মোৰ এই দুখ নিবাৰণ কৰিবলৈ চেষ্টা কৰে। হে বানৰদলপতি, এই কাৰ্য্যসিদ্ধিৰ তুমিয়ে প্ৰধান সবল, তোমাৰ উত্যোগতেই ৰামে এই কামৰ বাবে যত্নপৰ হব। তুমি মোৰ নাথ বীৰ ৰামচন্দ্ৰক মোৰ কথা এইখিনিও কবা যে 'হে দশৰথাত্মজ, মাত্ৰ আৰু এমাহ কাল হে মই জীৱন ধাৰণ কৰি থাকিম। সত্যৰ নামত কৈছোঁ এমাহতকৈ বেছি মই আৰু জীয়াই নাথাকিম। এতেকে হে বীৰ, ৰাক্ষসীবোৰৰ দ্বাৰা উৎপীড়ন কৰাই পাপকৰ্ম্মা ৰাৱণে বন্দী কৰি ৰখা অৱস্থাৰ পৰা ভগবান বিষ্ণুৱে পাতালৰপৰা কৌশিকীক উদ্ধাৰ কৰাৰ নিচিনাকৈ মোকো যেন উদ্ধাৰ কৰে।"

৬৬। তাৰ পিচত চাদৰৰ আঁচলৰ গাঁঠিৰ পৰা পবিত্ৰ শিৰোমণি এটা উলিয়াই "এইটো ৰাঘৱক দিবা" বুলি কৈ হনুমানৰ হাতত দিলে।

৬৭। বীৰ হনুমানে শ্ৰেষ্ঠ মণিটো গ্ৰহণ কৰি হাতত ৰাখিব নোৱাৰি আঙুলিৰ মাজত থলে।

৬৮। কপিবৰে মণিৰত্নটি লৈ সীতাক নমস্কাৰ জনালে আৰু তেওঁক প্ৰদক্ষিণ কৰি তেওঁৰ কাষত থিয় দি থাকিল।

৬৯। সীতাক দেখা পাই তেওঁৰ অন্তৰ বিশেষ ভাৱে আনন্দিত হ'ল আৰু মনে মনে ৰাম লক্ষ্মণক স্মৰণ কৰিলে।

৭০। মহাৰ্ঘ যি ৰত্নটি সীতাই ইমানদিনে নিজ কৌশলৰ বলত ৰাক্ষসীবোৰে নেদেখাকৈ ধাৰণ কৰি আছিল সেই মহামূল্য ৰত্নটি হাতত লৈ হনুমানে বায়ুৰ কঁপনিৰ পৰা মুক্ত পৰ্ব্বতাৰোহীৰ দৰে মনত পৰম সুখ লাভ কৰি লঙ্কাৰ দুৰ্গৰ দুৱাৰ অভিমুখে যাবলৈ সাজু হল।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত অষ্টত্ৰিংশ সৰ্গ সমাপ্ত ॥

## একোনচত্বাৰিংশ সৰ্গ

## হনুমানৰ সান্ত্বনা দান

১। সীতা দেৱীয়ে মণিটো দি হনুমানক কলে, "হনুমান, এই নিদৰ্শনটো ৰামচন্দ্ৰই ভালদৰে জানে।

২। মণিটো দেখি মোৰ পিতৃ-মাতৃ আৰু ৰজা দশৰথ, এই তিনিজনৰ কথা ৰামৰ মনত পৰিব।

৩। হে কপিশ্ৰেষ্ঠ, এতিয়া তুমি এই কামত বিশেষ উদ্যোগী হৈ এই সম্বন্ধে কি কৰিব লগা আছে চিন্তা কৰা।

৪। হে কপিপ্ৰবৰ, একমাত্ৰ তুমিহে এই কাম সম্পন্ন কৰিব পাৰিবা। গতিকে কিটো কৰিলে সোনকালে দুখৰ অৱসান হব পাৰে তাকে চিন্তা কৰা।

৫—৮। হে হনুমান, তুমি চেষ্টা কৰি দুখৰ অৱসান ঘটোৱা।" সীতাৰ কথা শুনি ভীমবিক্ৰম বায়ুপুত্ৰ হনুমানে "সেয়ে হ'ক" বুলি প্ৰতিজ্ঞা কৰিলে আৰু বৈদেহীক সেৱা জনাই যাবলৈ সাজু হল। সীতা দেৱীয়ে পৱননন্দন হনুমান যাবলৈ লোৱা দেখি কান্দো নাকান্দোকৈ কবলৈ ধৰিলে, "হনুমান তুমি ৰাম লক্ষ্মণ উভয়কে একেলগে মোৰ কুশল বাতৰি

জনাবা আৰু সেইদৰে ধৰ্ম্ম অনুসাৰে মন্ত্ৰীসকলৰ সৈতে সুগ্ৰীৱক আৰু আন আন বৃদ্ধ বান্ধৱসকলক মোৰ কুশলবাৰ্ত্তা জনাবা।

৯। মহাবাহু ৰাঘৱে এই দুখ সমুদ্ৰৰপৰা মোক যি উপায়ে উদ্ধাৰ কৰিব পাৰে তুমি সেইদৰে কাম কৰিবা।

১০। কীৰ্ত্তিমান ৰামচন্দ্ৰই জীৱন্ত অৱস্থাত মোৰ লগত যাতে মিলিত হয় তাৰ উপায় কৰিবলৈ তেওঁক কবা। কথাৰে হলেও মোক এইদৰে সহায় কৰাৰ কাৰণে তোমাৰ ধৰ্ম্ম হব।'

১১। হনুমান, দাশৰথি ৰাম সদায় উৎসাহী, এতিয়া মোৰ এই কথা শুনাৰ পিচত মোৰ উদ্ধাৰৰ কাৰণে তেওঁৰ শক্তি আৰু অধিকগুণে বাঢ়ি উঠিব।

১২। মোৰ এই কথাখিনি তোমাৰ পৰা শুনিলে বীৰ ৰাঘৱে শত্ৰুপক্ষক আক্ৰমণ কৰিবলৈ যথাযথ ভাবে মন কৰিব।

১৩। সীতাৰ কথা শুনি পৱননন্দন হনুমানে মূৰৰ ওপৰত অঞ্জলি কৰি প্ৰণাম জনাই উত্তৰ দিলে,

১৪। "দেৱী, মহা মহা ঋক্ষ আৰু বান্ধৱবৰ্গৰে সৈতে পৰিবৃত হৈ ৰাম অতি শীঘ্ৰে আহি পাব আৰু তাৰ পিচত যুদ্ধত শত্ৰুকুলক পৰাজিত কৰি আপোনাৰ দুখ দূৰ কৰিব।

১৫। দেৱতা মানৱ নাইবা অসুৰবিলাকৰ ভিতৰ এনে এজন নাই যি বাণ বৰ্ষণ কৰাৰ সময়ত ৰামৰ আগত তিষ্ঠিব পাৰে।

১৬। হে দেৱী, আপোনাৰ কাৰণে তেওঁ সূৰ্য্য, ইন্দ্ৰ অথবা বৈৱস্বত যমৰ শক্তিও সহ্য কৰিব পাৰে।

১৭। হে জনকনন্দিনী, আপোনাৰ নিমিত্তে তেওঁ সসাগৰা পৃথিবীকো জয় কৰিব পাৰে। হে দেৱী, আপোনাৰ কাৰণে ৰামৰ জয় সুনিশ্চিত।'

১৮—১৯। হনুমানৰ সাধু, সত্য আৰু মধুৰ কথা শুনি জানকীয়ে তেওঁৰ কথাৰ প্ৰতি সম্মান জনাই এইদৰে কবলৈ ধৰিলে। লগতে হনুমান যাব ওলোৱা দেখি বাৰে বাৰে তেওঁৰ পিনে চাই সৌহাৰ্দ্দ্য প্ৰকাশক তেওঁৰ স্বামীৰ প্ৰতি স্নেহমিশ্ৰিত কথাখিনি সসন্মানে গ্ৰহণ কৰি কব ধৰিলে।

২০। "হে অবিলম্ব হনুমান, ইচ্ছা কৰা যদি আজিৰ দিনটো ইয়াতেই কোনো গুপ্ত ঠাইত বিশ্ৰাম লৈ থাকা, কাইলৈও যাব পাৰিবা।

২১। হে কপিপ্ৰবৰ, তুমি ওচৰত থাকিলে অলপ সময়লৈ হলেও হতভাগিনী মোৰ শোক অলপ পাতল যেন লাগে।

২২। কিন্তু এদিন ইয়াত থকাৰ পৰা হয়তো তোমাৰ ইয়ালৈ আকৌ অহাটো নহবও পাৰে আৰু তেতিয়াহলে মোৰ প্ৰাণ বিনাশ সুনিশ্চিত।

২৩। আনপিনে একে মই দুখৰ উপৰি দুখতে অভিভূতা, তাতে আকৌ বেতিয়া তোমাক দেখা নোপোৱা হয়, সেই শোকেও মোক দহি পুৰি মাৰিব।

২৪—২৫। হে বীৰ, আৰু এটা কথা—তোমাৰ সহায়ক ঋক্ষ বান্ধৱসকলৰ কাৰণে

মোৰ এটা সন্দেহ সেই ভালুক বান্দৰ সৈন্যবদল আৰু ৰাজপুত্ৰ দুজনে এই অপাৰ সমুদ্ৰ পাৰ হব কেনেকৈ ?

২৬। এই তিনিও জগতত বিনতানন্দন গৰুড আৰু পৱননন্দন তোমাৰ বাহিৰে আন কাৰো সাগৰ লঙ্ঘনৰ শক্তি নাই।

২৭—২৮। হে বীৰ, এতেকে এই দুষ্কৰ কাৰ্য্য সমাধা কৰাৰ উপায়-কি হব পাৰে বুলি তুমি ভাবিছা ? কাৰ্য্যতত্ত্বজ্ঞসকলৰ ভিতৰত তুমি শ্ৰেষ্ঠ, হে শত্ৰুবীৰহন্তা এই কাম সম্পন্ন কৰিবলৈ তুমিয়েই একমাত্ৰ সমৰ্থ, গতিকে কাৰ্য্যসিদ্ধি হোৱাৰ পিচত সকলো যশস্যা অকল তোমাৰেই হব।

২৯। সমগ্ৰ সৈন্য লগত লৈ যুদ্ধত ৰাবণক জয় কৰি ৰাঘব ৰামচন্দ্ৰই যদি মোক লৈ নিজ নগৰলৈ যাব পাৰে তেতিয়াহে তেওঁৰ কৰ্ত্তব্য কৰা হব।

৩০। শত্ৰুবল সংহাৰক ৰামচন্দ্ৰই যদি নিজ সৈন্যেৰে লঙ্কা ওপচাই দি মোক উদ্ধাৰ কৰি নিব পাৰে তেনেহলে সেইটোহে তেওঁৰ উপযুক্ত কাম।

৩১। এতেকে মহান যোদ্ধা মহাত্মা ৰামচন্দ্ৰৰ অনুৰূপ বিক্ৰম যাতে প্ৰকাশ পায় তুমি তাকে কৰা।"

৩২। সীতাৰ যুক্তি আৰু অৰ্থপূৰ্ণ স্নেহসূচক কথা শুনি হনুমানে উত্তৰ দিলে।

৩৩। "দেবী ঋক্ষ-বান্দৰ সৈন্যৰ অধিপতি কপিশ্ৰেষ্ঠ সুগ্ৰীৱে সত্যকে আশ্ৰয় কৰি আপোনাক উদ্ধাৰ কৰিবলৈ প্ৰতিজ্ঞা কৰিছে।

৩৪। বৈদেহী, ৰাক্ষস সংহাৰক তেওঁ হাজাৰে হাজাৰে কোটিযে কোটিয়ে বান্দৰ সৈন্য লগত লৈ অতিশীঘ্ৰে ইয়াত উপস্থিত হবহি।

৩৫। মহাবলী, পৰাক্ৰমী আৰু শক্তিশালী মনসম বেগবান্ সেই সৈন্যবোৰ তেওঁৰ একান্ত আজ্ঞাধীন।

৩৬। উৰ্দ্ধ, অধঃ অথবা বক্ৰভাবে কোনো কালেই অসীম শক্তিশালী সুগ্ৰীৱৰ সৈন্য-বোৰৰ গতিত বাধা নাই, আৰু কাম যিমানেই দুষ্কৰ নহওক তেওঁলোক কোনো দিনে শ্ৰান্ত নহয়।

৩৭। তেওঁলোকে বায়ু-পথেৰে সাগৰ পৰ্ব্বত আদিৰে আৱৰা এই পৃথিবী বহুবাৰ প্ৰদক্ষিণ কৰিছে।

৩৮। তেওঁলোক মোতকৈ অধিক গুণসম্পন্ন, আৰু কিছুমান মোৰ সমান; সুগ্ৰীৱৰ ওচৰত মোতকৈ হীনবল কোনো জনেই নাই।

৩৯। ময়ে আহি ইয়াত উপস্থিত হব পাৰিছো যেতিয়া, মহাবলী তেওঁলোকৰ কথা কবলৈ আৰু কি আছে ? হে দেবী, কোনো লোকেই প্ৰথমতে শ্ৰেষ্ঠজনক কামত নপঠায়, যিজন নিকৃষ্ট তেনেজনকহে পঠায়।

৪০। হে দেবী, এতেকে আপুনি শোক দূৰ কৰক, বান্দৰদলপতিসকলে এক জাঁপতে আহি লঙ্কাত উপস্থিত হবহি।

৪১। আৰু অশেষ সহায় সাৰথিৰে নৰসিংহ ৰাজপুত্ৰযুগল মোৰ কান্ধত উঠি উদয় হোৱা সূৰ্য্যৰ নিচিনাকৈ আপোনাৰ ওচৰ পাবহি।

৪২। সেই বীৰযুগল ৰাম আৰু লক্ষ্মণ দুয়ো একেলগে আহি শৰজালৰ দ্বাৰা লঙ্কা-নগৰী ধ্বংস কৰিব।

৪৩। তাৰ পিচত সদলবলে ৰাৱণক বধ কৰি ৰঘুনন্দন ৰামচন্দ্ৰই আপোনাক লৈ নিজ নগৰীলৈ যাব।

৪৪। এতেকে আপুনি আশ্বস্ত হওক, আপোনাৰ মঙ্গল হওক। মাত্ৰ অলপ সময় অপেক্ষা কৰক; অতিশীঘ্ৰে জ্বলন্ত অগ্নিসদৃশ ৰামক আপুনি দেখা পাব।

৪৫। পুত্ৰ বন্ধুবান্ধৱ আৰু মন্ত্ৰীসকলৰ সৈতে ৰাক্ষসৰাজ নিহত হলে, চন্দ্ৰৰ লগত ৰোহিণী নক্ষত্ৰ সম্মিলিত হোৱাৰ নিচিনাকৈ আপুনিও ৰামৰ লগত সম্মিলিত হব।

৪৬। হে দেবী মৈথিলী, অতিশীঘ্ৰে আপুনি এই শোকৰ পৰা ত্ৰাণ পাব আৰু ৰামৰ বলৰ সন্মুখত ৰাৱণকো নিহত হোৱা দেখিব।"

৪৭। পৱননন্দন হনুমানে বৈদেহীক এইদৰে আশ্বস্ত কৰি যাবলৈ মন কৰি পুনৰায় তেওঁক কলে,

৪৮। দেবী, আপুনি অতিশীঘ্ৰে শত্ৰুহন্তা বিজিতাত্মা ৰামৰ আৰু হাতত ধনু লৈ লক্ষ্মণক লঙ্কাৰ দুৱাৰ-মুখত উপস্থিত হোৱা দেখা পাব।

৪৯—৫০। আপুনি দেখিবলৈ পাব নখ আৰু দাঁতকে অস্ত্ৰৰূপে ব্যৱহাৰ কৰা সিংহ আৰু বাঘৰ সমান বিক্ৰমশালী গজেন্দ্ৰসদৃশ বলী বান্দৰ সৈন্যবোৰো তেওঁৰ লগতে আহি উপস্থিত হৈছে, আৰু লঙ্কাৰ মলয় পৰ্ব্বতৰ শিখৰসমূহত এই কপিসৈন্য পৰ্ব্বতৰ শৃঙ্গত মেঘ-মালাৰ নিচিনাকৈ নানা ভাগত বিভক্ত হৈ ভীষণভাবে গৰ্জ্জন কৰি বিয়পি পৰিছে।

৫১। হে দেবী, ৰামচন্দ্ৰই কামশৰৰ দ্বাৰা মৰ্ম্মস্থানত বিদ্ধ হৈ, সিংহই আঘাত কৰা দঁতাল হাতীৰ দৰে মনত কোনো সুখ-শান্তি পোৱা নাই।

৫২। হে দেবী, আপুনি শোক কৰি নাকান্দিব, আপোনাৰ মনৰপৰা ভয় আঁতৰ হওক। হে শোভনে, শচীয়ে যিদৰে ইন্দ্ৰৰ লগ হৈছিল আপুনিও সেইদৰে ৰামৰ সঙ্গ লাভ কৰিব।

৫৩। ৰামতকৈ অধিক গুণসম্পন্ন কোন আছে আৰু সুমিত্ৰানন্দন লক্ষ্মণৰ সমকক্ষই বা কোন? অগ্নি আৰু মৰুত সদৃশ এই ভ্ৰাতৃযুগল আপোনাৰ আশ্ৰয়।

৫৪। হে দেবী, ৰাক্ষসবোৰৰ নিবাসস্থান এই ঘোৰ প্ৰদেশত আপুনি বেচি দিন আৰু থাকিব নালাগে; আপোনাৰ প্ৰিয়জন আহি পাবলৈ বেচি সময় নাই। মোৰ লগত তেওঁৰ দেখা হোৱা কাললৈ মাত্ৰ অপেক্ষা কৰক।"

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত একোনচত্বাৰিংশ সৰ্গ সমাপ্ত ॥

# চত্বাৰিংশ সৰ্গ

## সীতাদেৱীৰ বিলাপ

১। মহাত্মা বায়ুপুত্ৰৰ কথা শুনি দেৱকন্যাসম সীতাদেৱীয়ে তেওঁৰ উদ্ধাৰৰ অৰ্থে যি মঙ্গলময় হব পাৰে তেনে কথা কবলৈ ধৰিলে।

২। "হে কপিশ্ৰেষ্ঠ, শস্য পুৰঠ হবলৈ আধাখিনি কাল বাকী থাকোতে বৰষুণৰ পানী পালে পৃথিৱীয়ে যেনে আনন্দ লাভ কৰে ময়ো মোৰ এই দুখৰ কালত তোমাৰ নিচিনা প্ৰিয়বক্তা এজনক পাই তেনে আনন্দ উপভোগ কৰিছোঁ।

৩। শোকতে শুকাই ক্ষীণাই যোৱা মোৰ এই শৰীৰেৰে পুৰুষশ্ৰেষ্ঠ ৰামৰ শৰীৰ মই স্পৰ্শ কৰি কি উপায়ে মোৰ কামনা সিদ্ধি কৰিব পাৰোঁ, তাৰ উপায় তুমি কৰা।

৪—৫। হে অশেষ গুণসম্পন্ন কপিপ্ৰবৰ, নিদৰ্শন স্বৰূপ যি বস্তুটো মই তোমাক দিলোঁ সেইটো তেওঁক দিবা আৰু কবা যে মোক ৰক্ষা কৰিবলৈ আপুনি ঈষিকা অস্ত্ৰ প্ৰয়োগ কৰি কাউৰীটোৰ চকু এটা নষ্ট কৰিছিল, আৰু এসময়ত মোৰ কপালৰ তিলক নষ্ট হোৱাত আপুনি মোৰ গালৰ ওপৰত মনঃশিলাৰ এটা ফোট দিছিল—এই কথাও আপোনাৰ স্মৰণ হোৱা উচিত।

৬। আৰু কবা যে হে ৰাম, আপুনি ইন্দ্ৰ আৰু বৰুণৰ সমান বীৰ্য্যশালী হৈয়ো সীতাৰ হৰণ আৰু ৰাক্ষসবোৰৰ মাজত তেওঁৰ বসতি সহ্য কৰি আছে কেনেকৈ?

৭। দিব্য এই শিৰোমণি বস্তুটি—ইমান দিনে মই অতি সাৱধানে ৰক্ষা কৰি আছিলোঁ, হে অনঘ ৰাম, দুখৰ দিনত ইয়াৰ পিনে চায়ে আপোনাক দেখা যেন অনুভৱ কৰি মনত আনন্দ পাই আছিলোঁ।

৮। এতিয়া পানীৰপৰা উৎপন্ন হোৱা শ্ৰীমান এই মণিবস্তুটিও মই আপোনাক দিলোঁ। ইয়াৰ পিচত আৰু মই জীয়াই থাকিব নোৱাৰিম।

৯। এই ৰাক্ষসবোৰৰ মাজত থাকিবলগা হোৱাত অসহ্য দুখ কষ্ট সহি সিহঁতৰ হৃদয়বিদাৰক কথাবোৰ শুনি থাকিবলগা হৈছে, আপোনাৰ কাৰণে মই তাকো সহ্য কৰি আছোঁ।

১০। শত্ৰুসংহাৰক হে ৰাজনন্দন, এমাহমাত্ৰ কাল মই জীয়াই থাকিম, তাৰ পিচতো আপোনাক নাপালে মই আৰু জীয়াই নাথাকোঁ।

১১। এই ৰাক্ষসৰাজ অতি নিষ্ঠুৰ আৰু তাৰ দৃষ্টিও মোৰ ভাল নালাগে; এনেস্থলত আপুনি পলম কৰি আছে বুলি শুনিলে মই এক মুহুৰ্ত্তকালো জীয়াই নাথাকোঁ।"

১২। চকুৰ পানী মচি বৈদেহীয়ে করুণস্বৰে এইদৰে কোৱা শুনি মহাতেজস্বী পৱন-নন্দন হনুমানে কবলৈ ধৰিলে,

১৩। "দেৱী, সত্যৰ নামত শপত খাই কৈছোঁ আপোনাৰ শোকতে ৰামে সকলো পাহৰি বহি আছে আৰু ৰামে এইদৰে শোকাভিভূত হোৱাৰ কাৰণে লক্ষ্মণো নিৰাশ হৈছে।

১৪। হে দেৱী, ভাগ্যৰ বলত কোনো প্ৰকাৰে আপোনাক দেখা পালোঁ, এতিয়া আৰু শোক কৰাৰ সময় নহয়। হে ভামিনী, এই মুহূৰ্ত্তত আপুনি দুখ শেষ হোৱা দেখা পাব।

১৫। নৰশ্ৰেষ্ঠ অনিন্দ্যসুন্দৰ সেই ৰাজপুত্ৰ দুজনাই এতিয়া আপোনাক দেখা পোৱাৰ উৎসাহতে এই লঙ্কানগৰী ভস্মীভূত কৰিব।

১৬। হে বিশালাক্ষী, বন্ধুবান্ধৱে সৈতে এই ৰাক্ষস ৰাৱণক বধ কৰি আপোনাক নিজ নগৰীলৈ লৈ যাব।

১৭। হে অনিন্দিতে, আপুনি দিয়া এই নিদৰ্শন ৰামে ভালদৰে চিনি পাব; ইয়াৰ উপৰিও তেওঁৰ মনত আনন্দ ওপজাবলৈ আৰু যদি কিবা নিদৰ্শন আছে অনুগ্ৰহ কৰি তাকো দিয়ক।"

১৮—২১। এই কথা শুনি সীতাই কলে—"হনুমান, অতি উত্তম নিদৰ্শনকে মই তোমাক দিছোঁ, তুমি যত্নপূৰ্ব্বক নি দিয়া এই মণিটো দেখিলেই ৰামে তোমাৰ কথাত বিশ্বাস কৰিব।" তাৰ পিছত শ্ৰীমান কপিপ্ৰবৰে মণিৰত্নটি লৈ যুৰ দোঁৱাই সীতাক প্ৰণাম জনাই যাবলৈ সাজু হল। মহাবলবান বান্দৰদলপতি হনুমানে নিজ শৰীৰটো বঢ়াই যাবলৈ প্ৰস্তুত হোৱা দেখি জনকাত্মজা সীতাদেৱীয়ে চকু চলচলীয়া কৰি করুণ স্বৰে কলে—

২২—২৩। "হনুমান, সিংহোপম ৰাম-লক্ষ্মণ ভ্ৰাতৃযুগলক আৰু মন্ত্ৰীবৰ্গৰ সৈতে সুগ্ৰীৱ আৰু আন সকলোকে মোৰ মঙ্গল বাতৰি জনাবা আৰু মহাবাহু ৰামচন্দ্ৰই এই দুখসাগৰৰ পৰা মোক যিদৰে উদ্ধাৰ কৰিব পাৰে তাকে কৰিবলৈ যত্নপৰ হবা।

২৪। ৰামৰ ওচৰলৈ গৈ মোৰ এই তীব্ৰ শোকৰ বেগ আৰু ৰাক্ষসবোৰৰ ভৰ্ৎসনাৰ বিষয়ে জনাবা। হে বান্দৰপ্ৰবৰ, তোমাৰ পথ মঙ্গলময় হওক।"

২৫। কপিপ্ৰবৰ হনুমানে ৰাজনন্দিনী সীতাৰ সকলো বাতৰি লৈ নিজকে নিজে কৃতাৰ্থ হোৱা বুলি ভাবিলে আৰু অলপ মাত্ৰ কাম বাকী থকা জানি হৃষ্টচিত্তে মনৰ ভিতৰতে উত্তৰ দিবলৈ যাবলৈ স্থিৰ কৰিলে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত চত্বাৰিংশ সৰ্গ সমাপ্ত ॥

# একচত্বাৰিংশ সৰ্গ

## অশোকবন-ধ্বংস

১। অতি সুন্দৰ কথাৰে সীতাৰ দ্বাৰা এইদৰে সম্মানিত হৈ কপিপ্ৰবৰ হনুমান তাৰপৰা ওলাই গৈ চিন্তা কৰিবলৈ ধৰিলে।

২। "অসিতেক্ষণা সীতাদেবীৰ লগত দেখা হল, ইয়াৰ পিচত আৰু অলপমান মাত্ৰ কাম বাকী আছে। শক্ৰৰ লগত আচাৰ ব্যৱহাৰ কৰা সম্বন্ধে সাম, দান, ভেদ, দণ্ড এই চাৰি নীতিৰ ভিতৰত প্ৰথম তিনিটা বাদ দি চতুৰ্থ নীতিকে আশ্ৰয় কৰি চাব লাগিব।

৩। সাম নীতিৰপৰা ইয়াত ফল নধৰিব; ৰাক্ষসবোৰ সমৃদ্ধিশালী; সমৃদ্ধিশালীজনক ধন দান কৰাটো যুক্তিযুক্ত নহয়, আৰু যিবোৰ বলগৰ্ব্বে গৰ্ব্বিত (যেনে ৰাক্ষসবোৰ) সিহঁতৰ ভিতৰত ভেদনীতিৰ দ্বাৰা কোনো ফল নধৰে, এতেকে এনে ক্ষেত্ৰত অকল পৰাক্ৰম দেখুৱাটোৱে যুক্তিযুক্ত বুলি মোৰ মনত ধৰে।

৪। এতেকে শক্ৰপক্ষৰ বলাবলৰ বিষয়ে জানিবলৈ পৰাক্ৰম প্ৰকাশ কৰা ভিন্ন আন উপায় নাই। তাৰ উপৰি কিছুমান ৰাক্ষসবীৰ হত হোৱাৰ পিচত আগলৈ হবলগা যুদ্ধৰ সময়ত ইহঁত কিছু ভীত হব।

৫। কৰিবলগা কাম শেষ হোৱাৰ লগে লগে, তাৰ লগত বিৰোধ নঘটাকৈ আন বহুত কাম যিজনে সমাধা কৰিব পাৰে তেওঁৰেই কাৰ্য্য সাধন কৰাৰ ক্ষমতা আছে বুলি ধৰিব লাগে।

৬। যিজনে বহুত পৰিশ্ৰম কৰি অলপ মাত্ৰ কাম সম্পূৰ্ণ কৰে তেওঁ প্ৰকৃত কাৰ্য্যসাধক নহয়, আনপক্ষে যিজনে অলপ যত্ন কৰি বহুত কাম সমাধা কৰে তেৱেঁই প্ৰকৃত সাধক।

৭। এতেকে শক্ৰ আৰু নিজ পক্ষৰ বলাবলৰ তত্ত্ব যদি ইয়াৰেই নিশ্চয়কৈ বুজি লৈ বান্দৰৰাজ সুগ্ৰীৱৰ ওচৰলৈ যাব পাৰোঁ তেনেহলে ৰাজ-আদেশ মোৰ ভালদৰে পালন কৰা হব।

৮। কি উপায়ে ৰাক্ষসবোৰৰ লগত যুদ্ধ কৰি সিহঁতৰ ওপৰত পৰাক্ৰম দেখুৱাই মোৰ ইয়ালৈ অহাটো সাৰ্থক কৰোঁ, এয়ে হৈছে মোৰ চিন্তা—কিয়নো তেতিয়াহলে ৰাৱণে তাৰ সৈন্য আৰু মোৰ বল ভালদৰে বুজিব পাৰিব।

৯। এইদৰে সমৰক্ষেত্ৰত ৰাৱণক তাৰ মন্ত্ৰীবৰ্গ, সৈন্যদল আৰু অনুগমনকাৰীসকলৰ সৈতে লগ পালে তাৰ হৃদগত ভাব, মত আৰু শক্তিৰ পৰিমাণ জানি লৈ পৰম সুখেৰে ইয়াৰ পৰা উভতি যাব পাৰিম।

১০। নিষ্ঠুৰ ৰাৱণৰ এইখনেই নন্দনোপম শ্ৰেষ্ঠ বন, ই নানা গছলতাৰে ভৰি আছে। ইচকু আৰু মন উভয়ৰে আনন্দদায়ক।

১১। দুয়ো ওকাল বন পুৰি পেলোৱাৰ নিচিনাকৈ মযো এই বনখন ভাঙি ছাৰখাৰ কৰি পেলাওঁ। এই বন ভাঙি চুৰমাৰ কৰিলে ৰাৱণৰ নিশ্চয় খং উঠিব।

১২। তেতিয়া ৰাক্ষসাধিপতি ৰাৱণে মহা মহা অশ্ব, ৰথ, হাতী আৰু সৈন্য লৈ ত্ৰিশূল, নাৰাচ, পট্টিশ আদি অস্ত্ৰশস্ত্ৰেৰে সজ্জিত হৈ আহিব আৰু দুয়ো পক্ষৰ ভিতৰত ঘোৰতৰ এখন যুদ্ধ হব।

১৩। যুদ্ধত মোৰ অপ্ৰতিহত প্ৰচণ্ড বিক্ৰমৰ দ্বাৰা ৰাৱণে পঠোৱা সৈন্যবোৰক বধ কৰি পৰম সুখে বান্দৰাধিপতিৰ আবাসভূমিলৈ যাব পাৰিম।

১৪। এইদৰে চিন্তা কৰি ভীমপৰাক্ৰম মৰুৎনন্দন হনুমানে বতাহৰ দৰে ক্ৰুদ্ধ তেওঁৰ প্ৰচণ্ড বেগৰ বলত গছবোৰ উভালি পেলাবলৈ ধৰিলে।

১৫। তেতিয়া মত্ত চৰাইৰ কলকলনিৰে ভৰা আৰু নানা তৰুলতাৰে পৰিপূৰ্ণ প্ৰমোদ কানন ভাঙি লণ্ডভণ্ড কৰিলে।

১৬—১৮। তেতিয়া সেই বনত থকা গছবোৰ ভাগি পৰিল, জলাশয়বোৰৰ পাৰবোৰ ভাগি খণ্ড-বিখণ্ড হ'ল, মনোৰম ক্ৰীড়াপৰ্ব্বত সমূহ চূৰ্ণবিচূৰ্ণ হ'ল, তাত থকা চৰাইবোৰে চিঞৰ-বাখৰ লগালে আৰু জলাশয়বোৰৰ পানীয়ে উখল-মাখল লগালে। গছৰ নতুন ৰঙচুৱা ডাল-পাত লেৰেলি গ'ল আৰু গছলতাবোৰৰ সৌন্দৰ্য্য নোহোৱা হ'ল। এনে অৱস্থা হোৱাত অশোক বন জুয়ে পুৰি পেলোৱা বনৰ নিচিনা হ'ল আৰু তাৰ লতাবোৰ আৱৰণশূন্য হৈ বস্ত্ৰহীনা বিহ্বলা তিৰোতাৰ ৰূপ ধাৰণ কৰিলে।

১৯। এইদৰে লতাগৃহ, চিত্ৰগৃহ, শিলাগৃহ আৰু আন আন বিতোপন ঘৰবোৰ বিধ্বস্ত হোৱাত ব্যাঘ্ৰাদি হিংস্ৰজন্তু আৰু পশুপক্ষীৰ আৰ্ত্তনাদৰ প্ৰতিধ্বনিত সেই মহৎবনৰ ৰূপ তেনেই নষ্ট হ'ল।

২০। যি বনস্থলীৰ মাজত ৰাৱণৰ মহিষীসকলৰ ৰতিবৰ্দ্ধক অশোকবনৰ চঞ্চল লতা-সমূহে বিৰাজ কৰি আছিল কপিপ্ৰবৰ হনুমানৰ পৰাক্ৰমত সেই লতাসমূহ দুৰ্দ্দশাগ্ৰস্ত হৈ শোঁতা পৰি দেখিবলৈ দুখলগা হ'ল।

২১। এইদৰে মহা বলশালী ৰাৱণৰ ভীষণ অনিষ্টকৰ আৰু অপ্ৰিয় কাম এটা সমাধা কৰি অকলে বহুত মহাপৰাক্ৰমশালী বীৰৰ লগত যুঁজিবলৈ সাজু হৈ মহাবলী হনুমান নিজ তেজৰ গুণে দীপ্তিমান হৈ তোৰণত উঠি বহি থাকিল।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত একচত্বাৰিংশ সৰ্গ সমাপ্ত ॥

# দ্বিচত্বাৰিংশ সৰ্গ

## ৰাক্ষসৰ লগত ৰণ

১। তাৰ পিচত চৰাইৰ কোঢ়াল আৰু গছবোৰ ভাগি পৰাৰ ভীষণ শব্দত লঙ্কা-নিবাসী সকলো সন্ত্ৰস্ত হৈ উঠিল।

২। পশু-পক্ষীবোৰে ভয়তে বিহ্বল হৈ ইফালে সিফালে লৰি যেয়ে য'তে পালে ত'তে বৈ থাকিল আৰু লগে লগে ৰাক্ষসবোৰৰ কাৰণে ঘোৰ অমঙ্গলসূচক লক্ষণবোৰে দেখা দিবলৈ ধৰিলে।

৩। তাৰ পিচত বিকৃতাননা ৰাক্ষসীবোৰৰ টোপনি ভগাত সাৰ পাই উঠি দেখে যে বনখন ভাগি চূৰমাৰ হৈছে আৰু প্ৰকাণ্ড এটা বান্দৰ তাত বহি আছে।

৪। তেতিয়া মহাবল আৰু বীৰ্য্যশালী মহাবাহু হনুমানে ৰাক্ষসীবোৰক দেখি সিহঁতৰ মনত ভয় জন্মাবলৈ অতি বৃহৎ আৰু ভীষণ এটা ৰূপ ধাৰণ কৰিলে।

৫। পৰ্ব্বত-সমান অতিকায় মহাবলী বান্দৰটোক দেখি সিহঁতে জনকনন্দিনী সীতাক সুধিলে।

৬। "জানকী এইটো কোন, কাৰ দূত, ক'ৰপৰা আহিছে আৰু কিয়ই বা আহিছে আৰু তুমিয়ে বা ইয়াৰ লগত কথা পাতিলা কেনেকৈ?

৭। হে বিশালাক্ষী, তুমি আমাক কোৱা, হে সুভগে, কোৱা তোমাৰ কোনো ভয় নাই; হে চাৰুনেত্ৰে, ই তোমাৰ আগত কি কথা কলে?"

৮। ৰাক্ষসীবোৰৰ কথা শুনি সৰ্ব্বাঙ্গসুন্দৰী সাধ্বী সীতাদেবীয়ে কলে "ৰাক্ষসবোৰ মায়াবী, সিহঁতৰ কাৰ্য্যপদ্ধতি জনাৰ মোৰ কি উপায় আছে?

৯। ই কোন আৰু কি কৰিব খুজিছে, সেইটো তোমালোকেহে জানা। সাপেহে সাপৰ ঠেং দেখে।

১০। মোৰো মনত বৰ ভয় লাগিছে, এওঁ কোন মই নাজানো। মায়াবী কোনো ৰাক্ষস ইয়ালৈ আহিছে বুলিহে মই ভাবিছোঁ।"

১১। বৈদেহীৰ কথা শুনি ৰাক্ষসীবোৰৰ কিছুমান তাতে থাকিল আৰু কিছুমানে লৰিলৰিকৈ খবৰটো ৰাৱণক জনাবলৈ চাপলি গৈছিলে।

১২। ৰাৱণৰ ওচৰ চাপি বিকৃতাননা ৰাক্ষসীবোৰে বিৰূপ ভীমকায় সেই বান্দৰটোৰ কথা এইদৰে নিবেদন কৰিলে,

১৩। "মহাৰাজ, অশোকবনত ভীমকায় অসীম শক্তিসম্পন্ন এটা বান্দৰে সীতাৰ লগত কিবাকিবি কথা পাতি তাত-বৈ আছে।

১৪। মৃগনয়না সীতাক আমি বহু প্ৰকাৰে সোধাতো সেই বান্দৰটো কোন তেওঁ আমাক কব খোজা নাই।

১৫। ই ইন্দ্ৰ অথবা কুবেৰৰ দূত হব পাৰে নাইবা ৰামে সীতাক বিচাৰি পঠোৱা কোনোবা এজনো হব পাৰে।

১৬। অদ্ভুত ৰূপবিশিষ্ট এই প্ৰাণীটোৱে নানা পশুপক্ষীৰে পৰিপূৰ্ণ আপোনাৰ প্ৰমোদ-বনত ধুনীয়া যি যি বস্তু আছিল সকলো ভাঙিছিঙি বনধন উচ্ছন্ন কৰিছে।

১৭। সেই বনত এনে কোনো ঠাই নাই যিখন সি ধ্বংস কৰা নাই, কেবল য'ত জানকী দেবী আছে সেই ঠাইখিনি মাত্ৰ সি নষ্ট কৰা নাই।

১৮। আমি জানিবপৰা নাই সেই ঠাইখিনি নষ্ট কৰা নাই কিয়—জানকীক ৰক্ষা কৰাৰ কাৰণে নে পৰিশ্ৰান্ত হোৱাৰ কাৰণে। যিজনে এখন বন ভাঙিছিঙি চুৰমাৰ কৰিব পাৰে তাৰ পক্ষে ভাগৰ লগা কথাটোৱে বা কিৰূপে সম্ভৱ হয়? নিশ্চয় সীতাক ৰক্ষা কৰাৰ উদ্দেশ্যেই সি এনেখন কৰিছে।

১৯। ধুনীয়া ডাল-পাতে শোভিত সীতাদেবীয়ে আশ্ৰয় লৈ থকা ডাঙৰ শিশু গছজোপা সেই বান্দৰে নষ্ট কৰা নাই।

২০। উগ্ৰৰূপধাৰী এই বান্দৰে সীতাৰ লগত কথাবতৰা পাতিছে আৰু বনখনো ভাঙিছে, এতেকে আপুনি তাক এই উগ্ৰস্বভাৱৰ বাবে দণ্ডবিধান কৰা উচিত।

২১। হে ৰাক্ষসাধিপতি, যি সীতাক আপুনি আপোনাৰ বুলি মনত গ্ৰহণ কৰিছে, তেনে সীতাৰ লগত কথা পাতি নমৰি জীয়াই থাকিব পাৰে কোনে?"

২২। ৰাক্ষসীবোৰৰ কথা শুনি ৰাক্ষসৰাজ ৰাৱণে খঙতে চকুপকাই চিতাগ্নিৰ সমান জ্বলি উঠিল।

২৩। জ্বলি থকা চাকিৰ পৰা জুইৰ শিখাৰে সৈতে তেলৰ টোপা পৰিব ধৰাদি ক্ৰুদ্ধ ৰাৱণৰ চকুৰ পৰা টপ্‌টপকৈ অগ্নিগৰ্ভ চকুলো পৰিবলৈ ধৰিলে।

২৪। তাৰ পিচত মহাতেজস্বী ৰাৱণে তেওঁৰ সমকক্ষ ৰাক্ষস ভৃত্যবোৰক হনুমানক ধৰি আনিবলৈ আদেশ দিলে।

২৫। তেতিয়া আশী হাজাৰ দ্ৰুতবেগী ভৃত্যই হাতত কূট আৰু মুদগৰ লৈ ৰাজভৱনৰ পৰা ওলাই গ'ল।

২৬। এই ভৃত্যবোৰৰ ডাঙৰ ডাঙৰ পেট আৰু দাঁত, ইহঁত দেখোতে ঘোৰমূৰ্ত্তি আৰু মহাবলশালী; হনুমানক ধৰি অনাৰ আকাঙ্ক্ষাতে যুদ্ধৰ প্ৰতি আগ্ৰহান্বিত হৈ সকলোটিয়ে যাত্ৰা কৰিলে।

২৭। কপিশ্ৰেষ্ঠক তোৰণৰ ওপৰত বহি থকা দেখি জুইক দেখি পতঙ্গৰ দল উৰি যোৱাৰ দৰে সিহঁতেও হনুমানৰ ওচৰলৈ খেদি গ'ল।

২৮—২৯। বিচিত্ৰ গদা, সোণেৰে বন্ধোৱা অৰ্গল, সূৰ্য্যসদৃশ শৰ মুদ্গৰ, পট্টিশ, শূল, প্ৰাস, তোমৰ আদি অস্ত্ৰেৰে হনুমানক বেঢ়ি ধৰি সিহঁতে চাৰিওকালে ঘিৰি দিলে।

৩০—৩১। তেতিয়া পৰ্ব্বতসদৃশ মহাতেজস্বী হনুমানে নেজডাল মাটিত লগাই ভীষণ

শব্দ কৰি চিঞৰি উঠিল আৰু নিজ শৰীৰটো বঢ়াই লৈ মহাকায় ৰূপ ধৰি নেজেৰে মাটিত কোবাব ধৰিলে।

৩২—৩৪। নেজৰ আস্ফালনৰ শব্দ আৰু ভীষণ গৰ্জনৰ ফলত আকাশৰ পৰা চৰাইবোৰ মাটিত পৰিবলৈ ধৰিলে; তেতিয়া ভীষণ স্বৰেৰে হনুমানে কবলৈ ধৰিলে, "জয় মহাপৰাক্রমী ৰামৰ জয়, জয় অতিবলবান লক্ষ্মণৰ জয়। ৰাঘৱ-পালিত ৰজা সুগ্রীৱৰ জয়। অক্লান্তকৰ্ম্মী কোশলৰাজ ৰামৰ মই দাস, মোৰ নাম হনুমান, শত্রুসৈন্য নিধনকাৰী মৰুতনন্দন।

৩৫। মই শিলা বৰ্ষণ কৰি আৰু হাজাৰ হাজাৰ গছ উভালি ৰণ কৰিবলৈ আৰম্ভ কৰিলে হাজাৰ ৰাৱণো যুদ্ধত মোৰ সমকক্ষ হব নোৱাৰে।

৩৬। ৰাক্ষসবোৰৰ চকুৰ আগতে এতিয়া মই লঙ্কানগৰী ধ্বংস কৰি মৈথিলীক অভিবাদন জনাই সফলকাম হৈ উভতি যাম।"

৩৭। হনুমানৰ ভীষণ নাদ শুনি ৰাক্ষসবোৰ সন্ত্রস্ত হল আৰু সন্ধ্যাকাশৰ মেঘসদৃশ তেওঁৰ উন্নত মূৰ্ত্তিৰ পিনে চাই থাকিল।

৩৮। শেষত ৰাজাজ্ঞামতে অতি ঘোৰ মূৰ্ত্তি হলেও ইয়াৰ লগত যুদ্ধ কৰিবই লাগিব বুলি সকলো আশঙ্কা দূৰ কৰি থৈ ৰাক্ষসবোৰে নানা তৰহৰ বিচিত্র অস্ত্রসমূহ লৈ চাৰিও-কালৰপৰা বান্দৰক আক্রমণ কৰিলে।

৩৯। এইদৰে চাৰিওফালৰ পৰা আক্রমণ কৰা দেখি পৰাক্রমী হনুমানে তোৰণৰ ওচৰত থকা প্রকাণ্ড লোৰ অৰ্গল এডাল হাতত ললে।

৪০। বিনতানন্দন গৰুড়ে সাপ এডাল লৈ যিদৰে আকাশ-পথত ঘূৰি ফুৰে, হনুমানেও সেইদৰে অৰ্গলডাল হাতত লৈ নিশাচৰগণক বধ কৰিলে।

৪১। সহস্রলোচন ইন্দ্রই বজ্রৰ সহায়ত দৈত্যকুল ধ্বংস কৰাৰ দৰে মৰুতনন্দন বীৰ হনুমানে সেই অৰ্গল হাতত লৈ আকাশৰ পৰাই ৰাক্ষসবোৰক সংহাৰ কৰিবলৈ ধৰিলে।

৪২। এইদৰে বীৰ মাৰুতিয়ে ৰাৱণৰ ভৃত্য ৰাক্ষসবোৰক বধ কৰি পুনঃ যুদ্ধ কৰিবলৈ ইচ্ছা কৰি আকৌ তোৰণত উঠি বহিল।

৪৩। নমৰাকৈ বাকী থকা কেইটামান ৰাক্ষসে তাৰপৰা ৰক্ষা পাই ভয়তে গৈ নিহত ৰাক্ষসবোৰৰ কথা ৰাৱণক জনালে।

৪৪। ৰজা ৰাৱণে সেই বৃহৎ ৰাক্ষসসেনা নিহত হোৱা শুনি খঙতে জ্বলি পকি সমৰক্ষেত্রৰ দুৰ্জ্জয় বীৰ অতুলনীয় পৰাক্রমী যোদ্ধা প্রহস্ত-পুত্রক যুদ্ধলৈ যাবলৈ আদেশ দিলে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত দ্বিচত্বাৰিংশ সৰ্গ সমাপ্ত ॥

# ত্রিচত্বাৰিংশ সৰ্গ

## হনুমান কর্তৃক চৈত্যপ্ৰাসাদ ধ্বংস

১। ভূত্যবোৰক বধ কৰি হনুমানে মনে মনে চিন্তা কৰিবলৈ ধৰিলে, "বনখন ভাঙিলোঁ কিন্তু ৰাক্ষসবোৰৰ অধিষ্ঠাতৃ দেৱতাৰ মন্দিৰ চৈত্যপ্ৰাসাদটো ভঙা নহ'ল।

২—৩। "গতিকে সেই মন্দিৰটো মই এতিয়াই ধ্বংস কৰোঁ"—মনে মনে এইদৰে চিন্তা কৰি মৰুতনন্দন কপিশ্ৰেষ্ঠ হনুমানে নিজ বল দেখুৱাই জাপমাৰি মেৰুশৃঙ্গসদৃশ উন্নত চৈত্য-প্ৰাসাদত উঠিল।

৪। মহাতেজস্বী বান্দৰদলপতি হনুমানে গিৰিশৃঙ্গসদৃশ সেই প্ৰাসাদত উঠি দ্বিতীয় সূৰ্য্যসদৃশ ৰূপ ধাৰণ কৰিলে।

৫। দুৰ্জ্জয়ী বীৰ হনুমানে অতি ওখ চৈত্যপ্ৰাসাদটো ধ্বংস কৰি উঠাৰ পিচত পাৰিযাত্ৰ পৰ্ব্বতৰ যেনে শোভা হনুমানৰো শোভা তদনুৰূপ হ'ল।

৬। এইদৰে নিজ শক্তিৰ বলত মহাকায় শৰীৰ লৈ নিৰ্ভয়ে চিঞৰি-বাখৰি সমগ্ৰ লঙ্কা প্ৰতিধ্বনিত কৰিবলৈ ধৰিলে।

৭। কাণ তালমাৰি ধৰা সেই শব্দ শুনি চৰাই-চিৰিকতি আৰু মন্দিৰবাসী সকলো মূৰ্চ্ছিত হৈ বাগৰি পৰিল।

৮—৯। হনুমানে চিঞৰি চিঞৰি কবলৈ ধৰিলে—"অস্ত্ৰবিদ্ ৰাম আৰু লক্ষ্মণৰ জয় হওক আৰু ৰাঘৱ পালিত সুগ্ৰীৱৰো জয় হওক। কোসলাধিপতি অক্লান্তকৰ্ম্মী ৰাঘৱ মই দাস। মোৰ নাম হনুমান, শত্ৰুসৈন্য বিনাশক মৰুতনন্দন।

১০। "হাজাৰ হাজাৰ শিলাখণ্ড আৰু গছ উভালি যুদ্ধ কৰিবলৈ আৰম্ভ কৰিলেও হাজাৰ ৰাৱণো মোৰ প্ৰতিদ্বন্দ্বী হব নোৱাৰে।"

১১। "এই লঙ্কানগৰী ধ্বংস কৰি মৈথিলীক সেৱা জনাই ৰাক্ষসবোৰৰ চকুৰ আগতে মোৰ কাম সিদ্ধি কৰি মই উভতি যাম।

১২। এই বুলি কৈ মহাকায় বান্দৰদলপতিয়ে মন্দিৰৰ ভিতৰৰ পৰাই ৰাক্ষসবোৰৰ মনত আতঙ্কৰ সৃষ্টি কৰি ভীষণ ৰবে গৰ্জ্জন কৰিবলৈ ধৰিলে।

১৩। ভীষণ শব্দ শুনি মন্দিৰ-ৰক্ষক শ শ ৰাক্ষসে প্ৰাস, খড়্গ, কুঠাৰ আদি অস্ত্ৰ হাতত লৈ তেওঁৰ কাষলৈ খেদি গ'ল।

১৪—১৮। মহাকায় ৰাক্ষসবোৰে এই অস্ত্ৰবোৰ নিক্ষেপ কৰি হনুমানক বেঢ়ি ধৰিলে; বিচিত্ৰ গদা, সোণখটোৱা পৰিঘ, সূৰ্য্যসম উজ্জ্বল শৰসমূহ লৈ সিহঁতে হনুমানক এইদৰে আগুৰি ধৰাত, পানীৰ উৰল-বাৰলত গঙ্গাৰ মহান ঘূৰ্ণিপাকৰ সিচিত্ৰা ৰূপ ধাৰণ

কৰিলে। ভেতিয়া পৱননন্দন হনুমানে ভীষণ খং কৰি অতিশয় ভয়ংকৰ এটা ৰূপ ধাৰণ কৰিলে আৰু চৈত্যপ্ৰাসাদৰ সোণখটোৱা শকুনীয়া স্তম্ভ এটা উভালি লৈ প্ৰবল বেগে ঘূৰাব ধৰিলে। এইদৰে ঘূৰাওঁতে যি অগ্নি উৎপন্ন হল তাতেই প্ৰাসাদটো পুৰি গল।

১৯—২৩। প্ৰাসাদ পুৰি যাব ধৰা দেখি ইন্দ্ৰই বজ্ৰৰ সহায়ত অসুৰবোৰক বধ কৰাৰ নিচিনা হনুমানেও ৰাক্ষসবোৰক বধ কৰিলে। এইদৰে সিহঁতক বধ কৰি শূন্যমাৰ্গত থাকি শ্ৰীমান হনুমানে কব ধৰিলে, "সুগ্ৰীৱৰ আজ্ঞানুকাৰী মোৰ নিচিনা হাজাৰ হাজাৰ পৰাক্ৰমী বান্দৰৰ সৃষ্টি হৈছে। আৰু আমি এই সমগ্ৰ জগতত ঘূৰি ফুৰিব ধৰিছো। তাৰ ভিতৰত কিছুমানৰ গাত দহটা হাতীৰ সমান বল, কিছুমানৰ শ হাতীৰ, আৰু কিছুমানৰ গাত হাজাৰ হাতীৰ বল আছে। কিছুমানৰ বল আকৌ এপাল হাতীৰ সমান আৰু কিছুমান বায়ুসম বলবান। হৰিযূথপতি সকলোৱেই অসীম শক্তি সম্পন্ন।

২৪—২৫। "দন্তনখায়ুধযুক্ত এনেবিধৰ শত সহস্ৰ বান্দৰেৰে পৰিবৃত হৈ সুগ্ৰীৱ ইয়ালৈ আহিব আৰু তোমালোক সকলোকে বধ কৰিব। তোমালোকে জানিবা ইক্ষ্বাকু-বীৰ মহাত্মা ৰামৰ লগত শত্ৰুতা কৰি এই লঙ্কা, তোমালোক সকলো আৰু ৰাৱণ, কোনো বাচি থাকিব নোৱাৰিব।"

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত ত্ৰিচত্বাৰিংশ সৰ্গ সমাপ্ত ॥

## চতুশ্চত্বাৰিংশ সৰ্গ

## হনুমান কৰ্তৃক জম্বুমালী নিধন

১। ৰাক্ষসৰাজ ৰাৱণৰ আদেশমতে প্ৰহস্তৰ ভয়ংকৰ দন্তবিশিষ্ট মহাবলী পুত্ৰ জম্বুমালী যুদ্ধলৈ ওলাই গল।

২—৩। ৰঙা কাপোৰ, মালা আৰু মনোহৰ কেক পিন্ধি চকু যোপা কৰি সমৰ-দুৰ্জ্জয় মহাপ্ৰচণ্ড জম্বুমালী ইন্দ্ৰধনুসদৃশ ধনু আৰু উজ্জ্বল শৰসমূহৰ দ্বাৰা সজ্জিত হৈ বজ্ৰনিনাদে ধনুত টঙ্কাৰ দি নগৰৰ পৰা ওলাই গল।

৪। তেওঁৰ ধনুৰ টঙ্কাৰত দিক্-বিদিক্ আৰু আকাশমণ্ডল হঠাতে পৰিপূৰ্ণ হৈ উঠিল।

৫। মহাবেগশালী হনুমানে খৰযুক্ত* ৰথত উঠি তেওঁক অহা দেখি আনন্দতে উৎফুল্ল হল আৰু লগে লগে ভীষণ চীৎকাৰ কৰিব ধৰিলে।

* অশ্বজাতীয় গাধৰ আকৃতিৰ তীক্ষ্ণ খৰযুক্ত এবিধ বন জন্তুৰ জন্তু।

৬। মহাতেজস্বী জম্বুমালীয়ে তোৰণৰ † কপোতপালিকাত হনুমানক বহি থকা দেখি তীক্ষ্ণ শৰৰ দ্বাৰা তেওঁক বিন্ধিব ধৰিলে।

৭। অৰ্দ্ধচন্দ্ৰবাণেৰে কপিপ্ৰৱৰৰ মুখমণ্ডল, কৰ্ণিবাণেৰে শিৰোভাগ আৰু দহপাট নাৰাচ বাণেৰে তেওঁৰ বাহুযুগল বিন্ধি পেলালে।

৮। শৰৎকালত প্ৰস্ফুটিত পদুমফুলে সূৰ্য্যৰ ৰশ্মিৰ সংসৰ্গত যেনে ৰূপ ধাৰণ কৰে কপিপ্ৰৱৰৰ তামবৰণীয়া মুখমণ্ডলো জম্বুমালীৰ শৰৰ দ্বাৰা বিদ্ধ হোৱাত তেনে ৰূপ ধাৰণ কৰিলে।

৯। হনুমানৰ ৰঙামুখ তেজেৰে ৰাঙলী হৈ উঠাত আকাশত সোণৰ পানীৰে তিতৱা মহাপদ্ম এটাৰ নিচিনা ৰূপ ধৰিলে।

১০—১১। ৰাক্ষসৰ বাণত বিদ্ধ হৈ মহাকপি হনুমানৰ অতিশয় খং উঠিল। তাৰপিচত ওচৰতে বৃহৎ শিল এটা দেখি লৰা-লৰিকৈ সেইটো তুলি লৈ বলেৰে ৰাক্ষসৰ কালে নিক্ষেপ কৰিলে। ৰাক্ষসেও দহপাট শৰ মাৰি সেই শিলটো খণ্ড বিখণ্ড কৰিলে।

১২। প্ৰচণ্ড বিক্ৰমশালী বীৰ্য্যবান হনুমানে তেওঁৰ চেষ্টা বিফল হোৱা দেখি বৃহৎ শালগছ এজোপা উঘালি লৈ চাৰিওফালে ঘূৰাবলৈ ধৰিলে।

১৩। মহাবলী হনুমানে শালগছজোপা এইদৰে ঘূৰোৱা দেখি বলবান ৰাক্ষসে বহুত বাণ তেওঁলৈ নিক্ষেপ কৰিলে।

১৪। সি চাৰিপাট শৰেৰে শালগছজোপা কাটিলে আৰু পাঁচপাট শৰেৰে তেওঁৰ বাহুযুগল, এপাটেদি তেওঁৰ বুকু আৰু দহপাটেৰে তেওঁৰ মাজবুকু মাজ ভাগ বিদ্ধ কৰিলে।

১৫। এইদৰে সমস্ত শৰীৰটো বাণৰ দ্বাৰা বিদ্ধ হোৱাত হনুমানৰ ভীষণ খং উঠিল। তেতিয়া সেই অৰ্গলডালকে লৈ তেওঁ ভীষণ বেগেৰে ঘূৰাবলৈ ধৰিলে।

১৬। মহাবেগবান হনুমানে মদোন্মত্ত হৈ ক্ষিপ্ৰ গতিত সেই অৰ্গলডালকে ঘূৰাই ঘূৰাই জম্বুমালীৰ বিশাল বুকুৰ ওপৰত নিক্ষেপ কৰিলে।

১৭। লগে লগে ৰাক্ষসৰ মূৰ, বাহু, ধনু, ৰথ, অশ্ব আৰু শৰ একোৰে চিন-চাব নোহোৱা হল।

১৮। মহাৰথী জম্বুমালী এইদৰে অতি শীঘ্ৰে নিহত হৈ বিধ্বস্ত অৱস্থাত ঠাল-ঠেঙুলিহীন গছৰ দৰে মাটিত বাগৰি পৰিল।

১৯। ৰাৱণে জম্বুমালী আৰু মহাবলবান ভৃত্যবৰ্গ নিহত হোৱা শুনি খঙতে জ্বলি উঠিল আৰু তেওঁৰ চকু ওৰফুল হেন ৰঙা হ'ল।

২০। প্ৰহস্ত-পুত্ৰ এইদৰে নিহত হোৱাত খঙতে তেওঁৰ ৰঙা চকুদুটা ঘূৰিব ধৰিলে আৰু তেতিয়া নিশাচৰ-পতিয়ে অতিশয় বীৰ্য্য আৰু বিক্ৰমশীল মন্ত্ৰীপুত্ৰসকলক অতি শীঘ্ৰে যুদ্ধলৈ ওলাই যাবলৈ আদেশ দিলে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত চতুশ্চত্বাৰিংশ সৰ্গ সমাপ্ত ॥

---

† কপোতপালিকা তোৰণৰ দুই কাষৰ স্তম্ভৰ ওপৰত বেঁকাকৈ দিয়া কাঠ; তোৰণৰ ওপৰত বেঁকাকৈ দিয়া চাল।

# পঞ্চচত্বাৰিংশ সৰ্গ

## হনুমান কৰ্ত্তৃক ৰাক্ষস বধ

১। ৰাক্ষসৰাজ ৰাৱণৰ আদেশ পাই অগ্নিসম তেজস্বী মন্ত্ৰীপুত্ৰসকল নিজ নিজ ঘৰৰপৰা ওলাই আহিল।

২—৪। মন্ত্ৰীপুত্ৰসকল অসীম পৰাক্ৰমী আৰু অতি বলবান, তেওঁলোক শিক্ষিত অস্ত্ৰধাৰীসকলৰ ভিতৰত শ্ৰেষ্ঠ, আৰু পৰস্পৰৰ ভিতৰত প্ৰত্যেকেই অকলে জয়লাভৰ কাৰণে ইচ্ছুক; বৃহৎ সৈন্যদল লগত লৈ, সোণৰ জালে আবৃত ধ্বজ-পতাকাৰে শোভিত, মেঘগম্ভীৰ শব্দযুক্ত অশ্বপৰিচালিত ৰথত উঠি সোণৰ বিচিত্ৰ কাৰুকাৰ্য্যপূৰ্ণ ধনু হাতত লৈ টঙ্কাৰ দি তেওঁলোক বিদ্যুৎমালাযুক্ত মেঘমালাৰ নিচিনা ৰূপ ধাৰণ কৰি যুদ্ধলৈ ওলাই গল।

৫। কিন্তু বন্ধু-বান্ধৱে সৈতে তেওঁলোকৰ জননীসকলে আগতে ভৃত্যসকল নিহত হোৱা খবৰ পাই মনে মনে সন্ত্ৰস্ত হৈ থাকিল।

৬। ইপিনে স্বৰ্ণালঙ্কাৰ ভূষিত মন্ত্ৰীপুত্ৰসকলে কোনে প্ৰথমে আক্ৰমণ কৰিব পাৰে এই ভাব লৈ তোৰণৰ ওপৰত বহি থকা হনুমানৰ ওচৰলৈ খেদি গল।

৭। ৰথৰ গৰ্জ্জনেৰে খলক লগাই বাণবৃষ্টি কৰি এই ৰাক্ষসসকলে বৰ্ষাকালৰ মেঘমালা সদৃশ হনুমানৰ চাৰিওফালে ঘূৰিব ধৰিলে।

৮। প্ৰবলবেগে চাৰিওফালৰপৰা বৰষুণ পৰিব ধৰিলে। গিৰিৰাজক যিদৰে দেখা নোপোৱা হয়, ৰাক্ষসসকলৰ শৰবৃষ্টিৰে আবৃত হৈ হনুমানো সেইদৰে অদৃশ্য হল।

৯। তেতিয়া বেগী হনুমানে খপ্‌কৰে বিমল আকাশৰ ওপৰলৈ উঠাত বীৰসকলৰ ৰথৰ বেগ আৰু শৰজাল সকলো নিষ্ফল হল।

১০। হাতত ধনু লৈ যুদ্ধৰত ৰাক্ষসবোৰৰ লগত আকাশৰপৰা এইদৰে খেলি থাকি বীৰ হনুমানে ইন্দ্ৰধনুযুক্ত মেঘমালাৰ লগত খেলি থকা প্ৰভু বায়ুদেৱতাৰ সদৃশ ৰূপ ধৰিলে।

১১। বীৰ্য্যবান্ হনুমানে ভীষণ এক শব্দ কৰি সমগ্ৰ সৈন্যবাহিনীক সন্ত্ৰস্ত কৰিলে আৰু লগে লগে ভীষণ বেগেৰে নামি আহি ৰাক্ষসবোৰক আক্ৰমণ কৰিলে।

১২—১৩। কোনোটোক চাপৰ মাৰি, কোনোটোক লাথি মাৰি, কোনোটোৰ গাত খোঁচা মাৰি, কাকো বা নখেৰে আচুৰি ফালি, কাকো বা বুকুৰে হেঁচি ধৰি আৰু কাকো ভৰিটোৰে লঠিয়াই পৰন্তপ হনুমানে সিহঁতক আক্ৰমণ কৰিলে। কিছুমান বা আকৌ তেওঁৰ গৰ্জ্জনতে ঠাইতে মাটিত বাগৰি পৰিল।

১৪। মন্ত্ৰীপুত্ৰসকল এইদৰে মৰা বা মাটিত বাগৰিপৰা দেখি, সৈন্যদল সন্ত্ৰস্ত হৈ দশোদিশে পলাব ধৰিলে।

১৫। হাতীবোৰে বিকৃতস্বৰে চিঞৰিব ধৰিলে, ঘোঁৰাবোৰ মাটিত বাগৰি পৰিল আৰু গোটেই ৰণভূমি ভঙা ৰথধ্বজা আৰু ছত্ৰৰ টুকুৰাৰে পৰিপূৰ্ণ হল।

১৬। ৰাক্ষসবোৰৰ তেজেৰে প্ৰবাহিত ৰক্তৰ নদী দেখি সমগ্ৰ লঙ্কা বিকৃত চাৎকাৰৰ দ্বাৰা পৰিপূৰ্ণ হল আৰু বিকট আকাৰ ধাৰণ কৰিলে।

১৭। এইদৰে বলদৰ্পে দৰ্পিত ৰাক্ষসবোৰক বধ কৰি প্ৰচণ্ড পৰাক্ৰমশালী মহাবলী বান্দৰ হনুমানে, আন আন ৰাক্ষসৰ লগত যুদ্ধ কৰিবলৈ ইচ্ছা কৰি পুনঃ তোৰণৰ পিনে গতি কৰিলে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত পঞ্চচত্বাৰিংশ সৰ্গ সমাপ্ত ॥

## ষট্চত্বাৰিংশ সৰ্গ

## ৰাক্ষস সেনাপতি বধ

১। মহাত্মা বান্দৰৰ হাতত মন্ত্ৰীপুত্ৰসকল নিহত হোৱা শুনি ৰাৱণৰ মনৰ ভিতৰত যি ভয়ৰ সঞ্চাৰ হল তাক গোপন কৰি ধীৰ ভাবে তাৰ পিচত কৰিবলগীয়া কামৰ বিষয়ে চিন্তা কৰিলে।

২। তেওঁ বিৰূপাক্ষ, যূপাক্ষ, দুৰ্দ্ধৰ্ষ, প্ৰঘস আৰু ভাসকৰ্ণ, এই পাঁচজন প্ৰধান সেনাপতিক মাতি আনিলে।

৩। এই পাঁচোজন সেনাপতি নীতিবিশাৰদ, কাৰ্য্যতৎপৰ আৰু যুদ্ধত বায়ুসম বেগবান হনুমানক ধৰি আনিবলৈ দশগ্ৰীৱ ৰাৱণে তেওঁলোকক এই বুলি আদেশ দিলে—

৪। "হে সেনানায়কসকল, তোমালোক সকলোটি মহাবলী, হাতী ঘোঁৰা আৰু ৰথত উঠি গৈ সেই বান্দৰটোক বন্দী কৰা।

৫। বনচৰ সেই প্ৰাণীটোৰ ওচৰলৈ গৈ অতি সতৰ্ক ভাবে দেশ আৰু কালৰ লগত খাপ খুৱাইহে সকলো কাম সম্পন্ন কৰিবা।

৬। তাৰ কাৰ্য্য-প্ৰণালীৰ পিনে চাই মই তাক কেৱলমাত্ৰ বান্দৰ এটা বুলি ভাবিব নোৱাৰোঁ, সি মহাবলশালী এটা মহৎ প্ৰাণী বুলিহে মোৰ বিশ্বাস হৈছে।

৭। তাক অকল বান্দৰ বুলি ভাবি মোৰ মনৰ সন্দেহ দূৰ হোৱা নাই। তাৰ কাৰ্য্যপদ্ধতি যেনে দেখিছোঁ, সি যে কেৱলমাত্ৰ এটা বান্দৰ এনে কথা মই ভাবিব নোৱাৰোঁ।

৮—৯। হব পাৰে যে আমাক দমন কৰিবলৈ ইন্দ্ৰই তপোবলৰ দ্বাৰা তাক সৃষ্টি কৰিছে। তোমালোকৰ লগ লাগি মই নাগ, যক্ষ, গন্ধৰ্ব্ব, দেৱতা, অসুৰ আৰু মহৰ্ষিসকলক

ৰণত পৰাজিত কৰা কথা জানা। এতেকে হয়তো আমাক বিপন্ন কৰিবলৈ তেওঁলোকেই এইখন লগাইছে।

১০—১১। এতেকে তাক বলেৰে ধৰি আনিবই লাগিব। হে মহাশক্তিসম্পন্ন সেনানায়কসকল, তোমালোকে হাতী, ঘোঁৰা আৰু ৰথ লৈ তাক বন্দী কৰা গৈ। সেই বান্দৰটো ধীৰ মতিসম্পন্ন আৰু পৰাক্ৰমী, তোমালোকে তাক অৱহেলা নকৰিবা।

১২—১৪। বালী, সুগ্ৰীৱ, মহাবলবান জাম্ববান, সেনাপতি নীল আৰু দ্বিবিদ আদি আন আন বহুত বান্দৰ মই দেখিছোঁ, তেওঁলোকো বিপুল পৰাক্ৰমী, কিন্তু উগ্ৰগতি, তেজ, পৰাক্ৰম, বুদ্ধি, বল, উৎসাহ আৰু হঠাতে ৰূপ পৰিবৰ্ত্তন কৰা শক্তিত তেওঁলোকৰ কোনোজনেই এওঁৰ সমান নহয়। বান্দৰৰূপ ধাৰণ কৰি যিটো প্ৰাণী ইয়াত উপস্থিত হৈছে তাক এটা মহৎ জীৱ বুলি ভাবিবা।

১৫—১৭। তোমালোকে বিশেষ যত্নেৰে ইয়াক ধৰিবা। তোমালোকে জানা, ইন্দ্ৰ, দেৱতা, অসুৰ আৰু মানবক লৈ এই তিনিওলোকে ৰণক্ষেত্ৰত তোমালোকৰ সন্মুখত তিষ্ঠিব পৰা নাছিল। তথাপি জয়েচ্ছু নীতিবিদ্ পুৰুষে যুদ্ধত সদায় যত্নসহকাৰে নিজক ৰক্ষা কৰি থাকে, কিয়নো যুদ্ধত জয়-পৰাজয় সদায় অনিশ্চিত।

১৮—২১। স্বামী ৰাৱণৰ কথা সাবোগত কৰি অগ্নিসম তেজস্বী আৰু বেগশালী তেওঁলোক সকলোটিয়ে সকলো প্ৰকাৰৰ তীক্ষ্ণ অস্ত্ৰৰে সজ্জিত হৈ মত্ত মাতঙ্গ, শীঘ্ৰগামী ঘোঁৰা আৰু ৰথত উঠি বহুত সৈন্য লৈ ওলাই গল। ওলাই গৈ ৰাক্ষসবীৰসকলে নিজ তেজোৰূপ ৰশ্মিমালাৰে সুশোভিত উদয়াচলত প্ৰদীপ্ত সূৰ্য্যসদৃশ উদ্ভাসিত হৈ থকা মহাবেগী, উৎসাহ শক্তি আৰু বুদ্ধিসম্পন্ন, মহাভুজ আৰু কায়বিশিষ্ট সেই বৃহৎ প্ৰাণীটোক তোৰণৰ ওপৰত বহি থকা দেখা পালে। দেখা মাত্ৰকে বীৰ ৰাক্ষসসকলে চাৰিওফালে সতৰ্কভাৱে থিয় দিলে আৰু ভয়ঙ্কৰ অস্ত্ৰসমূহৰ দ্বাৰা আক্ৰমণ কৰি চাৰিওফালৰপৰা তেওঁক খেদি গল।

২২। তেতিয়া দুৰ্দ্ধৰ্ষ ৰাক্ষসে হনুমানৰ মুৰৰ উদ্দেশ্য কৰি পাঁচপাট শৰ নিক্ষেপ কৰিলে। এই শৰবোৰ লোহাৰ তীক্ষ্ণ সোণবৰণীয়া মুখৰ আৰু ৰণত উৎপলৰ পাতৰ নিচিনা।

২৩। পাঁচ শৰে বান্দৰবীৰৰ মুৰ বিন্ধি ধৰাত তেওঁ যি গৰ্জ্জন কৰি আকাশলৈ উঠিল তাতেই দশোদিক পৰিপূৰ্ণ হল।

২৪। তেতিয়া মহাবলী বীৰ দুৰ্দ্ধৰ্ষ হাতত ধনুৰে সজ্জিত হৈ শত শত শৰ প্ৰয়োগ কৰি হনুমানৰ ওচৰ চাপিল।

২৫। বৰ্ষাকাল অতীত হলে বায়ুদেৱতাই বৰষুণ দি থকা মেঘক যিদৰে বিতাৰিত কৰে, বায়ুনন্দন হনুমানেও আকাশ মাৰ্গক অৱলম্বন কৰি শৰবৰ্ষণকাৰী দুৰ্দ্ধৰ্ষক সেইদৰে নিবাৰণ কৰিলে।

২৬। দুৰ্দ্ধৰ্ষৰ শৰজালত নিপীড়িত হৈ বীৰ্য্যবান হনুমানে পুনঃ গৰ্জ্জি উঠি তেওঁৰ শৰীৰৰ আয়তন অধিক পৰিমাণে বঢ়াই ললে।

২৭। আৰু তৎক্ষণাৎ ওপৰলৈ জাপ দি মহাবেগী পৰ্ব্বতৰ ওপৰত বজ্ৰপাত হোৱাৰ নিচিনাকৈ তেওঁ দুৰ্দ্ধৰ্ষৰ ৰথৰ ওপৰত পৰিল।

২৮। তাতে দুৰ্দ্ধৰ্ষৰ ৰথৰ আঠোটা ঘোঁৰা, ৰথৰ অক্ষ আৰু সাৰথি হৈয়া ঠাই সকলো চুৰমাৰ হ'ল আৰু শেহত দুৰ্দ্ধৰ্ষো প্ৰাণহীন হৈ মাটিত বাগৰি পৰিল।

২৯। দুৰ্দ্ধৰ্ষ নিহত হোৱা দেখি শত্ৰুনিধনকাৰী দুৰ্জ্জয় বীৰ বিৰূপাক্ষ আৰু যূপাক্ষ উভয়ৰে ভীষণ খং উঠিল আৰু দুয়ো জাপমাৰি ওপৰলৈ উঠিল।

৩০। আৰু তেওঁলোকৰ মুদ্গৰৰ দ্বাৰা আকাশতে বৈ থকা মহাবাহু হনুমানৰ বুকুত আঘাত কৰিলে।

৩১। তেতিয়া মহাবলশালী হনুমানে বেগী ৰাক্ষস দুজনৰ অস্ত্ৰৰ বেগ ব্যৰ্থ কৰি গৰুড়ৰ সমান বেগে পুনঃ মাটিত নামিল।

৩২। মাটিৰপৰা শালগছ এজোপা উভালি লৈ তাৰে কোবাই তেওঁ দুয়োজন ৰাক্ষসকে মাৰি পেলালে।

৩৩—৩৪। এইদৰে তিনিওজন ৰাক্ষস নিহত হোৱা দেখি বেগবান্ আৰু বলশালী প্ৰঘসে বিদ্ৰূপৰ হাঁহি মাৰি তেজস্বী হনুমানৰ ওচৰ চাপিল আৰু লগতে বীৰ্য্যবান ভাসকৰ্ণয়ো ক্ৰুদ্ধ হৈ প্ৰঘসৰ লগ হৈ যশস্বী কপিশ্ৰেষ্ঠক আগুৰি ধৰিলে।

৩৫। প্ৰঘসে তীক্ষ্ণ পট্টিশৰ দ্বাৰা আৰু ভাসকৰ্ণে শূলৰ দ্বাৰা হনুমানক আক্ৰমণ কৰিলে।

৩৬। দুয়োজনে এইদৰে আক্ৰমণ কৰাত হনুমানৰ গা ক্ষত-বিক্ষত হ'ল আৰু নোমবোৰ তেজেৰে ৰাঙলী হোৱাত ক্ৰুদ্ধ হনুমান বাড়িপুৱাৰ সূৰ্য্যৰ নিচিনা ৰঙা হ'ল।

৩৭। তেতিয়া মৃগ, ব্যাঘ্ৰ আদি জন্তু আৰু গছ-গছনিৰে পৰিপূৰ্ণ পৰ্ব্বতৰ শৃঙ্গ এটা উভালি তাৰে দুয়োজন ৰাক্ষসকে আক্ৰমণ কৰিলে। পৰ্ব্বত শৃঙ্গেৰে পিহি পেলোৱাত দুয়োজন ৰাক্ষস গুৰি হৈ গ'ল।

৩৮। এইদৰে পাঁচোজন সেনাপতি নিহত হোৱাৰ পিচত সিহঁতৰ অৱশিষ্ট সৈন্যবোৰো কপিপ্ৰবৰে বিনাশ কৰি পেলালে।

৩৯। ঘোঁৰাৰে ঘোঁৰাক, হাতীৰে হাতীক, যোদ্ধাৰে যোদ্ধাক আৰু ৰথেৰে ৰথক আক্ৰমণ কৰি সহস্ৰাক্ষ ইন্দ্ৰই অসুৰকুলক বধ কৰাৰ নিচিনাকৈ হনুমানেও শত্ৰুপক্ষক বিনাশ কৰিলে।

৪০। মৃত ঘোঁৰা, হাতী, ভগ্ন মহাৰথ আৰু ৰাক্ষসসেনাৰে চাৰিওফালৰ বাটপথ বন্ধ হ'ল।

৪১। কপিপ্ৰবৰ হনুমানে ৰথ বাহন আৰু সৈন্যদলেৰে সৈতে সেনাপতিসকলক বধ কৰি জগতৰ সমগ্ৰ প্ৰজা ধ্বংস কৰিবলৈ অপেক্ষা কৰি থকা কালৰ নিচিনা পুনঃ সেই তোৰণকে আশ্ৰয় কৰি সময়ৰ অপেক্ষা কৰি বৈ থাকিল।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত ষট্‌চত্বাৰিংশ সৰ্গ সমাপ্ত ॥

# সপ্তচত্বাৰিংশ সৰ্গ

## ৰাক্ষসকুমাৰ অক্ষ নিধন

১। ৰজা ৰাৱণে অনুচৰ আৰু বাহনৰ সৈতে পাঁচজন সেনাপতি হনুমানৰ হাতত নিহত হোৱা শুনি যুদ্ধৰ কাৰণে প্ৰস্তুত হৈ থকা সমৰোৎসাহী কুমাৰ অক্ষক সন্মুখতে দেখি চকুৰ ইঙ্গিততে যুদ্ধৰ কাৰণে সাজু হবলৈ আদেশ দিলে।

২। শ্ৰেষ্ঠ ঋত্বিকসকলে যজ্ঞত ঘিউৰ আহুতি দিলে অগ্নি জ্বলি উঠাৰ নিচিনাকৈ ৰজাৰ দৃষ্টিপাতৰপৰা যুদ্ধৰ ইঙ্গিত পাই সুবৰ্ণ চিত্ৰিত ধনু হাতত লৈ প্ৰতাপবান কুমাৰ অক্ষয়ে থপ্‌ কৰে থিয় দিলে।

৩। তাৰ পিচত ৰাক্ষসপ্ৰবৰ মহাশক্তিশালী অক্ষই চাৰিওফালে সোণৰ জালে আগুৰা নবোদিত সূৰ্য্যসদৃশ সমুজ্জল ৰথত উঠি কপিপ্ৰবৰ হনুমানৰ পিনে যাবলৈ ধৰিলে।

৪—৬। ৰাৱণপুত্ৰ অক্ষৰ এই ৰথ তপস্যালব্ধ সিদ্ধিৰ নিচিনা, ই উজ্জ্বল সোণৰ জালেৰে চিত্ৰিত আৰু ৰত্নবিভূষিত ধ্বজ পতাকাৰে শোভিত; ই মনৰ সমান বেগশালী, আঠোটা ঘোঁৰা তাত জোৰা আছে আৰু ই দেৱতা আৰু অসুৰগণৰো অজেয়; ইয়াৰ গতি সকলো ঠাইতে অব্যৰ্থ, ই বিদ্যুৎসম উজ্জ্বল, আৰু আকাশমাৰ্গতো বিচৰণক্ষম, সকলো সম্ভাৰে সজ্জিত আৰু শৰৰ তূনেৰে পৰিপূৰ্ণ এই ৰথৰ তল-ওপৰ আৰু চাৰিওফাল খড়্গেৰে সংৰক্ষিত; আৰু যথাস্থানত শক্তি আৰু শেল সুন্দৰ ভাবে সংস্থাপিত, মুঠতে যুদ্ধৰ সকলো সম্ভাৰেৰে সজ্জিত চন্দ্ৰ-সূৰ্য্যসদৃশ সমুজ্জল এই ৰথ সোণখটোৱা নানা বস্ত্ৰৰে সুশোভিত হৈ স্বয়ং সূৰ্য্যৰ নিচিনা বিৰাজ কৰিছিল। অতুলবীৰ্য্য ৰাক্ষসবীৰ অক্ষই এই ৰথত উঠি ৰণলৈ যাত্ৰা কৰিলে।

৭। এনে হেন ৰথত আৰোহণ কৰি ৰাজকুমাৰ অক্ষই হাতী, ঘোঁৰা আৰু ৰথৰ শব্দতে পৰ্ব্বতে সৈতে পৃথিবী প্ৰতিধ্বনিত কৰি সৈন্যৰ দলৰ আগত তোৰণক আশ্ৰয় কৰি থকা সৰ্ব্ব-শক্তিসম্পন্ন কপিপ্ৰবৰৰ ওচৰলৈ গল।

৮। সিংহসদৃশ ক্ৰুৰদৃষ্টিপূৰ্ণ অক্ষই তোৰণৰ ওপৰত বহি থকা যুগান্তকালৰ প্ৰলয়াগ্নি-স্বৰূপ বান্দৰ হনুমানৰ পিনে ভালদৰে চাই ললে। ইপিনেও কুমাৰ অক্ষক দেখি ন'ৰা হৈও তেওঁৰ লগত যুঁজিবলৈ আহিছে, এইদৰে ভাবি বিস্মিত হল আৰু লগে লগে ৰাৱণৰ পুত্ৰ বুলি তেওঁৰ প্ৰতি অলপ আগ্ৰহান্বিত হল।

৯। তেতিয়া ৰাৱণাত্মজ অক্ষই মহাত্মা হনুমানৰ বেগ আৰু পৰাক্ৰম আৰু সেইদৰে নিজৰো শক্তি-সামৰ্থ্যৰ বিষয়ে ভালদৰে বিচাৰ কৰি নিজ তেজোবলেৰে প্ৰলয়কালৰ সূৰ্য্যৰ নিচিনাকৈ নিজক বঢ়াব ধৰিলে।

১০। দুৰ্জ্জয় হনুমানৰ পৰাক্ৰমৰ বিষয়ে চিন্তা কৰি কুমাৰ অক্ষৰ অভিশয় খং উঠিল, তেওঁ ধীৰভাৱে থিয় হৈ যত্নসহকাৰে ঐকান্তিকতাৰে তিনিপাট শৰৰ দ্বাৰা যুদ্ধৰ কাৰণে হনুমানক আহ্বান জনালে।

১১—১২। হনুমান যুদ্ধত কোনো দিনে পৰিশ্ৰান্ত নহয়, এটাৰ পিছত এটাকৈ জয় লাভ কৰি তেওঁ এতিয়া গৰ্ব্বিত আৰু শত্ৰুদলক পৰাজিত কৰাৰ ক্ষমতা তেওঁৰ যথেষ্ট পৰিমাণে আছে। উগ্ৰপৰাক্ৰমশালী কুমাৰ অক্ষই এনে গুণসম্পন্ন হনুমানক যুদ্ধৰ কাৰণে উদ্‌গ্ৰীৱ হৈ থকা দেখি হাতত ধনু-শৰ, বুকুত স্বৰ্ণ নিৰ্ম্মিত কবচ, হাতত অঙ্গদ আৰু কাণত কুণ্ডলে সৈতে সুশোভিত হৈ কপিবৰক আক্ৰমণ কৰিলে। আৰু তেতিয়া উভয়পক্ষৰ ভিতৰত এনে ঘোৰতৰ সংগ্ৰাম আৰম্ভ হ'ল যে তাক দেখি দেৱতা আৰু অসুৰবিলাক সন্ত্ৰস্ত হৈ উঠিল।

১৩। কুমাৰ আৰু বান্দৰৰ ভিতৰত হোৱা এই তুমুল সংগ্ৰামৰ প্ৰকোপত পৃথিৱীৰ সকলো প্ৰাণীয়ে চিঞৰ-বাখৰ লগালে, সূৰ্য্যই তাপ দিয়াৰ পৰা বিৰত হ'ল, বতাহ বব এৰিলে, পৰ্ব্বত কঁপি উঠিল, আকাশমণ্ডল প্ৰতিধ্বনিত হ'ল আৰু সমুদ্ৰত ঢৌ উঠিল।

১৪। তেতিয়া লক্ষ্যৰ প্ৰতি অভ্ৰান্তদৃষ্টি, শৰসংযোগ আৰু শৰ নিক্ষেপত সুনিপুণ বীৰ অক্ষই অতি তীক্ষ্মমুখবিশিষ্ট সোণৰ পাখীৰে সজ্জিত বিষযুক্ত সৰ্পসদৃশ তিনিপাট শৰেৰে কপিপ্ৰবৰৰ মূৰত আঘাত কৰিলে।

১৫। তিনিওপাট শৰ একেলগে পৰাত হনুমানৰ শৰীৰ তেজেৰে বাঙলী হ'ল আৰু তেওঁৰ চকু ঘূৰিবলৈ ধৰিলে। শৰৰ ৰশ্মিতে উদ্ভাসিত হৈ কপিপ্ৰবৰ হনুমান ৰশ্মিজালেৰে পৰিবৃত নবোদিত সূৰ্য্যসদৃশ হ'ল।

১৬। তেতিয়া বান্দৰাধিপতি সুগ্ৰীৱৰ শ্ৰেষ্ঠ মন্ত্ৰী হনুমানে ৰাক্ষসৰাজপ্ৰবৰ ৰাৱণৰ পুত্ৰক বিচিত্ৰ শৰ-ধনু উত্তোলন কৰি যুদ্ধত অৱতীৰ্ণ হোৱা দেখি আনন্দতে নিজ শৰীৰটো যুদ্ধোপযোগী কৰি বঢ়াই ললে।

১৭। আৰু ক্ৰোধতে মন্দৰ পৰ্ব্বতস্থিত অংশুমালী সূৰ্য্যসদৃশ বলবীৰ্য্যসম্পন্ন হনুমানে তেওঁৰ চকুৰপৰা ওলোৱা জুইৰ তাপতে সৈন্য আৰু বাহনে সৈতে কুমাৰ অক্ষক পুৰিবলৈ ধৰিলে।

১৮। তেতিয়া মেঘমালাই মহান পৰ্ব্বতৰ ওপৰত যিদৰে বৃষ্টিপাত কৰে, ইন্দ্ৰধনুসদৃশ ধনুত শৰসংযোগ কৰি মেঘমালাৰূপ অক্ষয়েও পৰ্ব্বত-প্ৰমাণ বান্দৰৰ ওপৰত শৰবৃষ্টি আৰম্ভ কৰিলে।

১৯। তেজ, বল আৰু বীৰ্য্যত উৎকৰ্ষতা লাভ কৰি প্ৰচণ্ড ৰণবিক্ৰমশীল কুমাৰ অক্ষই ধনু হাতত লৈ যুদ্ধত প্ৰবৃত্ত হোৱা দেখি হনুমানে পৰম আনন্দ পালে আৰু সেই আনন্দতে মেঘগম্ভীৰ স্বৰে গৰ্জ্জন কৰি উঠিল।

২০। বালকমতি অক্ষ নিজ বীৰ্য্যবলত গৰ্ব্বিত হ'ল, তেওঁৰ খং উঠিল আৰু চকু দুটা তেজৰ সমান ৰঙা হৈ পৰিল। এনে অৱস্থাত ধাঁহ-বনেৰে ঢাকি থোৱা গাঁতৰ ফালে গৈ থকা মত্ত হাতীৰ দৰে বীৰ অক্ষয়ো মহাকপি হনুমানৰ ওচৰলৈ আগবাঢ়ি গ'ল।

২১। অক্ষৰ প্ৰবল পৰাক্ৰমপূৰ্ণ নিক্ষিপ্ত শৰসমূহৰ দ্বাৰা আক্ৰান্ত হৈ কপিপ্ৰবৰে প্ৰবল উৎসাহেৰে নভোমণ্ডলত উঠিল আৰু বাহু আৰু উৰু আস্ফালনৰ দ্বাৰা ঘোৰতৰ মূৰ্ত্তি ধাৰণ কৰিলে।

২২। হনুমান এইদৰে উঠি যাব ধৰা দেখি ৰাক্ষসবীৰ প্ৰবল প্ৰতাপী ৰথীশ্ৰেষ্ঠ বীৰ অক্ষয়ো তেওঁক খেদি গল আৰু মেঘমালাই শিলাবৃষ্টি কৰাৰ দৰে তেওঁৰ ওপৰত শৰ বৰ্ষণ কৰিব ধৰিলে।

২৩। তেতিয়া ভীমপৰাক্ৰম হনুমানে মনৰ সমান বেগ লৈ বায়ুৰ পথ লৈ শৰসমূহৰ মাজত বিচৰণ কৰি ৰাক্ষসৰ বাণবৰ্ষণ তেনেই ব্যৰ্থ কৰিলে।

২৪। কুমাৰ অক্ষই হাতত ধনু-শৰ লৈ মনত সম্পূৰ্ণ উৎসাহেৰে যুদ্ধত অবতীৰ্ণ হৈ নানান অত্যুৎকৃষ্ট বাণৰ দ্বাৰা তেওঁক আগুৰি ধৰা দেখি মৰুতাত্মজ হনুমানে কুমাৰৰ পিনে ভালদৰে চাই চিন্তা কৰিলে।

২৫। ইতিমধ্যে মহাবীৰ কুমাৰপ্ৰবৰে শৰৰ দ্বাৰা হনুমানৰ বাহুৰ মাজভাগ বিদীৰ্ণ কৰাত মহাবাহু হনুমানে কামৰ বিশেষত্ব বুজি লৈ নিজ পৰাক্ৰমৰ বিষয়ে এইদৰে চিন্তা কৰিবলৈ ধৰিলে।

২৬। বালাৰ্কসন্নিভ মহাবলশালী মহান্ এই ৰাক্ষসে বালক হৈও বীৰপুৰুষৰ নিচিনা কাম 'কৰিছে। ই যুদ্ধবিষয়ক সকলো কাৰ্য্যতে নিপুণ কিন্তু তথাপিতো ইয়াক বধ কৰিবলৈ মোৰ ইচ্ছা হোৱা নাই।

২৭। ই প্ৰকৃততে এজন মহাত্মা, আৰু মহাবীৰ্য্যসম্পন্ন, যুদ্ধবিষয়ত তৎপৰ আৰু অতি সহনশীল ; নিশ্চয় ইয়াৰ কাৰ্য্যকুশলতাৰ কাৰণেই নাগ, যক্ষ আৰু মুনিসকলে ইয়াৰ সমাদৰ কৰি থাকে।

২৮। পৰাক্ৰমৰ গুণতে তাৰ মনৰ বল ক্ৰমাৎ বাঢ়ি গৈছে আৰু সেয়েহে 'মোৰ সন্মুখত থিয় হৈ ই মোৰ প্ৰতি নিৰীক্ষণ কৰিব পাৰিছে। ই অতি শীঘ্ৰে এনেদৰে কাম সমাধা কৰিব পাৰে যে তাৰ পৰাক্ৰমত সুৰ আৰু অসুৰগণৰো মন ভয়তে কঁপি উঠে।

২৯। এনে স্থলত মই ইয়াক উপেক্ষা কৰি থাকিলে নহব। ৰণক্ষেত্ৰত ইয়াৰ পৰাক্ৰম ক্ৰমে বাঢ়িহে গৈছে। এতেকে মই ইয়াক বধ কৰাটোহে উচিত হব। অগ্নি বাঢ়িব ধৰিলে তাক উপেক্ষা কৰাটো উচিত নহয়।

৩০। তাৰ পিচত বীৰ্য্যশালী মহাবলশালী হনুমানে শত্ৰুপক্ষৰ পৰাক্ৰমৰ বিষয়ে চিন্তা কৰি নিজৰ কৰ্ম্মপদ্ধতি স্থিৰ কৰি ললে আৰু নিজৰ শক্তি বঢ়াই তেতিয়াই অক্ষক বধ কৰিবলৈ স্থিৰ কৰিলে।

৩১। তাৰ পিচত পৱনাত্মজ বীৰ হনুমানে হাতৰ চাপৰত শূন্যপথত অক্ষৰ সুশিক্ষিত ভাৰবহনক্ষম, মণ্ডলাকাৰে ঘূৰাত পাৰ্গত অতি উত্তম ঘোঁৰা আঠোটা বধ কৰিলে।

৩২। হাতৰ এটা চাপৰতে বানৰাধিপতি সুগ্ৰীৱৰ মন্ত্ৰী হনুমানৰ হাতত ঘোঁৰা নিহত আৰু সাৰথিৰ বহা ঠাই আৰু কাঠৰ কলাকে লৈতে ৰথ চুৰমাৰ হোৱাত সেই ৰথ আকাশৰ পৰা মাটিত সৰি পৰিল।

৩৩। তেতিয়া তপস্বী ঋষিয়ে তপোবলৰ দ্বাৰা নিজ দেহ পৰিত্যাগ কৰি শূন্যমাৰ্গলৈ গমন কৰাৰ নিচিনা, মহাৰথী অক্ষয়ো ৰথ এৰি ধনু আৰু খড়্গ হাতত লৈ আকাশলৈ উঠিল।

৩৪। অক্ষই পক্ষীৰাজ গৰুড়, মাৰুত আৰু সিদ্ধসকলৰ বিচৰণৰ স্থল আকাশমাৰ্গত এইদৰে ঘূৰি ফুৰোঁতে, মাৰুতসম বেগ আৰু বিক্ৰমশালী হনুমানে লাহেকৈ ওচৰ চাপি তাৰ ভৰি দুখনত খামোচ মাৰি ধৰিলে।

পক্ষীৰাজ গৰুড়ে মহাসৰ্পক ধৰাৰ নিচিনাকৈ পিতৃৰ সমান বিক্ৰমশীল কপিপ্ৰবৰ হনুমানেও অক্ষক ধৰি আকাশতে হাজাৰ বাৰ ঘূৰাই শেষত ৰণস্থলত মাটিত পেলাই দিলে।

৩৫। তাতেই ৰাক্ষসৰ বাহু, উৰু, কঁকাল, বুকু ভাজি চুচূৰ্ণ হৈ তেজৰ সোঁত বব ধৰিলে, হাড় চুৰমাৰ হ'ল আৰু চকু ওলাই পৰিল, এইদৰে শৰীৰৰ সকলো অঙ্গ ছিন্নবিচ্ছিন্ন হৈ বায়ুপুত্ৰ হনুমানৰ হাতত ৰাক্ষস নিহত হ'ল।

৩৬—৩৭। কুমাৰক মাটিত পিহি থৈ কপিবৰে ৰাক্ষসৰাজ ৰাৱণৰ মনত ভীষণ আতঙ্কৰ সৃষ্টি কৰিলে। আৰু আনপিনে মহৰ্ষিসকল, গ্ৰহাদি দেৱতাসকল, যক্ষ, পন্নগ, ইন্দ্ৰৰ সৈতে দেৱতা আদি সকলোৱে কুমাৰ নিহত হোৱা দেখি পৰম বিস্ময় হৈ বানৰ-প্ৰৱৰক চাবলৈ আহিল।

৩৮। এইদৰে ইন্দ্ৰসুতসম ৰক্তনেত্ৰ কুমাৰ অক্ষক নিহত কৰি বীৰ হনুমানে প্ৰলয়-কালৰ মহাকাল সদৃশ সময়ক অপেক্ষা কৰি পুনঃ তোৰণৰ পিনে গতি কৰিলে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত সপ্তচত্বাৰিংশ সৰ্গ সমাপ্ত ॥

# অষ্টচত্বাৰিংশ সৰ্গ

## ইন্দ্ৰজিতৰ যুদ্ধ গমন আৰু হনুমানৰ লগত ৰণ

১। হনুমানৰ হাতত কুমাৰ অক্ষ নিহত হোৱাত ক্ৰুদ্ধ ৰাক্ষসাধিপতি মহাপ্ৰাণ ৰাৱণে ধৈৰ্য্য ধৰি দেবকল্প পুত্ৰ ইন্দ্ৰজিতক আদেশ দিলে—

২। "বৎস, তুমি সকলোপ্ৰকাৰ অস্ত্ৰত অভিজ্ঞ আৰু অস্ত্ৰধাৰীসকলৰ ভিতৰত শ্ৰেষ্ঠ, তুমি সুৰাসুৰ সকলোকে আকুল কৰিব পাৰা, আৰু ইন্দ্ৰকে আদি কৰি সকলো দেবতাই তোমাৰ কাৰ্য্যকলাপ দেখি আছে, পিতামহক আৰাধনা কৰি তুমি ব্ৰহ্মাস্ত্ৰও লাভ কৰিছা।

৩-৪। তোমাৰ অস্ত্ৰৰ সমুখত ইন্দ্ৰৰ আশ্ৰিত দেবতাসকলো তিষ্টিব নোৱাৰে। তোমাৰ বাহিৰে তিনিও জগতত এনে এজন নাই যি যুদ্ধত পৰিশ্ৰান্ত নহৈ থাকিব পাৰে, তুমি বাহুবল আৰু তপস্যা উভয়ৰে দ্বাৰা ৰক্ষিত, দেশকাল বিচাৰ বিষয়ত তুমিযে প্ৰধান আৰু বুদ্ধিতো তুমিয়ে সৰ্ব্বশ্ৰেষ্ঠ।

৫। যুদ্ধত এনে কোনো কাম নাই যিটো তুমি কৰিব নোৱাৰা, আৰু ৰাজকাৰ্য্য বিষয়তো এনে কোনো এটা বিষয় নাই যিটো বুদ্ধি আৰু মন্ত্ৰণাপূৰ্ব্বক আৰম্ভ কৰিলে তুমি সম্পন্ন নকৰাকৈ থাকিব পাৰা। এই তিনিও জগতত এনে এজন নাই যি যুদ্ধত তোমাৰ বল আৰু অস্ত্ৰৰ মহিমা গম পোৱা নাই।

৬। যুদ্ধ বিষয়ত তোমাৰ বল, পৰাক্ৰম, তোমাৰ অস্ত্ৰৰ শক্তি তপস্যা, সকলো মোৰ অনুৰূপ। যুদ্ধৰ সময়ত তুমি মোৰ ওচৰতে থাকিলে জয়লাভ সুনিশ্চিত বুলি জানি কোনো কাৰ্য্যতে মই শ্ৰম অনুভৱ নকৰোঁ।

৭। তুমি দেখিছা মোৰ ভৃত্যবৰ্গ নিহত হল, ৰাক্ষস জম্বুমালী, বীৰ অমাত্য-পুত্ৰসকল আৰু প্ৰধান প্ৰধান পাঁচজন সেনাপতিও মৰিল, হাতী, ঘোঁৰা আৰু ৰথে সৈতে বিৰাট সৈন্যদল, মহোদৰ আৰু কুমাৰ অক্ষও নিহত হল।

৮। কিন্তু হে শত্ৰুবিনাশক বীৰ, মই সিহঁতৰ কাৰ্য্যদক্ষতাৰ ওপৰত তেনে গুৰুত্ব আৰোপ নকৰোঁ তোমাৰ ওপৰত যেনে।

৯। এতিয়া তুমি এই মহৎ সৈন্যদলৰ নিধন, বান্দৰৰ পৰাক্ৰম, প্ৰভাৱ আৰু তোমাৰ নিজৰ সামৰ্থ্যৰ বিষয়ে বিবেচনা কৰি শক্তিৰ অনুৰূপ পৰাক্ৰম দেখুওৱা।

১০। হে অস্ত্ৰধাৰীসকলৰ শ্ৰেষ্ঠ, তুমি নিজ আৰু শত্ৰুপক্ষৰ বল বিশেষভাৱে বুজি লৈ শত্ৰুৰ শক্তিবিনাশক সকলো সাজ-সজ্জাৰে সজ্জিত হৈ যুদ্ধলৈ গৈ শত্ৰুৰ ওচৰ চাপিলে যি উপায়ে শত্ৰু ক্ষীণবল হব পাৰে তেনেদৰে কাম আৰম্ভ কৰা।

১১। হে বীৰ, অশেষ সৈন্য লগত নিয়াৰ কোনো আৱশ্যকতা নাই, যিহেতু সিহঁতে

বেগতে দলে দলে পলাবলৈ আৰম্ভ কৰে, সেইদৰে বজ্ৰতুল্য অতি তীক্ষ্ণ আৰু কঠোৰ অস্ত্ৰবো কোনো প্ৰয়োজন নাই কিয়নো মাৰুতপুত্ৰ এই বানৰৰ গতিৰ কোনো পৰিমাণ নাই, ই অগ্নিতুল্য। এতেকে কোনো অস্ত্ৰই তাক বধ কৰিব নোৱাৰে।

১২। এতিয়া মই যি কলোঁ সেই কথাবোৰ ভালদৰে বিবেচনা কৰি যিদৰে কাম সিদ্ধ হব পাৰে সেই বিষয়ে মন স্থিৰ কৰি লৈ এই ধনুৰ দিব্যশক্তি স্মৰণ কৰা আৰু নিজক নিৰাপদে ৰাখি যুদ্ধলৈ গৈ তোমাৰ কৰ্ত্তব্য স্থিৰ কৰা।

১৩। হে সুধী, তোমাক যুদ্ধলৈ পঠিওৱা কামটো মোৰ পক্ষে ভাল হোৱা নাই, কিন্তু ৰাজধৰ্ম্ম আৰু ক্ষত্ৰিয়সকলৰ ভিতৰত প্ৰবৰ্ত্তিত ধৰ্ম্মৰ এয়ে মত।

১৪। হে অৰিন্দম, ৰজাৰ পক্ষে যুদ্ধত জয়লাভ কৰাটো যিদৰে বাঞ্ছনীয়, ধৰ্ম্ম অৰ্থ-নীতি আদি নানা শাস্ত্ৰ আৰু যুদ্ধ বিষয়ত পাৰদৰ্শিতা লাভ কৰাটোও সেইদৰে বাঞ্ছনীয়।"

১৫। দেৱপ্ৰভাৱসম্পন্ন ইন্দ্ৰজিতে পিতাকৰ উপদেশ শুনি তেওঁৰ প্ৰভু পিতাকক প্ৰদক্ষিণ কৰি লৰালৰিকৈ যুদ্ধবিষয়ে মনস্থিৰ কৰি ললে।

১৬—১৭। তাৰ পিচত সভাস্থ নিজৰ হিতাকাঙ্ক্ষী আন আন ৰাক্ষসৰ শুভেচ্ছা লৈ পদ্মপত্ৰসম আয়তলোচন ৰাক্ষস ৰাজপুত্ৰ মহাতেজস্বী শ্ৰীমান ইন্দ্ৰজিৎ পৰ্ব্বদিনত বাঢ়ি অহা সমুদ্ৰৰ নিচিনা উদ্যম আৰু উৎসাহপূৰ্ণ হৈ ৰণলৈ যাত্ৰা কৰিলে।

১৮। অতি বেগবান ইন্দ্ৰতুল্য ইন্দ্ৰজিতে পক্ষীৰাজ গৰুড়সম বেগশীল তীক্ষ্ণ দাঁত থকা চাৰিটা সাপে টনা ৰথত আৰোহণ কৰিলে।

১৯। এই ৰথত উঠি ধনুৰ্দ্ধাৰীসকলৰ ভিতৰত শ্ৰেষ্ঠ, অস্ত্ৰবিদ্‌সকলৰ ভিতৰত প্ৰধান, সকলো শাস্ত্ৰ-তত্ত্বৰ্থী ইন্দ্ৰজিতে হনুমান যি ঠাইত আছিল ক্ষিপ্ৰগতিত তালৈ যাত্ৰা কৰিলে।

২০। ইপিনে বানৰবীৰ হনুমানে ইন্দ্ৰজিতৰ ৰথৰ শব্দ আৰু তেওঁৰ ধনুৰ টঙ্কাৰ শুনি অধিক আনন্দলাভ কৰিলে।

২১। ইতিমধ্যে ৰণপণ্ডিত ইন্দ্ৰজিতে ধনু আৰু তীক্ষ্ণ শৰ হাতত লৈ হনুমানক উদ্দেশ্য কৰি খেদি গল।

২২। এইদৰে বাণ হাতত লৈ ইন্দ্ৰজিৎ আনন্দ মনে ৰণলৈ ওলাই যোৱাত যুদ্ধক্ষেত্ৰৰ চাৰিও দিশ এন্ধাৰ হ'ল আৰু ঘোৰমূৰ্ত্তি জন্তুবোৰে নানাপ্ৰকাৰে চীৎকাৰ কৰিব ধৰিলে।

২৩। নাগ, যক্ষ, মহৰ্ষিসকল, গ্ৰহাদি দেৱতাসকল আৰু সিদ্ধসকল আহি তাত উপস্থিত হল আৰু চৰাইবোৰে নভোমণ্ডল আবৃত কৰি পৰম আনন্দে উচ্চস্বৰে শব্দ কৰিব ধৰিলে।

২৪। বেগবান কপিপ্ৰৱৰ হনুমানে ইন্দ্ৰধ্বজ ৰথত উঠি ইন্দ্ৰজিতক পূৰ্ণবেগে অহা দেখি ভীষণ ৰবে গৰ্জ্জি উঠিল আৰু নিজৰ শৰীৰটো বঢ়াই ললে।

২৫। সেইদৰে ইন্দ্ৰজিতে দিব্য ৰথতে থাকি বিচিত্ৰ ধনু হাতত লৈ বিদ্যুৎগম্ভীৰ ৰবে ধনুত টঙ্কাৰ দিলে।

২৬। এইদৰে বদ্ধবৈৰ সুৰপতি আৰু অসুৰপতি সদৃশ অতি তীব্ৰ বেগশালী, মহাবল, ৰণনিৰ্ভীক কপিশ্ৰেষ্ঠ হনুমান আৰু ৰাক্ষসৰাজপুত্ৰ ইন্দ্ৰজিত দুয়ো যুদ্ধৰ বাবে একে ঠাইতে মুখামুখী হ'ল।

২৭। তেতিয়া ধনুষ্পাণি, যুদ্ধবিশাৰদ, মহাৰথী বীৰ ইন্দ্ৰজিতে শৰ প্ৰয়োগ কৰাত অসীম শক্তিসম্পন্ন বীৰ হনুমানে সেই শৰ ব্যৰ্থ কৰি তেওঁৰ পিতৃ বায়ুদেৱতাৰ পথ অবলম্বন কৰি ঘূৰি ফুৰিব ধৰিলে।

২৮। তাকে দেখি শত্ৰুবীৰহন্তা ইন্দ্ৰজিতে তীক্ষ্ণমুখবিশিষ্ট সোণৰ বিচিত্ৰ পাখীৰে শোভিত সুদীৰ্ঘ বজ্ৰসদৃশ শৰ অবিৰাম গতিত মাৰিব ধৰিলে।

২৯। এনে অৱস্থাত হনুমানে ৰথৰ শব্দ ভেৰী মৃদঙ্গ আৰু পটহৰ ধ্বনি আৰু ধনুৰ টঙ্কাৰ শুনি বেছি ওপৰলৈ যাবলৈ ধৰিলে।

৩০। তেতিয়া ইন্দ্ৰজিতে লক্ষ্য স্থিৰ কৰি শৰ সন্ধান কৰিলেও মহাকপি হনুমানে তীব্ৰগতিতে সেই শৰবোৰ এৰাই ইন্দ্ৰজিতৰ লক্ষ্য ব্যৰ্থ কৰিলে।

৩১। কেতিয়াবা আকৌ হাত দুখন মেলি শৰ সন্ধানৰ সময়ত সন্মুখত উপস্থিত হৈ পুনঃ ওপৰলৈ উঠি গৈ শৰনিক্ষেপ বিফল কৰিলে।

৩২। হনুমান আৰু ইন্দ্ৰজিত উভয়ে অতি বেগী আৰু ৰণকৰ্ম্মবিশাৰদ। উভয়ে যুদ্ধ কৰিবলৈ আৰম্ভ কৰাত দুয়োৰো ভিতৰত সকলোপ্ৰাণীৰ কৌতূহলপূৰ্ণ তুমুল সংগ্ৰাম আৰম্ভ হ'ল।

৩৩। যুদ্ধ এনেভাবে চলিব ধৰিলে যে ৰাক্ষসে হনুমানৰ অথবা হনুমানে মহাত্মা ইন্দ্ৰজিতৰ কোনো ছিদ্ৰ বিচাৰি নাপালে, উভয়ে দেৱতাসম পৰাক্ৰমী, আৰু যুদ্ধত উভয়ে উভয়ৰ প্ৰতি ভীষণ দুৰ্বিষহ যেন হৈ উঠিল।

৩৪। ইন্দ্ৰজিতে যেতিয়া দেখিলে যে অমোঘ শৰসমূহ লক্ষ্যবস্তু হনুমানক উদ্দেশ্য কৰি প্ৰয়োগ কৰিলেও সিহঁতে হনুমানক বিন্ধিব পৰা নাই, তেতিয়া মহাত্মা ইন্দ্ৰজিতে সংযত চিত্তে ধ্যানস্থ হৈ প্ৰকৃত তত্ত্ব জানি লবলৈ চিন্তা কৰিবলৈ ধৰিলে।

৩৫। শেহত ধ্যানযোগে যেতিয়া জানিলে যে হনুমান অবধ্য, তেতিয়া ৰাক্ষসৰাজপুত্ৰ বান্দৰবীৰ হনুমানক কি উপায়ে বান্ধি লবচৰ কৰিব নোৱাৰা কৰিব পাৰে তাকে ভাবিব ধৰিলে।

৩৬। শেহত অস্ত্ৰবিশাৰদসকলৰ ভিতৰত প্ৰধান মহাতেজস্বী বীৰ ইন্দ্ৰজিতে হনুমানক লক্ষ্য কৰি ব্ৰহ্মাস্ত্ৰ নিক্ষেপ কৰিলে।

৩৭। হনুমান ব্ৰহ্মাস্ত্ৰৰ দ্বাৰাও অবধ্য, এই কথাটো বুজি পাই অস্ত্ৰতত্ত্ববিদ্ ইন্দ্ৰজিতে ব্ৰহ্মাস্ত্ৰৰ সহায়ত পৱনপুত্ৰক বান্ধি পেলালে।

৩৮। তেতিয়া ৰাক্ষসৰ সেই অস্ত্ৰৰ প্ৰভাৱত বান্ধ খাই কপিশ্ৰেষ্ঠ নিশ্চেষ্ট হই মাটিত পৰিল।

৩৯। তাৰ পিচত কপিশ্ৰেষ্ঠ হনুমানে ব্ৰহ্মাস্ত্ৰৰ বলত বন্দী হোৱা বুলি জানি প্ৰভু পিতামহৰ প্ৰভাৱত শৰীৰত অকণমানো দুঃখ অনুভৱ নকৰাৰ কাৰণে মনত অলপো ভয়ৰ ভাব নাভাবি পিতামহ ব্ৰহ্মাই তেওঁৰ প্ৰতি দেখুৱা অনুগ্ৰহৰ বিষয়ে চিন্তা কৰিবলৈ ধৰিলে।

৪০। ব্ৰহ্মাস্ত্ৰ স্বয়ম্ভূৰ আদি মন্ত্ৰৰ দ্বাৰা অভিমন্ত্ৰিত; এতেকে এনে সময়ত ব্ৰহ্মাৰ পৰা যি বৰ লাভ কৰিছে তাকে চিন্তা কৰি হনুমানে স্থিৰ কৰিলে—

৪১। "লোকগুৰু ব্ৰহ্মাৰ প্ৰভাৱত এই বন্ধনৰ পৰা মুক্তিলাভ কৰাৰ ক্ষমতা মোৰ নাই। এতেকে আত্মযোনি ব্ৰহ্মাৰ যি পাশত মই বন্ধ হৈছোঁ মই তাক মানিবই লাগিব।"

৪২। এইদৰে অস্ত্ৰৰ শক্তি, পিতামহ ব্ৰহ্মাই তেওঁৰ প্ৰতি দেখুৱা অনুগ্ৰহ আৰু কি উপায়ে এই বন্ধনৰ পৰা মুক্তি পাব পাৰে তাকে চিন্তা কৰি মুহূৰ্ত্তকাললৈ হনুমানে পিতামহৰ আদেশ পালন কৰি থাকিল।

৪৩। হনুমানে ভাবিলে, "যদিও এই ব্ৰহ্মাস্ত্ৰৰ পাশত মই বান্ধ খাই আছো তথাপিতো মোৰ মনত ভয়ৰ কোনো ভাব অহা নাই কিয়নো পিতামহ ব্ৰহ্মা, ইন্দ্ৰ আৰু বায়ুদেৱতাই মোক ৰক্ষা কৰিয়ে আছে।

৪৪। "আনপক্ষে ৰাক্ষসবিলাকে মোৰ এইদৰে বান্ধি নিয়াৰ পৰা এটা বৰ ভাল কলো হ'ল, ৰাক্ষসৰাজ ৰাৱণৰ লগত কথা হোৱাৰ এটা সুবিধা হব; গতিকে শত্ৰুপক্ষই মোক এতিয়া ধৰি নিয়ক বাৰু।"

৪৫। শত্ৰুবীৰহন্তা হনুমানে কাৰ্য্যপন্থা চিন্তা কৰি এইদৰে সিদ্ধান্ত কৰি লৰচৰ নকৰাকৈ নিশ্চেষ্ট হৈ থাকিল। তাৰ পিচত শত্ৰুপক্ষই তেওঁৰ ওচৰ চাপি যেতিয়া নানা তিৰস্কাৰ বাক্যেৰে গালি-শপনি দি বলেৰে তেওঁক বান্ধিব ধৰিলে তেওঁ ভীষণ দুখ পোৱা যেন দেখুৱাই উচ্চৈঃস্বৰে চিঞৰিবলৈ ধৰিলে।

৪৬। ইপিনে ৰাক্ষসবিলাকে শত্ৰুহন্তা হনুমানক নিশ্চেষ্ট হৈ পৰি থকা দেখি শণসূতা আৰু গছৰ বাকলিৰে পকোৱা জৰীৰে বান্ধি পেলালে।

৪৭। শত্ৰুপক্ষই বলপ্ৰয়োগ কৰি এইদৰে বন্ধা আৰু গালি শপনি পৰা দেখি হনুমানে মনত আনন্দ পালে আৰু ভাবিলে, "হয়তো কৌতূহলবশতঃ ৰাক্ষসেন্দ্ৰ ৰাৱণে এই সুযোগতে মোক চাবলৈকেও ইচ্ছা কৰিব পাৰে।"

৪৮। ইপিনে বীৰ্য্যশালী হনুমানক বাকলিৰ জৰীৰে বন্ধাৰ লগে লগে পাশবান্ধৰ পৰা তেওঁ মুক্তি পালে, কিয়নো ব্ৰহ্মাস্ত্ৰত বন্ধন আন বন্ধনৰ লগত নিমিলে।*

৪৯। বীৰ ইন্দ্ৰজিতে হনুমানক গছৰ বাকলিৰ জৰীৰে বন্ধা দেখি মনে মনে চিন্তা কৰিলে, "হনুমান এতিয়া ব্ৰহ্মাস্ত্ৰ পাশৰ পৰা মুক্ত, তথাপিতো তেওঁ পাশবান্ধত থকাৰ নিচিনা ভাও জুৰি আছে।

৫০। হায়, এই ৰাক্ষসবিলাকে মন্ত্ৰশক্তিৰ কথা নাজানি কি ঘোৰতৰ দুষ্কৰ্ম্মকে নকৰিলে। মই অতি যত্নেৰে যি মহৎ কাম কৰিলোঁ সিহঁতে তাক নিস্ফল কৰিলে। তদুপৰি ব্ৰহ্মাস্ত্ৰ বিফল হোৱাৰ পিচত আন কোনো অস্ত্ৰ এতিয়া হনুমানত প্ৰয়োগ কৰিব নোৱাৰি। এতেকে দেখিছো আমাৰ সকলোৰে জীৱন এতিয়া সংশয়াপন্ন।

৫১। হনুমান ব্ৰহ্মাস্ত্ৰপাশৰ পৰা মুক্ত হৈও তেনে ভাব প্ৰকাশ কৰা নাই; সেয়েহে ৰাক্ষসবোৰে বন্ধনত পেলাই কষ্ট দি তেওঁক টানি আনিব পাৰিছে।"

---

* ব্ৰহ্মাস্ত্ৰৰ বন্ধন মন্ত্ৰৰ বন্ধন, জৰী বা আন কিবাৰ বন্ধনত তাৰ শক্তি নিস্ফল হয়।

৫২। যি হওক, এইদৰে ঘুঁচিয়াই ভুকুৱাই কিল চাপৰ মাৰি ক্ৰুৰস্বভাৱ ৰাক্ষসবোৰে অৱশেষত হনুমানক ৰাক্ষসৰাজ ৰাৱণৰ ওচৰলৈ আনিলে।

৫৩। তেতিয়া ইন্দ্ৰজিতে ব্ৰহ্মাস্ত্ৰপাশৰ পৰা মুক্ত অথচ জৰীৰ বন্ধনত বান্ধ খাই থকা মহাবলশালী বান্দৰক নিজ জ্ঞাতিবৰ্গ আৰু ৰজাক দেখুৱালে।

৫৪। আৰু লগে লগে ৰাক্ষসবোৰেও বান্ধত থকা মত্তমাতঙ্গতুল্য কপিবৰক ৰাৱণৰ ওচৰত উপস্থিত কৰিলে।

৫৫। তেতিয়া ৰাক্ষসবীৰসকলৰ মাজত কোবাকুই হবলৈ ধৰিলে, "ই কোন, কাৰ পুত্ৰ, ইয়ালৈ অহাৰ কাৰণ কি আৰু ই কাক আশ্ৰয় কৰি এইদৰে নিৰ্ভয়মনে ইয়াত ঘূৰি ফুৰিছে?"

৫৬। তাত থকা আন আন ৰাক্ষসবোৰে খঙতে জ্বলি পকি কব ধৰিলে, "ইয়াক বধ কৰ, অথবা পুৰি পেলা। আন কিছুমানে আকৌ কলে, "নহয়, ইয়াক খাই পেলোৱাই ভাল।"

৫৭। যি হওক, আৰু কিছুদুৰ গৈ মহাত্মা হনুমানে হঠাতে মহাৰত্ন বিভূষিত ৰাজ-প্ৰাসাদ আৰু ৰজাৰ ভৰিৰ ওচৰত বহি থকা বহুত পুৰণি আৰু বুঢ়া পাৰিষদক দেখা পালে।

৫৮। এনেতে মহাতেজস্বী ৰাৱণে বিকৃতাকাৰ ৰাক্ষসবোৰে টানি অনা কপিশ্ৰেষ্ঠক দেখা পালে।

৫৯। আনহাতে বান্দৰবীৰেও ৰাক্ষসবোৰৰ অধিপতি ৰাৱণক দেখিলে। ৰাৱণক নিজ তেজোবলত দীপ্তিমান্ হৈ উজ্জ্বল সূৰ্য্যৰ নিচিনা জ্বলি থকা তেওঁ দেখিলে।

৬০। বান্দৰক দেখি খঙতে ৰাৱণৰ চকু ৰঙা হৈ পৰিল, তেওঁ চকু পকাই ওচৰতে বহি থকা কুলশীলসম্পন্ন বৃদ্ধ মুখ্যমন্ত্ৰীসকলক আদেশ দিলে।

৬১। ৰজাৰ আদেশ পাই মন্ত্ৰীসকলে প্ৰথমতে সুধিলে, "তুমি কি উদ্দেশ্য লৈ ইয়ালৈ আহিছা আৰু তোমাক ইয়ালৈ পঠিয়াইছেই বা কোনে?" উত্তৰত হনুমানে কলে, "মই বান্দৰসকলৰ অধিপতি সুগ্ৰীৱৰ দূতস্বৰূপে ইয়ালৈ আহিছোঁ।"

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত অষ্টচত্বাৰিংশ সৰ্গ সমাপ্ত ॥

# একোণপঞ্চাশৎ সৰ্গ

## ৰাৱণৰ ৰাজসভাত হনুমানৰ আগমন

১। ভীষণ পৰাক্ৰমী হনুমানে ইন্দ্ৰজিতৰ কাৰ্য্যকলাপ দেখি বিস্ময় হৈ খঙতে চকু ৰঙা কৰি ৰাক্ষসাধিপতি ৰাৱণৰ পিনে চালে।

২। হনুমানে দেখিলে, মহাদ্যুতিসম্পন্ন ৰাৱণ মুক্তাৰ জালেৰেআবৃত বহুমূলীয়া সোণ, চিকমিকীয়া মুকুট পিন্ধি বহি আছে।

৩। তেওঁৰ সোণৰ আভৰণ হীৰাখটোৱা আৰু বহুমূলীয়া মণিসমূহেৰে চিত্ৰিত, দেখিলেই অনুমান হয় যেন তাৰ ৰূপ মনৰ ভিতৰহে কল্পনা কৰিব পাৰি।

৪। তেওঁৰ শৰীৰ মহামূল্য পাটৰ কাপোৰ আৰু মনোহৰ ৰঙা চন্দনৰ লেপে ৰঞ্জিত, তাৰ ভিতৰত নানাপ্ৰকাৰ বিবিধ অঙ্কনৰ ৰেখাতে চিত্ৰিত।

৫। তেওঁৰ চকু ৰঙা, আশ্চৰ্য্যজনক আৰু ভয়ঙ্কৰ, দাঁতবোৰ উজ্জ্বল, সুতীক্ষ্ণ আৰু বৃহদাকাৰ, ওঠ ওলমিপৰা।

৬। মহাশক্তিশালী এই বীৰ ৰাৱণে তেওঁৰ দহটা মূৰ সৈতে নানা হিংস্ৰ জন্তু ব্যাপি থকা মন্দাৰ গিৰিৰ শিখৰৰ নিচিনা ৰূপ ধাৰণ কৰিছিল।

৭। হনুমানে দেখিলে, ডিঙিত পিন্ধা হাৰডাল বুকুত পৰি থকাৰ কাৰণে মেঘমালা সদৃশ ৰাৱণ তেওঁৰ পূৰ্ণেন্দুসদৃশ মুখৰ ছবিৰে সৈতে, প্ৰবল সূৰ্য্যৰশ্মিযুক্ত মেঘখণ্ড বুলিহে হনুমানে অনুমান কৰিলে।

৮। অত্যুৎকৃষ্ট চন্দনৰ অনুলেপে ৰঞ্জিত তেওঁ বাহুত বাজু পিন্ধি থকাই আৰু অঙ্গদৰ দ্বাৰা পৰিশোভিত হোৱাত বাহু ভীমাকৃতি পাঁচোটা মূৰ থকা সৰ্পৰ নিচিনা দেখা গৈছিল।

৯। বৃহৎ স্ফটিকমণি আৰু ৰত্নসমূহৰ দ্বাৰা চিত্ৰিত, অত্যুৎকৃষ্ট আভৰণৰ দ্বাৰা আবৃত শ্ৰেষ্ঠ আসনত ৰাৱণ বহি আছিল।

১০। তেওঁৰ চাৰিওপিনে নানা অলঙ্কাৰেৰে অলঙ্কৃতা সুন্দৰী ৰমণীসকলে হাতত বিচনি লৈ তেওঁক বেৰি আছিল।

১১—১২। চাৰিওকালে থকা চাৰিখন সমুদ্ৰই পৃথিবীক আগুৰি থকাৰ দৰে মন্ত্ৰণা-চতুৰ দুৰ্দ্ধৰ্ষ, প্ৰহস্ত, মহাপাৰ্শ্ব আৰু নিকুম্ভ, এই চাৰিজন মন্ত্ৰীয়ে বলদৃপ্ত ৰাৱণক বেঢ়ি চাৰিওকালে বহি আছিল।

১৩। এইসকলৰ উপৰিও দেৱতাসকলে ইন্দ্ৰক বেঢ়ি আশ্বাস দি থকাৰ দৰে আন আন শুভদৰ্শী মন্ত্ৰীয়েও ৰাৱণক আশ্বাস দি থকা হনুমানে দেখিলে।

১৪। এনে অৱস্থাত মেৰুশিখৰত থকা জলপূৰ্ণ মেঘখণ্ডৰ নিচিনা অসীম শক্তিশালী ৰাৱণো মন্ত্ৰীবৰ্গৰ দ্বাৰা পৰিবেষ্টিত হৈ শোভা কৰি বহি আছিল।

১৫। ভীম পৰাক্ৰমী ৰাক্ষসবোৰে তেওঁক উৎপীড়ন কৰি থাকিলেও হনুমানে অতি আচৰিত হৈ ৰাক্ষসৰাজ ৰাৱণক ভালদৰে চাই ললে।

১৬। ৰাক্ষসৰাজ ৰাৱণ এইদৰে দীপ্তিমান হৈ থকা দেখি তেওঁৰ শক্তিত মুগ্ধ হৈ হনুমানে মনে মনে চিন্তা কৰিলে।

১৭। আহা কি ৰূপ, কি ধৈৰ্য্য, কি শক্তি, কি দীপ্তি। দেখিছোঁ এই ৰাক্ষসৰাজত সকলো লক্ষণেই বৰ্ত্তমান।

১৮। হায়। বলবান এই ৰাক্ষসৰাজ যদি অধৰ্ম্মপৰায়ণ নহলহেঁতেন তেনেহলে এওঁ ইন্দ্ৰকে আদি কৰি স্বৰলোকৰো পালক হৈ থাকিলেহেঁতেন।

১৯। অকল তেওঁৰ ক্ৰূৰ স্বভাৱ আৰু লোকবিগৰ্হিত নিৰ্ম্মম কাৰ্য্যাৱলীৰ কাৰণেই দেৱতা অসুৰকে আদি কৰি সকলোৱে তেওঁৰ নামত সন্ত্ৰস্ত।

২০। দেখিছোঁ ৰাৱণৰ খং উঠিলে সমগ্ৰ পৃথিৱীকে এখন সাগৰত পৰিণত কৰিব পাৰে। অসীম শক্তিসম্পন্ন ৰাক্ষসৰাজ ৰাৱণৰ প্ৰভাৱ দেখি বুদ্ধিমান কপিশ্ৰেষ্ঠ হনুমানে এনেবিধৰ বহু চিন্তা মনে মনে কৰিবলৈ ধৰিলে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত একোণপঞ্চাশৎ সৰ্গ সমাপ্ত ॥

## পঞ্চাশৎ সৰ্গ

## ৰাৱণৰ ৰাজসভাত হনুমানৰ উপস্থিতি

১। জগতৰ আতঙ্কৰ কাৰণ মহাবাহু ৰাৱণে পিঙ্গলনেত্ৰ হনুমানক সম্মুখত থিয় দি থকা দেখি তেওঁৰ সৰ্ব্বশৰীৰ খঙতে জলি উঠিল।

২—৩। কপীন্দ্ৰ হনুমানক নিজ তেজোবলে দীপ্তিমান হৈ থকা দেখি তেওঁ সন্দেহ কৰি ভাবিবলৈ ধৰিলে, তেনেহলে এইজন কি সাক্ষাৎ ভগবান নন্দীকেশ্বৰ যাক কৈলাস পৰ্ব্বতত মই ঠাট্টা কৰোতে মোক শাপ দিছিল? তেওঁৱে বান্দৰৰ মূৰ্ত্তি লৈ ইয়াত উপস্থিত হৈছেহি নেকি, অথবা এওঁৱেই কি বাণাসুৰ?

৪। এইদৰে চিন্তা কৰি ৰজা ৰাৱণে খঙতে চকু ৰঙা কৰি কালোচিত অৰ্থপূৰ্ণ কথাৰে মন্ত্ৰীপ্ৰবৰ প্ৰহস্তক কলে,

৫। "মন্ত্ৰীবৰ, দুৰাত্মা এই বান্দৰক সোধাচোন ই ক'ৰ পৰা আহিছে আৰু

কিয়বা আহিছে ; ই অশোকবন ভঙ্গাৰ কাৰণ কি, ৰাক্ষসবোৰকে তৰ্জ্জন গৰ্জ্জন কৰিছে বা কিয় ?

৬। মোৰ এই পুৰী আনৰ পক্ষে দুৰ্জ্জেয় জানিও সি ইয়ালৈ অহাৰ কাৰণ কি আৰু কি উদ্দেশ্যে সি মোৰ ভৃত্যবৰ্গৰ লগত যুদ্ধ কৰিছে, দুৰ্ম্মতি এই বান্দৰক সোধা।"

৭। ৰাৱণৰ কথা শুনি প্ৰহস্তই কলে "হেৰ বান্দৰ তুমি সুস্থ হোৱা ; তোমাৰ মঙ্গল হওক, তুমি কোনো ভয় নকৰিবা, মোৰ কথাৰ উত্তৰ দিয়া।

৮। কোৱাচোন বাৰু, ইন্দ্ৰই তোমাক এই ৰাৱণৰ পুৰীলৈ পঠিয়াইছে নেকি ? তোমাৰ কোনো ভয় নাই, তুমি মুক্তি পাবাই।

৯। অথবা বৈশ্ৰৱণ কুবেৰ বা যম বা বৰুণৰ দূত ৰূপেই আহি ইয়াত প্ৰৱেশ কৰিছাহি নেকি ?

১০। নাইবা জয়লাভৰ ইচ্ছা কৰি বিষ্ণুৱে তোমাক দূতৰূপে পঠিয়াইছে নেকি কোৱা, তুমি আকৃতিতহে বান্দৰ কিন্তু শক্তিত কেৱল বান্দৰেই নহয়।

১১। হেৰা বান্দৰ, তুমি সঁচা কথা কোৱা আৰু তাকে কৰিলে মুক্তি পাবা। যদিহে মিছা কোৱা তেন্তে তোমাৰ জীৱন ৰক্ষা কৰা টান হব।

১২—১৩। নাইবা আন কিবা কাৰণতহে যদি তুমি ৰাৱণৰ এই পুৰীত প্ৰৱেশ কৰিছা তাকো কোৱা।" কপিবৰ হনুমানক এইদৰে সোধাত তেওঁ ৰাক্ষসবোৰৰ অধিপতি ৰাৱণক কলে, "মই ইন্দ্ৰ, যম বা বৰুণৰ দূত নহওঁ, কুবেৰৰ লগত মোৰ কোনো বন্ধুত্ব নাই আৰু বিষ্ণুৱেও মোক পঠোৱা নাই।

১৪। মই বান্দৰৰূপেই জন্মগ্ৰহণ কৰিছোঁ আৰু সেই ৰূপতে মই ইয়ালৈ আহিছোঁ। ৰাক্ষসৰাজৰ দৰ্শন দুৰ্লভ, সেই দৰ্শন পাম বুলিহে ইয়ালৈ আহিছোঁ।

১৫। ৰাজদৰ্শন পোৱাৰ আশাতে এই বন ধ্বংস কৰিছোঁ। বন ভাঙি দিয়াত আপোনাৰ ৰাক্ষসবিলাকে মোক আক্ৰমণ কৰিছে।

১৬। মই মোৰ জীৱন ৰক্ষা কৰিবলৈ সিহঁতৰ লগত যুদ্ধ কৰিছোঁ। দেৱতা বা অসুৰ কোনেও অস্ত্ৰপাশৰ দ্বাৰা মোক বান্ধিব নোৱাৰে।

১৭। ময়ো পিতামহ ব্ৰহ্মাৰ পৰা বৰ লাভ কৰিছোঁ। বৰ্ত্তমানে কেৱল ৰাজদৰ্শন পোৱাৰ আশাতে ( নিজ ইচ্ছামতে ) ব্ৰহ্মশাপত বান্ধ খাই আছোঁ।

১৮। বৰ্ত্তমানে মই কোনো অস্ত্ৰৰ পাশত বান্ধ খাই নথকাতো ৰাক্ষসবোৰে মোক আনি আপোনাৰ ওচৰত উপস্থিত কৰিছে। মই ৰামৰ কোনো এটা কাম লৈ আপোনাৰ ওচৰলৈ আহিছোঁ।

১৯। গতিকে আপুনি মোক অসীম শক্তিসম্পন্ন ৰামৰ দূত বুলি জানি আপোনাৰ পক্ষে হিতকৰ বি কওঁ তাকে শুনক।"

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত পঞ্চাশৎ সৰ্গ সমাপ্ত ॥

# একপঞ্চাশৎ সৰ্গ

## হনুমানৰ ৰাৱণক উপদেশ

১। মহাগুণসম্পন্ন কপিশ্ৰেষ্ঠ হনুমানে দশানন ৰাৱণক মহাবলশালী বুলি জানি ধীৰভাবে অৰ্থপূৰ্ণ কথাৰে কবলৈ ধৰিলে,

২। "হে ৰাক্ষসৰাজ, মই সুগ্ৰীৱৰ নিৰ্দ্দেশ অনুসৰি আপোনাৰ ওচৰলৈ আহিছোঁ। বান্দৰসকলৰ অধিপতি সুগ্ৰীব ভ্ৰাতৃভাৱত আপোনাৰ কুশল বাতৰি সুধি পঠিয়াইছে।

৩। এতেকে আপোনাৰ ধৰ্ম্মাৰ্থযুক্ত ইহলোক আৰু পৰলোকৰ পক্ষে যিটো হিতকৰ হব পাৰে তেনেভাৱৰ কথা আপোনাৰ ভ্ৰাতৃস্থানীয় মহাত্মা সুগ্ৰীৱে কৈ পঠিয়াইছে, শুনক।

৪। অলেখ হাতী, ঘোঁৰা আৰু ৰথৰ অধীশ্বৰ, ইন্দ্ৰসম দ্যুতিমান ৰজা দশৰথ এই পৃথিবীৰ লোকসমূহৰ পক্ষে পিতৃবৎ হিতকাৰী বন্ধু।

৫—৬। তেওঁৰ মহাবাহু, প্ৰভূত তেজশালী, অতি প্ৰিয় জ্যেষ্ঠ পুত্ৰ ৰামে পিতৃৰ আদেশ অনুসৰি ঘৰবপৰা ওলাই আহি দণ্ডকাৰণ্যত প্ৰৱেশ কৰিছে। তাতে ভায়েক লক্ষ্মণ আৰু তেওঁৰ ভাৰ্য্যা সীতাৰে সৈতে ধৰ্ম্ম আশ্ৰয় কৰি বাস কৰি আছিল।

৭। তাতে বিদেহ-ৰাজ মহাত্মা জনকৰ কন্যা সীতা নামে প্ৰখ্যাত ৰামৰ ভাৰ্য্যা কেনেবাকৈ নিৰুদ্দেশ হয়।

৮। অনুজ লক্ষ্মণে সৈতে সেই দেৱীক অনুসন্ধান কৰি আহি থাকোতে তেওঁলোক ঋষ্যমূক পৰ্ব্বতত উপস্থিত হৈ সুগ্ৰীৱক লগ পায়। তাতেই দুয়োৰো মাজত বন্ধুত্ব হ'ল।

৯। তেতিয়া সুগ্ৰীৱে প্ৰতিজ্ঞা কৰিলে যে তেওঁ সীতাৰ অনুসন্ধান আনি দিব আৰু ৰামেও প্ৰতিজ্ঞা কৰিলে যে কিষ্কিন্ধ্যাৰ ৰাজ্যভাৰ সুগ্ৰীৱক অৰ্পণ কৰিব।

১০। তাৰ পিচত ৰাজপুত্ৰ ৰামে যুদ্ধত বালীক বধ কৰি বান্দৰ আৰু ভালুকৰ ৰাজ্যত সুগ্ৰীৱক অভিষিক্ত কৰিলে।

১১। কপিশ্ৰেষ্ঠ বালীৰ কথা আপুনি জানে। সেই বালীক বীৰ ৰামচন্দ্ৰই যুদ্ধত এপাট শৰতে বধ কৰে।

১২। বৰ্ত্তমানে বান্দৰসকলৰ অধিপতি সত্য-প্ৰতিজ্ঞ সেই সুগ্ৰীৱে সীতাক বিচাৰিবলৈ বান্দৰবোৰক চাৰিওফালে পঠিয়াই দিছে।

১৩। হাজাৰে হাজাৰে বান্দৰে আকাশৰ তল, ওপৰ আৰু পৃথিবীৰ চাৰিওফালে সীতাক বিচাৰি ফুৰিছে।

১৪। এই বান্দৰবোৰৰ কিছুমান গৰুড়ৰ সমান আৰু কিছুমান বায়ুৰ সমান বেগবান আৰু মহাবলশালী, এই বান্দৰ বীৰসকল অপ্ৰতিহত শক্তিসম্পন্ন আৰু শীঘ্ৰগামী।

১৫—১৬। মই বায়ুৰ ঔৰসজাত পুত্ৰ, মোৰ নাম হনুমান। সীতাক দেখা পোৱাৰ

আশাতে অতিশীঘ্ৰে শতযোজন সমুদ্ৰ পাৰ হৈ ইয়ালৈ আহিছোঁ। এই ঠাইত ঘূৰি ফুৰোঁতে আপোনাৰ ঘৰত জনক-দুহিতা সীতাক দেখা পালোঁ।

১৭। হে ৰাজন্, আপুনি ধৰ্ম্মৰ তত্ত্বকথা জানে আৰু বহুত তপস্যাও কৰিছে, গতিকে হে মহাপ্ৰাজ্ঞ। পৰস্ত্ৰী অৱৰোধ কৰি ৰখাটো আপোনাৰ পক্ষে উচিত হোৱা নাই।

১৮। যিবোৰ কাম ধৰ্ম্মবিৰুদ্ধ আৰু বহুত অনৰ্থৰ মূল আৰু যি কামে মূল পৰ্য্যন্ত বিনাশ কৰিব পাৰে, আপোনাৰ নিচিনা বুদ্ধিমান লোকে তেনে কাম কেতিয়াও নকৰে।

১৯। দেৱতা আৰু অসুৰবিলাকৰ ভিতৰত এনে কোন এজন আছে যি লক্ষ্মণ নাইবা ৰামে খঙতে নিক্ষেপ কৰা বাণৰ সন্মুখত থিয় দি থাকিব পাৰে?

২০। হে মহাৰাজ, এই তিনিও লোকৰ ভিতৰত এনে এজন নাই যি ৰামৰ অনিষ্ট কৰি সুখেৰে থাকিব পাৰিছে।

২১। সেইবাবে হে মহাৰাজ, বৰ্ত্তমান, ভূত আৰু ভৱিষ্যৎ এই তিনিও কালৰ পক্ষে হিতকৰ, ধৰ্ম্ম আৰু অৰ্থ (শাস্ত্ৰ) সন্মত মোৰ এই কথা আপুনি মানি লওক, আপুনি পুৰুষ-শ্ৰেষ্ঠ ৰামৰ হাতত জানকীক প্ৰত্যৰ্পণ কৰক।

২২। আপোনাৰ ইয়াত সীতাক লগ পোৱাটো এটা দুৰ্ল্লভ কাম আছিল, যি হওক সেইটোও মই কৰিছোঁ। ইয়াৰ পিচত কৰিবলগীয়া যি কাম আছে সেয়া ৰাঘৱৰ।

২৩। মই সীতাক আপোনাৰ ঘৰৰ ভিতৰত শোকত আকুল হৈ থকা অৱস্থাত দেখা পাইছোঁ, আপুনি জনা নাই যে এই সীতাই পাঁচমূখীয়া সৰ্পিণীৰ দৰে আপোনাৰ ঘৰত বাস কৰি আছে।

২৪। খোৱা শক্তিৰ বলত বিষমিশ্ৰিত অন্ন ভক্ষণ কৰি যিদৰে কোনেও জীৰ্ণ নিয়াব নোৱাৰে, আনৰ কথাই নকওঁ, দেৱতা বা অসুৰকুলৰ মাজতো কোনেও এই সীতাক এইদৰে ৰাখি শান্তিৰে কাল কটাব নোৱাৰে।

২৫। তপস্যাৰ সহায়ত আপুনি যি ধৰ্ম্মৰূপ ঐশ্বৰ্য্য আৰু নিজৰ দীৰ্ঘায়ু লাভ কৰিছে তাক এই অধৰ্ম্ম আচৰণৰ দ্বাৰা বিনাশ কৰাটো উচিত নহব।

২৬। তপস্যাৰ বলত আপুনি যে দেৱতা আৰু অসুৰৰ দ্বাৰা অৱধ্য বুলি জানিব পাৰিছে, তাৰো মূল কাৰণ আপোনাৰ তপোবল। অধৰ্ম্মৰ দ্বাৰা সেই তপোবল আপুনি বিনাশ নকৰিব।

২৭। বিশেষকৈ সুগ্ৰীৱ দেৱতা, যক্ষ বা ৰাক্ষস নহয়, আৰু ৰাঘৱ ৰামো এজন মানুহ মাত্ৰ, হে মহাৰাজ, গতিকে এই দুইজনাৰপৰা প্ৰাণ ৰক্ষা আপুনি কিদৰে কৰিব পাৰিব?

২৮। ধৰ্ম্মই যিদৰে অধৰ্ম্মক বিনাশ কৰে সেইদৰে অধৰ্ম্ময়ো ধৰ্ম্মফল বিনাশ কৰে। ধৰ্ম্মৰ ফল লাভ অধৰ্ম্মৰ ফল লাভৰ লগত একেলগে খাপ খাই নাথাকে। অধৰ্ম্মৰ ফলে মূৰ দাঙি উঠাৰ লগে লগে তাৰ পূৰ্ব্বাৰ্জ্জিত ধৰ্ম্মফল বিনিষ্ট হয়।

২৯। আপুনি এতিয়ালৈ ধৰ্ম্মৰ ফল লাভ কৰি আছে সঁচা কিন্তু এতিয়া অধৰ্ম্মৰ ফলো অতিশীঘ্ৰে পাব।

৩০। হে মহাৰাজ, জনস্থানত ৰাক্ষসবোৰক বধ, লগতে বালীৰ বধ আৰু ৰাম সুগ্ৰীৱৰ সখ্যভাৱৰ কথা মনত ৰাখি আপোনাৰ পক্ষে যিটো হিতকৰ হব পাৰে তাক চিন্তা কৰক।

৩১। মই অকলে হাতী ঘোঁৰা ৰথ আদিৰে সৈতে এই লঙ্কানগৰী বিনাশ কৰিব পাৰোঁ, কিন্তু মোৰ প্ৰভু ৰামৰ সেইটো ইচ্ছা নহয়।

৩২। ৰামে ভালুক বান্দৰ আদিৰ সমুখত প্ৰতিজ্ঞা কৰিছে যে যিজনে এইদৰে সীতাৰ অবমাননা কৰিছে তেওঁ নিজেই সেই শত্ৰুকুল বিনাশ কৰিব।

৩৩। সাক্ষাৎ পুৰন্দৰেও যদি ৰামৰ অন্যায় আচৰণ কৰে তৰ্থাপি তেবোঁ শান্তিত থাকিব নোৱাৰে, আপোনাৰ নিচিনা এজনৰতো কথাই নাই।

৩৪। আপুনি যাক সীতা বুলি ভাবি আছে আৰু যি জনা বৰ্ত্তমানে আপোনাৰ ঘৰতে আছে আপুনি তেওঁক সমগ্ৰ লঙ্কাবিনাশিনী কালৰাত্ৰি ( মহাপ্ৰলয়কাৰিণী ভগৱৎশক্তি) বুলি জানিব।

৩৫। এতেকে নিজৰ ডিঙিত সীতাৰূপ কালপাশ বান্ধি ৰখাৰ কোনো প্ৰযোজন নাই, আপুনি আপোনাৰ হিত চিন্তা কৰক।

৩৬। আপুনি অতি শীঘ্ৰে অট্টালিকা আৰু বৃহৎ বৃহৎ ৰাজপথে সৈতে এই লঙ্কানগৰী সীতাৰ তেজৰ বল আৰু ৰামৰ কোপানলৰ দ্বাৰা দগ্ধ হোৱা দেখা পাব।

৩৭। হে মহাৰাজ, এতেকে আপুনি আপোনাৰ মিত্ৰবৰ্গ, মন্ত্ৰীসকল, জ্ঞাতি-কুটুম্ব, ভ্ৰাতৃ আৰু হিতাকাঙ্ক্ষী পুত্ৰসকল, আপোনাৰ ভোগ-ঐশ্বৰ্য্য, পত্নীবৰ্গ আৰু এই লঙ্কানগৰীৰ বিনাশ সাধন নকৰিব।

৩৮। হে ৰাক্ষসৰাজেন্দ্ৰ, মই ৰামৰ দাস, তেওঁৰ দূত আৰু এজন বান্দৰমাত্ৰ, সকলো কালৰপৰা ভাবিচিন্তি চাই যি সত্য কথা আপোনাক কলোঁ আপুনি তাক মানক।

৩৯। আপুনি জানিব যে মহাযশস্বী ৰামচন্দ্ৰই চৰাচৰ সকলো প্ৰাণীক লৈ এই সমগ্ৰ জগৎ ধ্বংস কৰি উঠি পুনৰাই সেইদৰে সৃষ্টি কৰাৰ শক্তি তেওঁৰ আছে।

৪০—৪২। দেৱতা, অসুৰ, ৰাজন্যবৰ্গ, যক্ষ, ৰক্ষ, উৰগ, বিদ্যাধৰ, নাগ, গন্ধৰ্ব্ব, মৃগকুল, সিদ্ধ, কিন্নৰ, পক্ষীগণক লৈ সকলো প্ৰাণীবৰ্গৰ ভিতৰত সকলো ঠাই আৰু কালতে এনে কোনো এজন নাই, যিজনে বিষ্ণুতুল্য পৰাক্ৰমশালী এই ৰামৰ লগত যুদ্ধ কৰিব পাৰে। এতেকে সৰ্ব্বলোকৰ ঈশ্বৰ ৰাজসিংহ এই ৰামৰ অনিষ্ট সাধন কৰি আপোনাৰ জীৱন ৰক্ষা কৰি থকাটো দুষ্কৰ হব।

৪৩। হে নিশাচৰেশ্বৰ, দেৱতা, দৈত্য, গন্ধৰ্ব্ব, বিদ্যাধৰ, নাগ, যক্ষ, এই সকলোৱে যুদ্ধত ত্ৰিলোকৰ নাথ ৰামৰ আগত তিষ্ঠিব নোৱাৰে।

৪৪। স্বয়ম্ভু চতুৰানন ব্ৰহ্মাকে বোলক অথবা ত্ৰিপুৰাসুৰ ত্ৰিনেত্ৰ ৰুদ্ৰকে বোলক অথবা সুৰনায়ক মহেন্দ্ৰ ইন্দ্ৰকে বোলক, এওঁলোকেও সমৰক্ষেত্ৰত ৰাঘৱ ৰামৰ আগত তিষ্ঠিব নোৱাৰে।"

৪৫। অতুল বীৰ্য্যশালী দশানন ৰাৱণে প্ৰগলভবক্তা বান্দৰৰ সৌষ্ঠবপূৰ্ণ অথচ তেওঁৰ পক্ষে অপ্ৰিয় এই উক্তি শুনি ক্ৰোধতে চকু পকাই মহাকপি হনুমানক বধ কৰিবলৈ আদেশ দিলে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত একপঞ্চাশৎ সৰ্গ সমাপ্ত ॥

# দ্বিপঞ্চাশৎ সৰ্গ

## ৰাৱণৰ প্ৰতি বিভীষণৰ উপদেশ

১। মহাত্মা হনুমানৰ এই উক্তি শুনি ৰাৱণে ক্ৰোধতে অধীৰ হৈ তেওঁক বধ কৰিবলৈ আদেশ দিলে।

২। ৰাৱণে বধৰ আদেশ দিয়াত, হনুমানে দূত হিচাপে এই সকলো কথা ৰজাৰ আগত নিবেদন কৰা জানি, বিভীষণে ৰাৱণৰ এই আদেশ যুক্তিপূৰ্ণ হৈছে বুলি মানি লব নোৱাৰিলে।

৩। বিভীষণে দেখিলে, ৰাক্ষসাধিপতি ৰাৱণ এতিয়া ক্ৰুদ্ধ হৈছে আৰু হনুমানৰ বধো সন্মুখত। এই সকলো জানি শুনি তেওঁ কি কৰা উচিত হব তাক চিন্তা কৰিবলৈ ধৰিলে।

৪। তাৰ পিচত কৰ্ত্তব্য স্থিৰ কৰি লৈ সান্ত্বনাপূৰ্ণ কথাৰে শত্ৰুজিত অগ্ৰজৰ প্ৰতি সন্মান দেখুৱাই বাক্যবিশাৰদ বিভীষণ অতি হিতকৰভাৱে কবলৈ ধৰিলে—

৫। "হে ৰাক্ষসৰাজ, আপুনি ক্ষমা কৰক, ক্ৰোধ পৰিত্যাগ কৰক, প্ৰসন্ন হৈ মোৰ এই কথাখিনি শুনক। হে ৰাজেন্দ্ৰ, সকলো কামৰ ভাল বেয়া জনা সাধু প্ৰকৃতিৰ ৰাজন্য-বৰ্গে দূতক বধ নকৰে।

৬। হে বীৰ, হে ৰাজন, এই বান্দৰৰ বধ ধৰ্ম্মবিৰুদ্ধ লোকাচাৰ-বিগৰ্হিত আৰু আপোনাৰ পক্ষেও অযুক্তিকৰ।

৭। আপুনি ধৰ্ম্মজ্ঞ, কৃতজ্ঞ আৰু ৰাজধৰ্ম্মবিশাৰদ প্ৰাণীবৰ্গৰ পক্ষে কি হিত অথবা অহিত আপুনি জানে আৰু পৰাৰ্থতত্ত্ব বিষয়েও সকলো আপোনাৰ সুবিদিত।

৮। আপোনাৰ নিচিনা বিচক্ষণজনেও যদি ক্ৰোধৰ বশীভূত হয় তেন্তে শাস্ত্ৰত পাণ্ডিত্য লাভ কৰাটো এটা বৃথা শ্ৰম মাত্ৰ।

৯। হে শত্ৰুবিনাশক দুৰ্জ্জয় ৰাক্ষসৰাজ, আপুনি প্ৰসন্ন হওক উচিত অনুচিত বিচাৰ কৰি আপুনি দূতৰ প্ৰতি দণ্ড বিধান কৰক।"

১০। ৰাক্ষসৰাজ ৰাৱণে বিভীষণৰ কথা শুনি ভীষণ ক্ৰুদ্ধ হৈ উত্তৰ দিলে,

১১। "হে শত্ৰু বিনাশক বিভীষণ, পাপাচাৰীক বধ কৰিলে পাপে নোচোৱে। এই বান্দৰ পাপাচাৰী, এতেকে মই ইয়াক বধ কৰিম।"

১২। ৰাৱণৰ অধৰ্ম্মমূলক, বহু দোষযুক্ত, অনাৰ্য্যজনোচিত এই কথা শুনি বুদ্ধিমান সকলৰ ভিতৰত শ্ৰেষ্ঠ বিভীষণে পৰমাৰ্থতত্ত্বপূৰ্ণ কথা কবলৈ ধৰিলে—

১৩। "হে লঙ্কাধিপতি ৰাক্ষসৰাজ, আপুনি প্ৰসন্ন হৈ মোৰ ধৰ্ম্মাৰ্থতত্ত্বপূৰ্ণ কথা শুনক। হে ৰাজন, সকলো ঠাইতে সাধুপুৰুষ সকলে কয় যে দূত কোনো কালতে ক'তো বধৰ যোগ্য হব নোৱাৰে।

১৪। অৱশ্যে এই দূতৰূপী শত্ৰু বৰ বাঢ়ি গৈছে আৰু ই বহুত অপ্ৰিয় আৰু

অনিষ্টকৰ কামো কৰিছে। তথাপি সাধু পণ্ডিতসকলে কৈছে যে দূত অবধ্য আৰু সেই অনুসৰি দূতৰ প্ৰতি বিবিধ শাস্তিৰো বিধান তেওঁলোকে কৰিছে।

১৫। শৰীৰ বিৰূপ কৰা, বেত্ৰাঘাত কৰা, মূৰৰ চুলি খুৰোৱা, আৰু সেইদৰে শৰীৰত দাগ দিয়া—এইবোৰকে সাধুসকলে দূতক দিব লগা দণ্ড হিচাপে বিধান কৰিছে, কিন্তু দূতক বধ কৰা কথা ক'তো শুনা নাই।

১৬। ধৰ্ম্ম আৰু অৰ্থশাস্ত্ৰৰ জ্ঞানৰ দ্বাৰা আপোনাৰ বুদ্ধি মাৰ্জ্জিত হৈছে আৰু কামৰ হিতাহিত বিবেচনাৰ দ্বাৰা কৰ্ত্তব্য সম্বন্ধে আপুনি স্থিৰ বুদ্ধিত উপনীত হৈছে, এতেকে আপোনাৰ নিচিনা এজনে ক্ৰোধৰ বশীভূত হব পাৰে কেনেকৈ? ক্ষমতাশালী পুৰুষ কোনোকালে ক্ৰোধৰ অধীন নহয়।

১৭। হে বীৰ, ধৰ্ম্ম বিচাৰ, লোকাচাৰজ্ঞান আৰু শাস্ত্ৰৰ সাৰাৰ্থ গ্ৰহণ বিষয়ত সুৰাসুৰৰ ভিতৰত আপোনাৰ সমকক্ষ কোনো নাই, কিয়নো এই সকলো বিষয়ত আপুনিয়েই সকলোতকৈ শ্ৰেষ্ঠ।

১৮। তদুপৰি এই বান্দৰক বধ কৰাৰ পৰা বিশেষ যে কিবা উপকাৰ হব মই তাক দেখা নাপাওঁ, এতেকে যিবোৰে ইয়াক পঠিয়াইছে সিঁহতৰ ওপৰতহে এই মৃত্যুদণ্ড বিধান কৰা উচিত।

১৯। এই দূত সাধুৱেই হওক বা অসাধুৱেই হওক, শত্ৰুপক্ষই ইয়াক পঠিয়াইছে, আৰু শত্ৰুপক্ষৰ হকেই ই ইয়াত কৈছেহি, ই শত্ৰুপক্ষৰ অধীন, এতেকে ই কোনোপধ্যে বধিব লগা নহয়।

২০। হে মহাৰাজ, এই দূতক বধ কৰিলে, আন কোনো গগণবিহাৰী প্ৰাণীকেই ইয়াত দেখা পোৱা নহব, এতেকে হে শত্ৰু-পুৰঞ্জয়, আপুনি ইয়াক বধ কৰিবলৈ যত্নপৰ নহব। বৰং তাৰ সলনি ইন্দ্ৰে সৈতে দেৱতাগণক নিধন কৰিবলৈ আপুনি যত্নবান হওক।

২১। হে মহাৰাজ, আপুনি যুদ্ধপ্ৰিয় এতেকে এই প্ৰাণীটোক হত্যা কৰিলে এনে এজনক মই দেখা নাপাওঁ যি গৈ আপোনাৰ বিৰুদ্ধে দুৰ্বিনীত সেই ৰাজপুত্ৰ দুজনক যুদ্ধৰ বাবে অনুপ্ৰেৰিত কৰিব পাৰিব।

২২। হে ৰাক্ষসকুল মনোৰঞ্জক, আপুনি সুৰাসুৰগণৰ অজেয়, যুদ্ধৰ নামত আপোনাৰ ৰাক্ষস সৈন্যবোৰৰ মন পৰাক্ৰম আৰু উৎসাহতে নাচি উঠে, এতেকে যুঁজৰ বাবে সিঁহতৰ অভিলাষ নষ্ট কৰাটো উচিত নহব।

২৩। আপোনাৰ এই সৈন্যগণ আপোনাৰ হিতকাৰী, তেওঁলোক বীৰ, আৰু যুদ্ধ-বিষয়ত একাগ্ৰচিত্ত, তেওঁলোক বহু গুণসম্পন্ন উচ্চ কুলজাত, মনস্বী, অস্ত্ৰধাৰী সকলৰ ভিতৰত শ্ৰেষ্ঠ, ভীষণ কোপন স্বভাৱ আৰু আপোনাৰ দ্বাৰা সুন্দৰৰূপে পালিত।

২৪। এতেকে আপোনাৰ এই সৈন্যবলৰ এভাগৰ কিছুমানে আপোনাৰ আদেশ লৈ মূঢ় সেই ৰাজপুত্ৰ দুজনক ধৰি আনক গৈ, আৰু তাতেই আপোনাৰ শত্ৰুপক্ষই আপোনাৰ পৰাক্ৰমৰ বিষয়ে জানিব।"

২৫। নিশাচৰসকলৰ অধিপতি, সুৰলোকৰ শত্ৰু, ৰাক্ষসৰাজ-প্ৰধান মহাবলশালী ৰাৱণে তেওঁৰ কনিষ্ঠ ভ্ৰাতাৰ যুক্তিপূৰ্ণ এই কথাখিনি উত্তম বুলি মানি ললে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত দ্বিপঞ্চাশৎ সৰ্গ সমাপ্ত ॥

# ত্রিপঞ্চাশৎ সর্গ

## হনুমানৰ নেজত অগ্নিসংযোগ

১। ভায়েক মহাত্মা বিভীষণৰ কথা শুনি দশগ্রীব ৰাৱণে দেশকালোচিতভাবে উত্তৰ দিলে,

২। "হে ভ্রাতৃপ্রবৰ, তুমি উচিত কথা কৈছা, দূতক বধ কৰাটো এটা নিন্দনীয় কাৰ্য্য। তথাপি বধৰ অনুৰূপ শাস্তি ইয়াক বিধান কৰিবই লাগিব।

৩। বান্দৰবোৰৰ নেজেই উৎকৃষ্ট ভূষণ। এতেকে ইয়াৰ নেজডালত জুই লগাই দিয়া আৰু এই দগ্ধ নেজ লৈয়ে সি ইয়াৰ পৰা যাওক।

৪। তেতিয়া তাৰ জ্ঞাতি-মিত্র, বন্ধু-বান্ধৱ আৰু সুহৃদজনে তাৰ বিৰূপাকৃতি, মলিন বদন আৰু শুকাই ক্ষীণাই যোৱা অৱস্থা দেখা পাব।"

৫। এইবুলি কৈ ৰাক্ষসেন্দ্র ৰাৱণে আদেশ দিলে, "ৰাক্ষসবিলাকে ইয়াৰ নেজত জুই লগাই সমগ্র নগৰ আৰু মুকলি ঠাইবোৰত লৈ ফুৰক।"

৬। ৰাৱণৰ কথা শুনি নির্দ্দয় ক্রুদ্ধ ৰাক্ষসবোৰে বহুত ফটা কাপোৰ আনি হনুমানৰ নেজত মেৰাই দিলে।

৭। হাবিত শুকান কাঠ পালে জুই যিদৰে বাঢ়ি উঠে, নেজত কাপোৰ মেৰাই দিয়াৰ লগে লগে হনুমানেও সেইদৰে নিজক বঢ়াব ধৰিলে।

৮। তাৰ পিচত ৰাক্ষসবোৰে সেই কাপোৰবোৰ তেলেৰে তিয়াই তাত জুই লগাই দিয়াত হনুমানে জলি উঠা সেই নেজেৰে ৰাক্ষসবোৰক কোবাবলৈ ধৰিলে।

৯—১০। হনুমানৰ অন্তৰ খঙৰ জালত পৰিপূর্ণ হোৱাত তেওঁৰ বদনমণ্ডল নবোদিত সূর্য্যসদৃশ প্রকাশ পালে। তাৰ পিচত ক্রূৰমতি ৰাক্ষসবোৰে তেওঁক ভালদৰে বেঢ়ি ধৰি পুনঃ ভালদৰে বান্ধি পেলালে। তাকে দেখি আবাল-বৃদ্ধ-বনিতা সকলো নিশাচৰ হৰষিত হল। পিচত বীৰ হনুমানে সেই সময়ৰ উপযোগী বুদ্ধি মনত সাজি লৈ স্থিৰ কৰিলে :—

১১। "মোক এইদৰে বন্ধনত ৰাখিলেও ৰাক্ষসবোৰে পৰাক্রম দেখুৱাই মোৰ কোনো অনিষ্ট কৰিব নোৱাৰে। বান্ধ ছিঙি ইহঁতৰ সকলোটিকে বধ কৰিব পাৰোঁ।

১২। মোৰ প্রভু ৰামৰ হিতসাধন কৰিবলৈ আজি ঘূৰি ফুৰোতে, ৰাক্ষসৰাজ ৰাৱণৰ আদেশমতে যদিওবা এই দুৰাত্মা ৰাক্ষসবোৰে মোক বান্ধি লৈছে, তথাপি তাৰ পৰা মই সিহঁতৰ ওপৰত যি অত্যাচাৰ কৰিছোঁ তাৰ কোনো প্রতিকাৰ কৰা নহব।

১৩। যুদ্ধত মই অকলে সমগ্র ৰাক্ষসকুলক নাশ কৰিব পাৰোঁ। কিন্তু ৰামৰ প্রীতিৰ অৰ্থে মই ইহঁতৰ এইবোৰ এতিয়া সহি থাকিম।

১৪। ইহঁতে মোক আকৌ লঙ্কাত ঘুৰাই লৈ ফুৰিব। চাৰিওফালে দুৰ্গই আবৃত কৰি ৰখাৰ কাৰণে ৰাতিৰ ভিতৰত লঙ্কাখন ভালদৰে চাব নোৱাৰিলোঁ।

১৫—১৭। ৰাতি শেষ হোৱাৰ পিচত এতিয়া দিনৰ ভাগত লঙ্কাখন ভালদৰে চাই লব পাৰিম। ইহঁতে মোক বান্ধক বাক, নেজত জুই লগাই ইহঁতে যদিও বা মোক অলপ কষ্ট দিছে, তাৰ পৰা মই মনত একো ক্লান্তি অনুভব কৰা নাই।" কপিকুঞ্জৰ মহাসত্ত্ববান হনুমানে এইদৰে চিন্তা কৰি থাকোঁতে ৰাক্ষসবোৰে হৰ্ষান্বিত চিত্তে তেওঁক মেৰাই-মেৰাই লৈ শঙ্খ আৰু ভেৰী আদি শব্দৰ দ্বাৰা ৰাজদণ্ড ঘোষণা কৰি কৰি হনুমানক ঘুৰাই লৈ ফুৰিব ধৰিলে।

১৮—২২। ক্ৰূৰকৰ্ম্মা ৰাক্ষসবোৰে হনুমানক লঙ্কাৰ মাজেদি লৈ যাব ধৰিলে আৰু অবিলম্বে হনুমানেও সিহঁতৰ পিচে পিচে পৰম সুখে সিহঁতৰ লগত যাব ধৰিলে। সিহঁতে সমগ্ৰ মহানগৰীতে হনুমানক লৈ ফুৰিলে আৰু লগতে বিমানসদৃশ অট্টালিকাসমূহ, প্ৰাচীৰেৰে আবৃত সুন্দৰ সুন্দৰ ভূমিভাগ, ঘৰৰ হাউলী, ভাগ লগাই সজা চাৰিকোণীয়া চোতালবোৰ, বৃহৎ বৃহৎ ৰাজপথ, ক্ষুদ্ৰ পথ, চতুষ্পথ আৰু ঘৰৰ ভিতৰফাল তেওঁ দেখা পালে।

২৩—২৮। ইপিনে হনুমানৰ নেজ এইদৰে পুৰিব ধৰা দেখি বিৰূপনয়না ৰাক্ষসী-বোৰে দেবী সীতাৰ আগত অপ্ৰিয় এই ঘটনাটো এইদৰে বৰ্ণাই কবলৈ ধৰিলে, "হে সীতা, তাম্ৰবদন যিটো বান্দৰে তোমাৰ লগত কথা পাতিছিল, তাৰ নেজত জুই লগাই দি ৰাক্ষসবোৰে তাক ইফালে সিফালে ঘুৰাই লৈ ফুৰিব ধৰিছে।" সীতাদেবীয়ে সিহঁতৰ মুখৰ পৰা তেওঁৰ নিজৰ হৰণ কৰি অনাৰ সমান নিষ্ঠুৰ এই বাতৰিটো পাই অগ্নিদেবতাৰ ওচৰ চাপিল; আৰু মহাকপি হনুমানৰ মঙ্গল কামনা কৰি শ্ৰদ্ধা সমন্বিতে হব্যবাহন অগ্নিদেবতাৰ ওচৰত এইদৰে প্ৰাৰ্থনা জনালে, "হে অগ্নিদেবতা, যদিহে মই পতিসেৱাপৰায়ণা হৈ থাকিব পাৰিছোঁ, যদিহে তপশ্চৰ্য্যা মই কৰি থাকিব পাৰিছোঁ আৰু পাতিব্ৰত্য ধৰ্ম্ম মই ৰক্ষা কৰি আছোঁ, তেন্তে মোৰ প্ৰাৰ্থনা মতে হনুমানৰ বেলিকা তুমি শীতল হবা।" সীতাৰ প্ৰাৰ্থনা শুনি উগ্ৰশিখাবিশিষ্ট অগ্নিয়ে শিখাৰ আগভাগ দক্ষিণ মুৱাকৈ হলাই ধীৰভাবে জ্বলি উঠিল আৰু তাৰ দ্বাৰা মৃগনয়না সীতাক যেন কৈহে দিলে, "হনুমান মঙ্গলে আছে।" ইপিনে হনুমানৰ জনক বায়ুৱেও নেজৰ অগ্নিৰ লগত সংযুক্ত থাকিও কপিবৰ মঙ্গলে আছে এই কথাটো জনাইহে যেন সীতাৰ সম্মুখত শীতকালৰ বতাহৰ নিচিনা শীতল হৈ বলৈ ধৰিলে।

২৯। নেজডাল পুৰিব ধৰাৰ সময়ত বান্দৰ হনুমানৰ ধাৰণা হল, "জুইতো বৰ বেচিকৈয়ে জ্বলি উঠিছে তথাপি এই জুয়ে মোক পোৰা নাই কিয়?

৩০। দেখিছো জুইৰ তীক্ষ্ণ শিখায়ো শৰীৰত মোক দুখ দিয়া নাই; অনুমান হয় হিমপাতসদৃশ ৰূপ লৈ জুই মোৰ নেজৰ আগত যেন বৈহে আছে।

৩১। নহৰই বা কিয়? সাগৰ পাৰ হৈ আহোঁতে শ্ৰীৰামচন্দ্ৰৰ প্ৰভাৱত নদ-নদী সকলৰ অধিপতি সমুদ্ৰৰ মাজতো যদি আচৰিতভাৱে এখন পৰ্ব্বত থিয় দি ওলাই থাকিব পাৰে, অগ্নি শীতল হোৱা ঘটনাটোও সেই ধৰণৰে এটা ঘটনা হব নিশ্চয়।

৩২। শ্ৰীৰামচন্দ্ৰৰ প্ৰতি সন্মান দেখুৱাই সমুদ্ৰ আৰু মৈনাক পৰ্ব্বতে যদি এনে অনুগ্ৰহ দেখুৱাব পাৰে, অগ্নিয়ে বা তেনে নকৰিব কিয় ?

৩৩। জুয়ে যে মোক পোৰা নাই সি কেবল সীতাৰ দয়া, ৰাঘৱ ৰামৰ শক্তি আৰু মোৰ পিতৃদেৱ পৱন দেৱতাৰ অগ্নিৰ লগত সখ্যভাৱৰ ফল।"

৩৪। এইদৰে ভাবিচিন্তি থকাৰ ভিতৰতে কপিকুঞ্জৰ হনুমানৰ মনত হঠাতে আন এটা চিন্তা উপস্থিত হল। তেওঁ ভাবিবলৈ ধৰিলে, "মোৰ নিচিনা এজনক এই অধম ৰাক্ষসবোৰে বান্ধি ৰাখিব পাৰে এইটো কেনে কথা।

৩৫—৩৯। যদি মোৰ শক্তিহে আছে তেন্তে ইয়াৰ প্ৰতিক্ৰিয়া যই কৰা উচিত।" এইদৰে চিন্তা কৰি উঠিয়েই মহাকপি হনুমানে বান্ধ ছিঙি বেগেৰে ওপৰলৈ জাপ দি ভীষণৰূপে গৰ্জ্জন কৰিবলৈ ধৰিলে। তাৰ পিচত শ্ৰীমান পৱননন্দনে ৰাক্ষসৰ জনতাবিহীন গিৰিশৃঙ্গসদৃশ ওখ পুৰদ্বাৰৰ ওপৰত বহি ললে। তাত নিজ শৰীৰটো পৰ্ব্বতৰ সমান কৰি বঢ়াই লৈ তৎক্ষণাৎ আকৌ নিচেই অকণমানটি হৈ সকলো বান্ধনোৰ পৰা নিজক মুক্ত কৰিলে। এইদৰে বান্ধনোৰ পৰা মুক্তি লাভ কৰি শ্ৰীমান কপীন্দ্ৰ পুনঃ পৰ্ব্বতপ্ৰমাণ হল। তাৰ পিচত ইকালে সিকালে চাই তোৰণৰ ওপৰত লোহাৰ অৰ্গলসদৃশ কৃষ্ণবৰ্ণ লোহে নিৰ্ম্মিত বৃহৎ গদা এডাল দেখা পালে। সেই ডাল হাতত লৈ তাৰে মৰুতনন্দনে তেওঁৰ ৰক্ষক হৈ থকা সকলো ৰাক্ষসকে বধ কৰিলে।

৪০। প্ৰচণ্ড ৰণবিক্ৰমশীল হনুমানে ৰাক্ষসবোৰক এইদৰে বধ কৰি লঙ্কানগৰীক এবাৰ চাই ললে, আৰু নেজৰ প্ৰদীপ্ত অগ্নিশিখাৰে সুশোভিত হৈ অংশুমালী সূৰ্য্যসদৃশ দেখা হল।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত ত্ৰিপঞ্চাশৎ সৰ্গ সমাপ্ত ॥

# চতুঃপঞ্চাশৎ সৰ্গ

## লঙ্কা দাহন

১। কপিপ্ৰবৰ হনুমানৰ মনোবাঞ্ছা সিদ্ধ হোৱা উৎসাহতে তেওঁৰ মনৰ বল আৰু বাঢ়ি উঠিল। লঙ্কাৰ পিনে এবাৰ চাই লৈ তাৰ পিচত তেওঁৰ কৰিবলগীয়া আৰু কি কাম হব পাৰে তাৰ বিষয়ে চিন্তা কৰিবলৈ ধৰিলে—

২। "ইয়াৰ পিচত বৰ্ত্তমান মোৰ কৰিবলগা কাম আৰু কি বাকী আছে যাৰ দ্বাৰা ৰাক্ষসবোৰৰ শোকৰ বেগ আৰু বাঢ়ি উঠিব পাৰে।

৩। অশোকবন ভাঙ্গিলোঁ, শ্ৰেষ্ঠ শ্ৰেষ্ঠ ৰাক্ষসবোৰক বধিলোঁ, সৈন্যদলৰ এভাগ বিনাশ কৰিলোঁ, এতিয়া কামৰ ভিতৰত দুৰ্গ বিনাশ কৰাটোৱেই যি বাকী।

৪। দুৰ্গ বিনাশ কৰি উঠিব পাৰিলে মোৰ এই পৰিশ্ৰম সাৰ্থক আৰু সুখকৰ হব। অলপ চেষ্টা কৰিলেই সীতাক অন্বেষণ কৰিবলৈ আহি যি শ্ৰম কৰিলোঁ সি সাৰ্থক হব।

৫। যি হব্যবাহন অগ্নি মোৰ নেজত জ্বলি আছে, এই সুন্দৰ সুন্দৰ গৃহসমূহৰ দাহনৰ দ্বাৰা তেওঁক সন্তুষ্ট কৰাটো মোৰ পক্ষে যুক্তিযুক্ত হব।

৬। এইদৰে চিন্তা কৰি মহাকপি হনুমানে তেওঁৰ জ্বলি থকা নেজডালেৰে সৈতে বিদ্যুৎবিশিষ্ট এচপৰা মেঘৰ দৰে ঘৰসমূহৰ ওপৰে ওপৰে ঘূৰি ফুৰিবলৈ ধৰিলে।

৭। নিৰ্ভীক চিত্তে চাই চাই তেওঁ ৰাক্ষসবোৰৰ ইঘৰৰ পৰা সিঘৰত, উদ্যানসমূহত আৰু প্ৰাসাদবোৰত বিচৰণ কৰি ফুৰিবলৈ ধৰিলে।

৮। পৱনসম বলবান্ হনুমানে প্ৰথমতে প্ৰহস্তৰ ঘৰত জাপ দি পৰি তাত জুই লগাই দিলে।

৯—১৫। তাৰ পিচত বীৰ্য্যবান্ হনুমানে মহাপাৰ্শ্বৰ ঘৰত কালান্তক অগ্নিশিখাসম জুই লগাই দি, পিচত লৰিয়াই লৰিয়াই বজ্ৰদংষ্ট্ৰ, শুক, ধীমান সাৰণ, ইন্দ্ৰজিত, জম্বুমালী, সুমালী, ৰশ্মিকেতু, সূৰ্য্যশত্ৰু, হ্ৰস্বকৰ্ণ, দংষ্ট্ৰ, ৰোমশ, যুদ্ধমত্ত, ধ্বজগ্ৰীৱ, বিদ্যুৎজিহ্ব, ঘোৰ, হস্তিমুখ, কৰাল, বিশাল, শোণিতাক্ষ, কুম্ভকৰ্ণ, মকৰাক্ষ নৰান্তক, কুম্ভ, মহাত্মা নিকুম্ভ, যজ্ঞশত্ৰু, ব্ৰহ্মশত্ৰু, এই সকলোৰে ঘৰত জুই দিলে।

১৬। অকল বিভীষণৰ ঘৰটো বাদ দি কপিশ্ৰেষ্ঠ হনুমানে এটাৰ পিচত এটাকৈ সকলোৰে ঘৰত জুই দিলে।

১৭। মহাযশস্বী হনুমানে সমৃদ্ধিশালী ৰাক্ষসবোৰৰ বহুমূলীয়া ভৱনবোৰত থকা সকলো ৰকমৰ মহাৰ্হ ঐশ্বৰ্য্য পুৰি বিনাশ কৰিলে।

১৮। তাৰ পিচত এই সকলোকে অতিক্ৰম কৰি বীৰ্য্যশালী শ্ৰীমান হনুমানে ৰাক্ষসেন্দ্ৰ ৰাৱণৰ গৃহৰ ওপৰত উপবেশন কৰিলে গৈ।

১৯। ৰাৱণৰ এই হাউলী সকলো গৃহৰ ভিতৰতে শ্ৰেষ্ঠ, নানাৰত্ন বিভূষিত, মেৰুমন্দৰ সমান ওখ আৰু মাঙ্গলিক নানা চিহ্নে চিহ্নিত।

২০। মহাবীৰ হনুমানে এই ভৱনৰ ওপৰত জেঁউৰ নেজৰ প্ৰদীপ্ত অগ্নি লগাই দি যুগান্তকালৰ মেঘসদৃশ ভীষণ ৰবে গৰ্জ্জন কৰিবলৈ ধৰিলে।

২১। সীতাৰ দীৰ্ঘনিশ্বাসৰ লগত সংযুক্ত বায়ুৰ সংযোগত মহাশক্তিসম্পন্ন প্ৰবল-বেগী অগ্নি আৰু অধিকগুণে বাঢ়ি উঠি প্ৰলয়কালৰ অগ্নিসদৃশ ৰূপ লৈ জ্বলি উঠিল।

২২। বতাহে এই প্ৰদীপ্ত অগ্নি ঘৰসমূহৰ ওপৰত বিক্ষিপ্ত কৰি দিয়াত, মুক্তামণিময় কাঞ্চনজালে শোভিত বস্ত্ৰাদি দ্ৰব্যেৰে পৰিপূৰ্ণ বৃহৎ বৃহৎ প্ৰাসাদসমূহ খণ্ড-বিখণ্ড হৈ মাটিত পৰিবলৈ ধৰিলে।

২৩—২৪। পৱন দেৱতাই প্ৰবল বেগে জ্বলি উঠা এই অগ্নি ঘৰসমূহৰ ওপৰত বিক্ষিপ্ত কৰাত, পুণ্যক্ষয় হৈ যোৱাৰ পিচত সিদ্ধসকলৰ ভৱনসমূহ যিদৰে আকাশৰপৰা তললৈ নামি আহে, মুক্তা-মণিময় কাঞ্চনজালে শোভিত বস্ত্ৰাদি দ্ৰব্যেৰে পৰিপূৰ্ণ বৃহৎ বৃহৎ প্ৰাসাদসমূহো সেইদৰে খণ্ড-বিখণ্ড হৈ মাটিত পৰিবলৈ ধৰিলে।

২৫। এনে অৱস্থাত ৰাক্ষসবোৰে সিহঁতৰ নিজৰ নিজৰ ঘৰ ৰক্ষাৰ বিষয়ে নিৰুৎসাহ হৈ ধন-সম্পত্তি সকলোকে এৰি ভীষণ শব্দে হা! হা! কৰি ইফালে সিফালে লৰি ফুৰিবলৈ ধৰিলে। সকলোৰে মুখত মাত্ৰ একে কথা—'হায়! স্বয়ং অগ্নিয়ে বান্দৰৰ ৰূপ লৈ আহি ইয়াত উপস্থিত হৈছেহি!'

২৬—২৭। কোনো ৰাক্ষসীয়ে সিহঁতৰ দুগ্ধপোষ্য শিশু কোলাত লৈয়ে জুইত পৰি গল, আৰু কোনোৱে বা অগ্নিৰে পৰিবেষ্টিত হৈ চুলি মেল খাই থকা অৱস্থাত অট্টালিকাৰ পৰা পৰিবলৈ ধৰাত আকাশৰ পৰা পৰি যোৱা বিদ্যুতৰ শোভা ধাৰণ কৰিলে।

২৮—৩০। হনুমানে দেখিলে, বজ্ৰ, বিদ্ৰুম, বৈদূৰ্য্য, ৰজত মণি আৰু নানাবিধৰ বিচিত্ৰ ধাতুসমূহ গলি গৈ লাক লাক হৈ মাটিত পৰিবলৈ ধৰিছে। কিন্তু অগ্নিয়ে যিদৰে দমে দমে কাঠ বা তৃণৰাশি দগ্ধ কৰি তৃপ্ত নহয়, হনুমানেও সেইদৰে শ্ৰেষ্ঠ শ্ৰেষ্ঠ ৰাক্ষস-বোৰক বধ কৰি তৃপ্ত হোৱা নাই। সেই সময়ত লঙ্কাত ইমানবোৰ ৰাক্ষস নিহত হল যে লঙ্কা নগৰীত মৃত ৰাক্ষসৰ কাৰণে ঠাইৰ অকুলন হৈ পৰিল। ৰুদ্ৰদেৱে ত্ৰিপুৰ নগৰ যিদৰে দগ্ধ কৰিছিল, মহাবেগশালী মহাত্মা হনুমানেও সেইদৰে এই লঙ্কা নগৰী দগ্ধ কৰিলে।

৩১। বেগী হনুমানে জ্বলাই তোলা অগ্নিয়ে এনে ভীষণ আৰু পৰাক্ৰমেৰে বাঢ়ি উঠিবলৈ ধৰিলে যে যি ত্ৰিকূট পৰ্ব্বতৰ ওপৰত লঙ্কা স্থাপিত আছিল, সেই পৰ্ব্বতৰ ওপৰলৈকে অগ্নিৰ শিখাসমূহ বিয়পি পৰিল।

৩২। ৰাক্ষসৰ শৰীৰৰ চৰ্ব্বিৰে অগ্নিৰ শিখাসমূহ বতাহৰ সংযোগত অগ্নিয়ে প্ৰলয়-কালৰ অগ্নিৰ ৰূপ ধাৰণ কৰি আকাশ স্পৰ্শ কৰি বাঢ়ি উঠিল আৰু ঘৰবোৰত ধোঁৱাহীন হৈ জ্বলি উঠিল।

৩৩। এই মহা অগ্নিয়ে কোটি কোটি আদিত্যৰ তেজ লৈ বজ্ৰধ্বনি সদৃশ শব্দেৰে ব্ৰহ্মাণ্ড ভেদ কৰিছে যেন লঙ্কাক আগুৰি ধৰি প্ৰলয়কালৰ অগ্নিৰ শোভা প্ৰকাশ কৰিবলৈ ধৰিলে।

৩৪। নিৰ্দ্ধূম প্ৰভাযুক্ত পলাশ ফুল যেন ৰঙা অগ্নিৰ শিখাসমূহে ৰৰকৈ বাঢ়ি উঠি আকাশমণ্ডল বিয়পি পৰিল আৰু ইপিনে জলৰ কালে অগ্নিৰপৰা উৎপন্ন ধোঁৱাবোৰে চাৰিওকালে বিক্ষিপ্ত হৈ নীলোৎপলসদৃশ প্ৰভাযুক্ত মেঘমালাৰ নিচিনাকৈ শোভা কৰিবলৈ ধৰিলে।

৩৫—৩৮। ঘৰ, গছ-গছনি আৰু দলে দলে জীৱগণে সৈতে লঙ্কা এইদৰে দগ্ধ হোৱা দেখি প্ৰধান প্ৰধান ৰাক্ষসবোৰে মিলিত হৈ পৰস্পৰে কোৱাকুই কৰিব ধৰিলে, 'এইটো বান্দৰ নহয়, স্বয়ং কাল নাইবা বজ্ৰধাৰী দেৱৰাজ মহেন্দ্ৰ, নাইবা যম, বা বৰুণ, বা বায়ুদেৱতা, নাইবা ৰুদ্ৰমূৰ্ত্তি অগ্নি, অথবা সূৰ্য্য, কুবেৰ নাইবা চন্দ্ৰ, অথবা চতুৰানন সৰ্ব্বলোক-পিতামহ ব্ৰহ্মাৰ পৰা উৎপন্ন মহা প্ৰকোপেই ৰাক্ষসকুলৰ সংহাৰক স্বৰূপে বান্দৰৰ ৰূপ লৈ আহি ইয়াত অৱতীৰ্ণ হৈছে। নহ'লে অচিন্ত্য, অব্যক্ত, অনন্ত বিষ্ণুৰ তেজে নিজ মায়াবলে বান্দৰৰ ৰূপ ধাৰণ কৰি ৰাক্ষসবোৰৰ বিনাশৰ বাবে আহি ইয়াত উপস্থিত হৈছেহি।'

৩৯। পশু, পক্ষী, বৃক্ষ, হাতী, ঘোঁৰা, ৰথ আৰু ৰাক্ষসগণে সৈতে লঙ্কা নগৰী হঠাতে এইদৰে বিদগ্ধ হোৱাত লঙ্কাৰ বৰণ মলিন হল আৰু তুমুল এটা ক্ৰন্দনৰ ৰোল তাৰ পৰা উঠিল।

৪০। লগতে ৰাক্ষস আৰু ৰাক্ষসীবোৰে, হা পিতা, হা পুত্ৰ, হে কান্ত, হে সুহৃৎ, হে জীৱনৰ নাথ, হায়। আমাৰ চিৰদিনৰ সঞ্চিত পুণ্য আজি হঠাতে ক্ষয়প্ৰাপ্ত হল— এইদৰে নানা প্ৰকাৰে চিঞৰ-বাখৰ কৰোঁতে লঙ্কাৰ ভিতৰত ভীষণ এটা কোলাহলৰ সৃষ্টি হল।

৪১। অগ্নিৰ শিখাই চাৰিওকালে বেঢ়ি ধৰাত, আৰু বীৰ আৰু যোদ্ধাসকল নিহত হোৱাত হনুমানৰ খঙৰ বলত অভিভূতা লঙ্কা শাপগ্ৰস্তা এখন নগৰী যেন দেখা হল।

৪২। মহাত্মা হনুমানে দেখিলে, ৰাক্ষসবোৰে ভয়তে বিষণ্ণ আৰু বিহ্বলচিত্ত হৈছে, চাৰিওকালে অগ্নিৰ অতি উজ্জ্বল শিখাবোৰহে মাত্ৰ পৰিলক্ষিত হৈছে, ব্ৰহ্মাৰ কোপত পৰি পৃথিৱী ধ্বংসৰ সন্মুখীন হলে যেনে অৱস্থা হয় লঙ্কাবো অৱস্থা এই সময়ত তেনে হৈছে।

৪৩। গছ-গছনিৰে সুশোভিত বন উচ্ছন্ন কৰি মহা মহা ৰাক্ষসগণক যুদ্ধত নিহত কৰি, অত্যুৎকৃষ্ট গৃহৰাজিৰে পৰিপূৰ্ণ লঙ্কাক দাহন কৰি পৱনাত্মজ হনুমানে খন্তেক সময় তাত বৈ থাকিল।

৪৪। অসংখ্য ৰাক্ষস বধ, বহুপাদপযুক্ত বনৰ ধ্বংস আৰু ৰাক্ষসবোৰৰ ঘৰত অগ্নি সংযোগ কৰাৰ পিচত, মহাত্মা কপিপ্ৰৱৰে মনে মনে ৰামৰ চিন্তা কৰিবলৈ ধৰিলে।

৪৫। এই সকলো কাম শেষ হৈ যোৱাৰ পিচত দেৱগণে মিলিত হৈ মহাবলশালী, বান্দৰবীৰ-প্ৰধান সৰ্ব্বশ্ৰেষ্ঠ মহামতি মৰুত-নন্দন হনুমানৰ স্তুতি কৰিবলৈ ধৰিলে।

৪৬। আৰু তেওঁৰ কামত দেৱতাসকল, শ্ৰেষ্ঠ মুনিগণ, গন্ধৰ্ব্ব, বিদ্যাধৰ, পন্নগ আৰু আন সকলো মহা মহা প্ৰাণীগণে অতুলনীয় এক তুষ্টি লাভ কৰিলে।

৪৭। ইপিনে মহাশক্তিশালী কপিপ্ৰবৰ হনুমানে অশোকবন ভাঙি আৰু ৰাক্ষসকুল নিধন কৰি, ভয়ঙ্কৰ এই লঙ্কানগৰীত অগ্নি সংযোগৰ পিচত পৰম শোভান্বিত হৈ বিৰাজ কৰিলে।

৪৮। অতি উচ্চ এটা ভৱনৰ সৰ্ব্বোন্নত বিচিত্ৰ শিখৰ স্থানত উপবেশন কৰি নেজৰ প্ৰদীপ্ত অগ্নিশিখাৰ জ্যোতিতে উদ্ভাসিত হৈ তেওঁ অংশুমালী সূৰ্য্যসদৃশ শোভা ধাৰণ কৰিলে।

৪৯। তাৰ পিচত এইদৰে সমগ্ৰ লঙ্কাৰ ওপৰতে উৎপীড়ন কৰি কপিশ্ৰেষ্ঠ হনুমানে তেওঁৰ নেজৰ অগ্নি সাগৰত মুমাই ললে।

৫০। তেতিয়া দেৱতা, গন্ধৰ্ব্ব, সিদ্ধগণ আৰু শ্ৰেষ্ঠ ঋষিসকলে লঙ্কা এইদৰে দগ্ধ হোৱা দেখি পৰম বিস্ময়ান্বিত হল।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত চতুঃপঞ্চাশৎ সৰ্গ সমাপ্ত ॥

## পঞ্চপঞ্চাশৎ সৰ্গ

## হনুমানৰ অনুতাপ

১। হনুমানে লঙ্কা বিদগ্ধ হোৱা আৰু তাৰ ভীত ৰাক্ষসবোৰে ভয়বিহ্বল চিত্তে থকা দেখি চিন্তা কৰিবলৈ ধৰিলে।

২। তেওঁৰ মনত এটা আতঙ্কৰ ভাব সৃষ্টি হোৱাত তেওঁ অধিক নিন্দা কৰিবলৈ ধৰিলে। তেওঁ ভাবিলে, "হায়! এই লঙ্কা দগ্ধ কৰি মই কি কুকাম কৰিলোঁ!

৩। সেই মহাত্মা সকলেই ধন্য যি জ্বলি উঠা ক্ৰোধক পানীৰে মুমাই দিয়াৰ দৰে নিজ বুদ্ধিবলে উঠি অহা খঙকো দমন কৰিব পাৰে।

৪। মানুহৰ খং উঠিলে তেওঁ কি পাপ কৰিব নোৱাৰে? ক্ৰুদ্ধজনে গুৰুজনক বধ কৰে আৰু কুবাক্যৰ দ্বাৰা সাধুজনক তিৰস্কাৰ কৰে।

৫। ক্ৰুদ্ধজনৰ হিতাহিত জ্ঞান নাথাকে, সি কৰিব নোৱাৰা কাম আৰু কব নোৱাৰা কথা নাই।

৬। ছাল পুৰণি হলে সাপে যিদৰে মোট সলায়, সেইদৰে উঠি অহা ক্ৰোধক যিজনে ক্ষমাগুণৰ দ্বাৰা মনৰ পৰা আঁতৰাই দিব পাৰে, তেওঁবেই প্ৰকৃত পুৰুষ।

৭। মই এজন নিতান্ত দুৰ্ব্বুদ্ধি নিৰ্লজ্জ আৰু পাপাত্মা, সীতাৰ বিষয়ে কোনো কথা নভৱা নিশ্চিন্তাকৈ এই নগৰীত জুই দি মই মোৰ স্বামীৰ কাৰ্য্য বিনাশ কৰিলোঁ। মোক ধিক্!

৮। যদি এই সমগ্ৰ লঙ্কা নগৰীয়েই দগ্ধ হল, তেন্তে তাৰ লগতে জানকীও নিশ্চয় দগ্ধা হৈছে ; তেনেহলে মোৰ অজ্ঞানভাৰ ফলত মোৰ স্বামী ৰামৰ যি কাম সিও নষ্ট হল।

৯। যাৰ কাৰণে ইমান আয়োজন, সেই সকলো কাৰ্য্যকে মই নষ্ট কৰিলোঁ। লঙ্কা দগ্ধ কৰি সীতাকতো মই ৰক্ষা কৰিব পৰা নাই।

১০। লঙ্কাদাহন ৰূপ অতি সহজ-সাধ্য অকণমান কাম মোৰ বাকী আছিল সঁচা, কিন্তু খঙৰ জালতে কাম কৰি মই মোৰ মূল্যবো বিনাশ কৰিলোঁ।

১১। জানকী নিশ্চয় দগ্ধ হৈছে, কিয়নো এই লঙ্কাৰ ভিতৰত দগ্ধ নোহোৱা কোনো এখন ঠাই চকুত নপৰে, গোটেইখন নগৰ তেনেই ভস্মীভূত হৈছে।

১২। প্ৰকৃততে মই ওলোটা ৰকমে বুজাৰ কাৰণে যদি মই মোৰ মূল কাৰ্য্যকে বিনাশ কৰিলোঁ তেনেহলে এই মুহূৰ্ত্ততে ইয়াতেই প্ৰাণ পৰিত্যাগ কৰাটোৱেই মোৰ পক্ষে ভাল হব।

১৩। তেন্তে বড়বা মুখস্থিত অগ্নিসদৃশ এই অগ্নিতেই জাপ দিওঁ, অথবা সাগৰত থকা প্ৰাণীসমূহৰ খাদ্য হিচাপে শৰীৰটোকে সিহঁতক দিওঁ।

১৪। জীয়াই থাকি মই বান্দৰৰাজ সুগ্ৰীবৰ আগতনো মুখ উলিয়াওঁ কেনেকৈ আৰু মূল কাৰ্য্যক বিনাশ কৰাৰ পিচত নৰশ্ৰেষ্ঠ সেই পুৰুষ দুজনৰ লগতেই বা সাক্ষাৎ কৰোঁ কেনেকৈ ?

১৫। সেই সময়ত খঙৰ জালতে যিটো কাম মই কৰিলোঁ তাৰ দ্বাৰা তিনিও জগতে যাক বান্দৰ-সুলভ প্ৰকৃতি বুলি জানে তেনে বান্দৰত্ব হে মাত্ৰ মই প্ৰকাশ কৰিলোঁ।

১৬। যি ৰজোগুণৰ আশ্ৰয় লৈ মোৰ চঞ্চলতা হেতু আত্মসংযম পাহৰি কাৰ্য্য-বিনাশক এই কাম কৰিলোঁ, সেই ৰজোগুণক ধিক্। হায়! সীতাক ৰক্ষা কৰাৰ শক্তি মোৰ থকা সত্বেও মই সীতাক ৰক্ষা নকৰিলোঁ, এতেকে মোকো ধিক্।

১৭। এতিয়া যদিহে সীতাৰ বিনাশ হৈছে, তেনেহলে সেই পুৰুষ দুজনৰে বিনাশ হব, তেওঁলোক দুয়োজন বিনষ্ট হলে বন্ধু-বান্ধৱেৰে সৈতে সুগ্ৰীবৰো বিনাশ ঘটিব।

১৮। ধৰ্ম্মাত্মা ভ্ৰাতৃবৎসল ভৰতে যেতিয়া এই কথাটো শুনিব, তেওঁ আৰু শত্ৰুঘ্ননো জীয়াই থাকিব কেনেকৈ ?

১৯। ধৰ্ম্মপৰায়ণ ইক্ষাকুবংশ লোপ পালে, সৰ্ব্বনাশ উপস্থিত হব আৰু প্ৰজাবৰ্গও শোকসন্তপ্ত হব।

২০। এতেকে মই হতভাগ্য! মোৰ পূৰ্ব্বাৰ্জিত পুণ্যফল নাশ কৰি, ক্ৰোধৰূপ পাপত মগ্ন হৈ সমগ্ৰ জগতৰে বিনাশ সাধন কৰিলোঁ।"

২১। এইদৰে চিন্তা কৰি থাকোঁতে হঠাতে আগতে উপলব্ধি কৰা শুভলক্ষণবোৰৰ কথা মনত পৰাত আন প্ৰকাৰৰ চিন্তা তেওঁৰ মনত খেলাবলৈ ধৰিলে।

২২। "নহ'লে এনেও হব পাৰে যে চাৰুসৰ্ব্বাঙ্গী সীতাদেৱীয়ে তেওঁৰ নিজ তেজোবলে নিজক ৰক্ষা কৰিছে। কল্যাণী সীতাদেৱীৰ বিনাশ হব নোৱাৰে, অগ্নিয়ে অগ্নিক দাহন নকৰে।

২৩। যিজনাই নিজ চৰিত্ৰগুণে নিজক ৰক্ষা কৰি আছে, অমিতশক্তিশালী ধৰ্ম্মাত্মা ৰামৰ সেই ভাৰ্য্যাক অগ্নিয়ে স্পৰ্শ কৰিব নোৱাৰে।

২৪। অগ্নিৰ দাহিকা শক্তি আছে সঁচা কিন্তু, অকল বায়ৰ প্ৰভাৱ আৰু বৈদেহীৰ সুকৃতিৰ ফলত অগ্নিয়েতো মোক দগ্ধ কৰা নাই।

২৫। এতেকে যিজনা ভৰত আদি তিনিওজন ভায়েকৰ পক্ষে দেৱীস্বৰূপা আৰু ৰামৰ প্ৰাণসম প্ৰিয়া, তেওঁৰ বিনাশ হব কেনেকৈ?

২৬। অগ্নি সকলো ক্ষেত্ৰতে অব্যয়, শক্তিমান আৰু দহনক্ষম, তথাপি যি অগ্নিয়ে মোৰ নেজ দগ্ধ কৰা নাই, তেওঁ আকৌ পূজনীয়া সীতাক দগ্ধ কৰিব কিয়?"

২৭—২৮। সীতাৰ শক্তিৰ বিষয়ে চিন্তা কৰি, পুনঃ আন এটা ভাব তেওঁৰ মনত উদয় হোৱাত হনুমানে বিস্মিত হৈ ভাবিলে, "দেৱী সীতাৰ প্ৰভাৱতে মোৰ জিৰণিৰ অৰ্থে সাগৰৰ মাজত হিৰণ্যগৰ্ভ মৈনাক পৰ্ব্বত যদি উদয় হব পাৰে, তেনেহলে তপস্যাৰতা, সত্যপৰায়ণা পাতিব্ৰত্য গুণৰ দ্বাৰা আবৃতা এই সীতা দেৱীয়েহে অগ্নিক দগ্ধ কৰিব পাৰে, অগ্নিয়ে নোৱাৰে।"

২৯। এইদৰে সীতাদেৱীৰ ধৰ্ম্মনিষ্ঠাৰ বিষয়ে চিন্তা কৰি থাকোঁতে, মহাত্মা চাৰণসকলৰ বাণী তেওঁ এইদৰে শুনিব পালে—

৩০। "আহা! ৰাক্ষসবোৰৰ ঘৰত অতি উগ্ৰ আৰু ভয়ঙ্কৰ অগ্নিসংযোগ কৰি হনুমানে আনৰ অসম্ভৱ কি কৰ্ম্মই কৰিলে!

৩১। তেওঁৰ এই অগ্নিসংযোগৰ ফলত লঙ্কাৰ আবাল-বৃদ্ধ বনিতা ৰাক্ষসবোৰৰ চাৰিওফালে লৰা-ঢপৰা কৰাত জনসমূহৰ ভিতৰত যি কোলাহল উঠিল সেইয়ে পৰ্ব্বতৰ গুহাত প্ৰতিধ্বনিত হোৱাত অনুমান হল যেন লঙ্কা নগৰীয়েহে কান্দিব ধৰিছে।

৩২। প্ৰাচীৰ আৰু তোৰণে সৈতে অট্টালিকাসমূহ দগ্ধ হল, তথাপি ই জানকীক পুৰিব পৰা নাই, ইয়ে আমাৰ পক্ষে অদ্ভুত বিস্ময়কৰ ঘটনা যেন লাগিছে।"

৩৩। চাৰণসকলৰ অমৃতোপম এই কথা কাণত পৰাৰ লগে লগে সেই সময়োচিত আনন্দতে হনুমানৰ অন্তৰ ভৰি পৰিল।

৩৪। এইদৰে মঙ্গলসূচক কাৰণসমূহ আৰু নিজে প্ৰত্যক্ষ প্ৰমাণ পোৱা গুণাৱলী দেখি আৰু ঋষিসকলৰ মুখৰপৰা ওলোৱা কথাখিনি শুনি হনুমানৰ মন হৰ্ষান্বিত হল।

৩৫। তাৰ পিচত হনুমানে নিজমনোৰথ সিদ্ধ হোৱাৰ পিচত ৰাজসুতা সীতাদেৱী সুস্থশৰীৰে থকা জানি, নিজ চকুৰে এবাৰ তেওঁক চাই লৈ উভতি যাবলৈ মন কৰিলে।

**॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত পঞ্চপঞ্চাশৎ সৰ্গ সমাপ্ত ॥**

# ষট্‌পঞ্চাশৎ সৰ্গ

## হনুমানৰ প্ৰত্যাৱৰ্তন

১। তাৰ পিচত হনুমানে জানকীক শিশুগছজোপাৰ তলত বহি থকা দেখি সেৱা জনাই কলে, "মোৰ পৰম সৌভাগ্য যে আপোনাক ইয়াত সুস্থশৰীৰে থকা দেখা পালোঁ।"

২। হনুমান উভতি যাবলৈ ওলোৱা দেখি স্বামীৰ প্ৰতি স্নেহানুৰাগিণী সীতাদেবীয়ে তেওঁৰ পিনে বাৰে বাৰে চাই তেওঁক উদ্দেশ্য কৰি কলে,

৩। "বৎস, ইচ্ছা কৰিলে তুমি এটা দিন ইয়াতে থাকিয়ে যোৱা, কোনো এখন নিভৃত ঠাইত জিৰণি লৈ কাইলৈ যাবাগৈ।

৪। হে কপিপ্ৰবৰ, তুমি ওচৰত থাকিলে অলপ সময়লৈ হলেও মন্দভাগিনী মোৰ অসীম শোকৰ কিঞ্চিৎ উপশম হয়।

৫। হে কপিশ্ৰেষ্ঠ, তুমি গৈ আকৌ উভতি আহা মানে মোৰ জীৱন থাকিব নে নাই তাৰে সন্দেহ।

৬। দুখৰ উপৰি দুখ অনুভৱ কৰি শোকতে কাতৰ লৈ আছোঁ, তাতে তোমাক দেখা নোপোৱা হলে আৰু অধিক শোকে মোক অভিভূত কৰিব।

৭—৮। হে বীৰ, এতিয়াও এটা সন্দেহৰ ভাৱ মোৰ মনত খেলায়ে আছে। হে মহাবলী বান্দৰ, সহায়স্বৰূপ বান্দৰ ভালুকৰ বৃহৎ এটা সৈন্যদলে দুস্তৰ এই মহাসমুদ্ৰ পাৰ হব কেনেকৈ আৰু নৰশ্ৰেষ্ঠ সেই পুৰুষজনেই বা ইপাৰলৈ আহিব কেনেকৈ?

৯। মাত্ৰ তিনিজনেহে এই মহাসমুদ্ৰ পাৰ হব পাৰে—বিনতানন্দন গৰুড়, তুমি আৰু তোমাৰ পিতৃদেৱ পৱন।

১০। এতেকে দুৰতিক্ৰমণীয় এই কাৰ্য্যৰ সমাধান কেনেকৈ হব বুলি ভাবিছা? তুমি কাৰ্য্যবিশাৰদ, এতেকে তুমি তাৰ বিষয়ে জানা।

১১। এইটো ঠিক যে তুমি অকলেই এই কামটো সমাধা কৰিব পাৰা। হে শত্ৰু-বীৰহন্তা, তোমাৰ তেনে শক্তি যথেষ্ট পৰিমাণে আছে, তোমাৰ শক্তিৰ প্ৰাচুৰ্য্যও অতি প্ৰশংসনীয়।

১২। কিন্তু শত্ৰুবলবিনাশক কাকুৎস্থই সৈন্যবলৰ দ্বাৰা লঙ্কাক পৰাভূত কৰি যদি মোক উদ্ধাৰ কৰি নিয়ে তেতিয়াহে কামটো তেওঁৰ শক্তিৰ অনুৰূপ হয়।

১৩। হে বীৰ, এতেকে কথাটো যাতে ৰণধীৰ সেই মহাত্মাৰ পৰাক্ৰমৰ অনুৰূপ হয় তুমি তেনেভাবে উপায় চিন্তা কৰিবা।"

১৪। সীতাৰ অৰ্থ আৰু যুক্তিপূৰ্ণ স্নেহময় কথাখিনি শুনি বীৰ হনুমানে উত্তৰ দিলে,

১৫। "দেৱী, বান্দৰ আৰু ভালুকসকলৰ অধিপতি কপিপ্ৰবৰ অসীম শক্তিসম্পন্ন সুগ্ৰীৱ এই কাম সমাধা কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ।

১৬। বান্দৰৰাজ সেই সুগ্ৰীৱে হাজাৰ হাজাৰ, কোটি কোটি কপি-সৈন্য লগত লৈ অতি শীঘ্ৰে আহি পাব।

১৭। পুৰুষশ্ৰেষ্ঠ ৰাম-লক্ষ্মণ সেই বীৰ দুজনো ভেওঁলোকৰ লগতে আহি শৰসমূহৰ দ্বাৰা এই লঙ্কা উচ্ছন্ন কৰিব।

১৮। হে সৰ্ব্বাঙ্গসুন্দৰী, ৰঘুনন্দন ৰামে ৰাক্ষস ৰাৱণক তাৰ জ্ঞাতিবৰ্গে সৈতে বধ কৰি অতিশীঘ্ৰে আপোনাক লৈ নিজ নগৰীলৈ প্ৰস্থান কৰিব।

১৯। হে দেৱী, আপুনি আশ্বস্ত হওক, আপোনাৰ মঙ্গল হওক, মাত্ৰ অলপ সময় অপেক্ষা কৰক, অতি সোনকালে ৰামৰ হাতত ৰাৱণ নিহত হোৱা আপুনি দেখা পাব।

২০। পুত্ৰ, অমাত্য আৰু বন্ধুবান্ধৱে সৈতে ৰাৱণ নিহত হোৱাৰ লগে লগে ৰোহিণীয়ে শশাঙ্কৰ লগত মিলিত হোৱাৰ নিচিনাকৈ আপুনিও ৰামৰ লগত মিলিব।

২১। বান্দৰ আৰু ভালুক সৈন্যৰ দ্বাৰা পৰিবেষ্টিত হৈ কাকুৎস্থ ৰাম অতিশীঘ্ৰে আহি পাব। যুদ্ধত জয় লাভ কৰি আপোনাৰ সকলো দুখ মোচন কৰিব।"

২২। পৱননন্দন হনুমানে বৈদেহীক এইদৰে আশ্বাসবাণী দি যাবলৈ মন কৰি তেওঁক অভিবাদন জনালে।

২৩—২৫। এইদৰে প্ৰধান প্ৰধান ৰাক্ষস বধ, নিজৰ নাম ঘোষণা, বৈদেহীক আশ্বাসদান, নিজৰ বল প্ৰদৰ্শন আৰু ৰাৱণক প্ৰবঞ্চনা কৰি, নিজৰ ভয়ঙ্কৰ পৰাক্ৰম দেখুৱাই গোটেই নগৰীকে ব্যাকুল কৰি শেহত জানকীক সেৱা জনাই হনুমানে পুনঃ সাগৰৰ ওপৰেদি উভতি যাবলৈ মন স্থিৰ কৰিলে।

২৬—৩৭। তাৰ পিচত প্ৰভু ৰামক দেখা পাবলৈ উৎসুক হৈ অৰিমৰ্দ্দন কপিশ্ৰেষ্ঠ হনুমানে অৰিষ্ট নামৰ পৰ্ব্বতত আৰোহণ কৰিলে। এই পৰ্ব্বতৰ শিখৰ প্ৰদেশ তৃণপল্লৱ শোভা ধাৰণ কৰিলে, নীল বনৰাজিৰে আবৃত হোৱাত আৰু মাজে মাজে মেঘমালাসমূহ ওলমি থকাত অনুমান হয় যেন পৰ্ব্বতে নীলবসন পৰিধান কৰি কান্ধত উত্তৰীয় লৈ তাত বিৰাজ কৰিছে; ইয়াৰ সকলো বস্তুৰে সূৰ্য্যৰ পৱিত্ৰ ৰশ্মিৰ দ্বাৰা উদ্ভাসিত; বিবিধ ধাতুৰে উজ্জ্বল ৰূপ লৈ যেন থাই থকা অসংখ্য চকুৰ নিচিনা তাৰা শোভা কৰিছে; চাৰিওফালৰ জল-ধাৰাৰ মৃদুমধুৰ শব্দত প্ৰতীয়মান হয় যেন পৰ্ব্বত অধ্যয়নৰত হৈছে, নিজৰাৰ শব্দৰ দ্বাৰা অনুভূতি হয় যেন পৰ্ব্বতে অস্পষ্ট ভাবে গীতহে গাই আছে; পৰ্ব্বতৰ ওপৰত দেৱদাৰু বৃক্ষ থিয় দি থকাত পৰ্ব্বত যেন উৰ্দ্ধবাহু হৈ বৈ আছে, চাৰিওফালে জলপ্ৰপাতৰ শব্দত অনুমান হয় যেন পৰ্ব্বতে ভীষণ ৰবে শব্দ কৰিব ধৰিছে, শ্যামবৰণৰ শৰৎকালৰ সপ্তপৰ্ণ বৃক্ষসমূহ বতাহৰ কোবত কম্পমান হোৱাত অনুমান হয় যেন পৰ্ব্বতে নিজেই কঁপি আছে; কীচক বাঁহৰ ভিতৰত বতাহ সোমোৱাত যি শব্দ হৈছে তাৰ পৰা অনুমান হয় যেন পৰ্ব্বতে বেণু বজাই শব্দহে কৰি আছে; ভয়ঙ্কৰ বিষধৰ সৰ্পসমূহৰ নিশ্বাসত অনুমান হয় যেন ক্ৰোধতে

সিঁহতে গুজৰিছে আছে; ইয়াৰ গহ্বৰসমূহ কুঁৱলীৰে আবৃত, দেখিলেই অনুমান হয় যেন ইহঁতে গম্ভীৰ মূৰ্ত্তি লৈ ধ্যানস্থ হৈছে আছে, মেঘসমূহ পৰ্ব্বতৰ পাদদেশত বিচৰণ কৰি থাকি বুজাইছে যেন পৰ্ব্বতে নিজ ভৰিৰ ওপৰত থিয় হৈ আপোন ইচ্ছাৰে চাৰিওফালে ভ্ৰমিহে ফুৰিছে, মেঘমালাৰে আবৃত শিখৰসমূহ ওপৰলৈ উঠি প্ৰতীয়মান কৰিছে যেন পৰ্ব্বতে আকাশত মুখ মেলিহে ৰৈ আছে, এই পৰ্ব্বতত অসংখ্য শৃঙ্গ আৰু বহু কন্দৰে শোভা পাইছে, সাল, তাল, অশ্বকৰ্ণ, নানা জাতীয় বাঁহে তাক আবৃত কৰি ৰাখিছে আৰু পুষ্পিত লতাসমূহ চাৰিওফালে বিস্তৃত হৈ তাৰ শোভা বঢ়াইছে; বহুবিধ মৃগ তাত বিচৰণ কৰি ফুৰিছে, আৰু বহু প্ৰকাৰৰ ধাতু নিৰ্গত হৈ পৰ্ব্বতখনকে বিভূষিত কৰি তুলিছে, বহুত নিজৰা তাত প্ৰবাহিত হৈছে আৰু শিলাবোৰ তাৰ ওপৰত পৰি নিজৰাৰ গতিত বাধা জন্মাইছে, বহুত মহৰ্ষি, যক্ষ, গন্ধৰ্ব্ব, কিন্নৰ, উৰগ আদিয়ে তাত বাস কৰি আছে, লতাপাদপে তাক আবৃত কৰি ৰাখিছে, তাৰ গুহাসমূহ সিংহই অধিকাৰ কৰি আছে আৰু ব্যাঘ্ৰাদি জন্তু গোটেই পৰ্ব্বততে ব্যাপি আছে, অসংখ্য সুস্বাদুযুক্ত ফলমূল থকা বৃক্ষ তাত ভৰি আছে। এনেহেন অৰিষ্ট পৰ্ব্বতত কপিশ্ৰেষ্ঠ হনুমানে আৰোহণ কৰিলে।

৩৮—৩৯। ৰামক সোনকালে দেখা পোৱাৰ আনন্দতে উৎসাহিত হৈ, পৰ্ব্বতত ভৰি দিয়াৰ লগে লগে ৰমণীয় গিৰিশৃঙ্গত থকা শিলবোৰ চূৰ্ণীকৃত হৈ ভীষণ শব্দে তললৈ পৰিবলৈ ধৰিলে। এনে অৱস্থাত মহাকপি হনুমানে পৰ্ব্বতত আৰোহণ কৰি নিজক বঢ়াই নিবলৈ ধৰিলে।

৪০—৪১। লবণ সমুদ্ৰৰ দক্ষিণ পাৰৰ পৰা উত্তৰ পাৰলৈ যোৱাৰ ইচ্ছা কৰি পৱন-নন্দন বীৰ হনুমানে পৰ্ব্বতত উঠি লৈ মহা মহা উৰগসমূহে বাস কৰি থকা ভয়ঙ্কৰ সমুদ্ৰ পালে। তেতিয়া বায়ুৱে যিদৰে আকাশপথে গতি কৰে, বায়ুসুত হনুমানেও মনতে আকাশ স্পৰ্শ কৰি দক্ষিণ দিশৰ পৰা উত্তৰ দিশ পালেগৈ।

৪২—৪৩। লাফ দিবলৈ চেষ্টা কৰি ভৰিৰে হেঁচা দিয়াৰ লগে লগে তাত থকা প্ৰাণী-সমূহে চিঞৰিবলৈ ধৰিলে, শিখৰ কঁপি উঠিল আৰু গছবোৰ তললৈ পৰি পৃথিৱীৰ ভিতৰলৈ সোমাই গল।

৪৪। তেওঁৰ প্ৰবল বেগৰ কোবত্তে ফুলি থকা গছবোৰ ভাগি-ছিগি বজ্ৰাহত হোৱাৰ নিচিনা হৈ মাটিত বাগৰি পৰিল।

৪৫। যিবোৰ মহাবলী সিংহ গুহাৰ ভিতৰত সোমাই আছিল সিহঁতৰ ভীষণ গৰ্জ্জই আকাশ ভেদ কৰিছে যেন প্ৰাণীসমূহৰ কাণত প্ৰবেশ কৰিব ধৰিলে।

৪৬। যিবোৰ বিদ্যাধৰী তাত বাস কৰি আছিল তেওঁলোকেও সন্ত্ৰস্ত হৈ কাপোৰ আধা সুলকি পৰা অৱস্থাতে শিথিল অলঙ্কৃতে সৈতে হঠাতে আকাশলৈ উৰি গ'ল।

৪৭। তাত থকা মহাবলশালী ভীমকায় উজ্জ্বল জিহ্বাবিশিষ্ট বিষধৰ সৰ্পগণ কাৰো ডঙা মূৰ, কাৰো ডঙা ডিঙি লৈয়ে তাতে অকাই পকাই থাকিল।

৪৮। সেইদৰে কিন্নৰ, উৰগ, গন্ধৰ্ব্ব, যক্ষ, বিদ্যাধৰগণ কপিপ্ৰবৰৰ দ্বাৰা পীড়িত গিৰিৰৰ ত্যাগ কৰি আকাশত আশ্ৰয় ললে গৈ।

৪৯। সৰ্বশেহত পৰ্বতেও নিজে মহাবলশালী সেই কপিপ্ৰবৰৰ দ্বাৰা নিপীড়িত হৈ বৃক্ষসমূহ আৰু উন্নত শিখৰসমূহে সৈতে ৰসাতলত প্ৰবেশ কৰিলে।

৫০। এই পৰ্বত বহলে দহ যোজন আৰু ওখই ত্ৰিশ যোজন, কিন্তু হনূমানৰ ভৰিৰ হেঁচাত ইও পৃথিবীৰ লগত সমান হল গৈ।

৫১। এইদৰে ভৰজই আস্ফালন কৰি থকা বেলাভূমিৰে সৈতে ভয়ঙ্কৰ সেই লৱণ সমুদ্ৰ পাৰ হবলৈ ইচ্ছা কৰি কপিপ্ৰবৰ হনূমানে তাৰ পৰা আকাশলৈ জাপ দিলে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত ষট্‌পঞ্চাশৎ সৰ্গ সমাপ্ত ॥

## সপ্তপঞ্চাশৎ সৰ্গ

## হনূমানৰ সমুদ্ৰ অতিক্ৰম

১—৪। পক্ষযুক্ত পৰ্বতসদৃশ মহাবেগী হনূমানে সমুদ্ৰসদৃশ গগনমণ্ডলত উঠি তেওঁৰ গন্তব্যস্থানলৈ গতি কৰিলে। এই গগনসমুদ্ৰত ভুজঙ্গ, যক্ষ, গন্ধৰ্বসকলে ফুলি থকা কমল আৰু উৎপলৰ দৰে শোভা ধাৰণ কৰি আছিল, চন্দ্ৰই হৈছিল তাৰ ৰমণীয় কুমুদ ফুল, সূৰ্য্য তাৰ শোভনীয় কাৰণ্ডৱ পক্ষী, পুষ্যা আৰু শ্ৰবণা নক্ষত্ৰ তাৰ ৰাজহংস। আৰু মেঘমালা সাগৰত থকা সেউজীয়া ৰঙৰ শৈবাল, পুনৰ্বসু নক্ষত্ৰ তাৰ সমুদ্ৰবিহাৰী বৃহৎ মৎস্য, মঙ্গলগ্ৰহ মহাগ্ৰাহ, ঐৰাৱত বৃহৎ জলহস্তী, স্বাতী নক্ষত্ৰ তাৰ মনোহৰ হংস, বতাহৰ হিল্লোল তাৰ জলতৰঙ্গ আৰু চন্দ্ৰৰ কিৰণ তাৰ শিশিৰকণা। এনেহেন মহাসমুদ্ৰসদৃশ আকাশমণ্ডল অক্লান্তকৰ্মী হনূমানে জাক দি উঠি অতিক্ৰম কৰিবলৈ ধৰিলে।

৫—৬। তেওঁ গৈ থকা সময়ত অনুমান হল যেন চন্দ্ৰক নখেৰে বিদীৰ্ণ কৰি, সূৰ্য্য আৰু নক্ষত্ৰৰে সৈতে গগনমণ্ডল কোঁচাই লৈ আকাশমণ্ডল গ্ৰাস কৰিহে তেওঁ যাব ধৰিছে; শৰীৰত কোনো প্ৰকাৰৰ ভাগৰ নলগাকৈ তেওঁ যেন মেঘমালাসমূহ টানি লৈহে অপাৰ সমুদ্ৰসদৃশ এই আকাশ অতিক্ৰম কৰিব ধৰিছে।

৭। তেওঁৰ আকৰ্ষণত মহা মহা মেঘমালাসমূহে শুভ্ৰ, অৰুণ, নীল, মঞ্জিষ্ঠা আৰু ৰক্তাভ, ঈষৎ হালধীয়া ৰং লৈ তেওঁৰ চাৰিওফালে প্ৰকাশ পাবলৈ ধৰিলে।

৮। এই মেঘমালাৰ ভিতৰত এবাৰ সোমাই, তাৰপৰা আকৌ ওলাই আহি কপিপ্ৰবৰে দেখা নেদেখা হৈ আকাশত চন্দ্ৰমাৰ নিচিনা শোভা ধাৰণ কৰিলে।

৯। এইদৰে বিবিধ ঘন মেঘৰাজিৰ ভিতৰত প্ৰৱেশ কৰি এবাৰ দৃশ্য, তাৰ পিচতে আকৌ অদৃশ্য হৈ শুভ্ৰবস্ত্ৰ পৰিহিত বীৰ হনূমানে আকাশত চন্দ্ৰৰ নিচিনাকৈ খেলা কৰিবলৈ ধৰিলে।

১০—১৩। মেঘমালাক ভেদ কৰি সমগ্ৰত আকৌ তাৰ মাজত সোমাই বায়ুনন্দন হনুমানে আকাশত গৰুড়ৰ দৰে প্ৰতিভাত হল। মেঘৰ গৰ্জ্জনৰ দৰে তেওঁ ভীষণ শব্দ কৰিবলৈ ধৰিলে। প্ৰধান প্ৰধান ৰাক্ষসবোৰক বধ কৰি, নিজ নাম ঘোষণা কৰি, লঙ্কাক ব্যাকুল কৰি আৰু শেহত মহা মহা বীৰগণক নিপীড়িত কৰি ৰাৱণৰ মনত অশেষ দুখ দি মহাতেজস্বী হনুমানে পুন সাগৰৰ ওপৰেদি গতি ললে।

১৪—১৭। বাটত বীৰ্য্যবান হনুমানে পূৰ্ব্বৰ কথামতে শ্ৰদ্ধাৰে সৈতে মৈনাক পৰ্ব্বতক স্পৰ্শ কৰি ধনুৰ গুণৰপৰা এৰি দিয়া নাৰায়ণ অস্ত্ৰৰ নিচিনা ভীষণ বেগ লৈ আকাশপথ অতিক্ৰম কৰিব ধৰিলে। তাৰ পিচত কিছু ওচৰলৈ উঠি মহাগিৰি মহেন্দ্ৰপৰ্ব্বত দেখা পাই মহাকপি হনুমানে মেঘসদৃশ ভীষণ শব্দ কৰিলে। এইদৰে আহি সেই ঠাইত উপনীত হৈ বন্ধুবৰ্গক দেখা পাবলৈ উৎসুক হৈ তেওঁ নেজ জোকাৰি জোকাৰি ভীষণ শব্দ কৰিলে।

১৮—১৯। গৰুড়ে বিচৰণ কৰা পথতে থাকি মহাবীৰ হনুমানে বাৰে বাৰে শব্দ কৰি থাকোঁতে, সেই শব্দৰ বলতে সূৰ্য্যমণ্ডল লৈ গগনমণ্ডল বিদীৰ্ণ হোৱা যেন হল। যি সকল মহাবলশালী বীৰ বান্দৰে, বায়ুপুত্ৰ হনুমানক দেখা পাবলৈ আগৰে পৰা সাগৰৰ উত্তৰকূলত ৰৈ আছিল, বায়ু-প্ৰবাহিত মহা মেঘখণ্ডৰ দৰে হনুমানৰ নাদ আৰু তেওঁৰ ভীষণ বেগৰ ধ্বনি তেওঁলোকৰ কাণত প্ৰবেশ কৰিলে।

২০—২১। বনবিহাৰী এই বান্দৰবোৰে দুখমনে থাকি, মেঘগৰ্জ্জনবৎ বান্দৰপ্ৰবৰ হনুমানৰ সিংহনাদ শুনি তেওঁলোকৰ প্ৰিয় সুহৃদক চাবলৈ উৎকণ্ঠিত হৈ চাৰিওকালৰ পৰা সমবেত হলহি।

২২। তেতিয়া ঋক্ষৰাজ জাম্বৱানে আনন্দতে উৎফুল্ল হৈ আটাইবোৰ বান্দৰকে মাতি কবলৈ ধৰিলে,—

২৩। "হনুমান নিশ্চয় কামত কৃতকাৰ্য্য হৈছে, তাত কোনো সংশয় নাই। কামত সিদ্ধিলাভ কৰিব নোৱাৰা জনৰ সিংহনাদ এনেধৰণৰ হব নোৱাৰে।"

২৪। তেতিয়া তেওঁৰ বাহুৰ আস্ফালনৰ শব্দ আৰু মুখৰ সিংহনাদ শুনি বান্দৰগণ যেয়ে য'ত আছিল তাৰপৰা আহি উপস্থিত হল।

২৫। তেওঁলোক পৰমপ্ৰীত হৈ ইডাল গছৰ পৰা সিডাললৈ, ইটো শিখৰৰ পৰা সিটো শিখৰলৈ জপিয়াই জপিয়াই আহি হনুমানক চোৱাৰ ইচ্ছাতে তাত সমবেত হল।

২৬। পৰমপ্ৰীত হৈ তেওঁলোকে গছৰ ডালত ধৰি গছৰ ওপৰতে ৰ'ল আৰু নিজৰ নিজৰ নিৰ্ম্মল বস্ত্ৰ জোকাৰি জোকাৰি আনন্দ প্ৰকাশ কৰিবলৈ ধৰিলে।

২৭। গিৰিগহ্বৰত বাত প্ৰতিঘাত খালে বতাহৰ পৰা যিদৰে ভীষণ শব্দ উৎপন্ন হয় পৱননন্দন হনুমানৰ গৰ্জ্জনধ্বনিও তদনুৰূপ হল।

২৮। এনে অৱস্থাত আকাশৰ অতি উচ্চ ঠাইত থকা মেঘৰ মাজৰপৰা মহাকপি হনুমান তললৈ নামি অহা দেখি বান্দৰবোৰে হাতবোৰ কৰি চাৰিওকালে থিয় দি ৰ'ল।

২৯। তাৰ পিচত পৰ্ব্বতপ্ৰমাণ, বেগবান বীৰ হনুমানে অৰিষ্ট পৰ্ব্বতৰ পৰা জাপ দি আহি গছ-গছনিৰে ভৰপূৰ মহেন্দ্ৰপৰ্ব্বতৰ শিখৰত অৱতীৰ্ণ হল।

৩০—৩১। পাখী ছিগা পৰ্ব্বতৰ নিচিনা আনন্দপূৰ্ণ অন্তৰৰ সৈতে হনুমান ওপৰৰ পৰা নামি আহি ৰমণীয় পৰ্ব্বত নিজবাত পৰাৰ লগে লগে আন আন সকলো বান্দৰে হৃষ্টচিত্তে তেওঁৰ ওচৰ চাপি তেওঁৰ চাৰিওফালে থিয় দিলেহি।

৩২-৩৩। প্ৰফুল্লবদনে সকলোৱে তেওঁক বেঢ়ি ধৰি পৰম আনন্দিত হল আৰু ফলমূল আদি সম্ভাৰ যোগাই পৱনাত্মজ হনুমানক আদৰ অভ্যৰ্থনা জনালে।

৩৪। তেওঁক দেখি কিছুমানে আনন্দত চিঞৰিব ধৰিলে কিছুমানে বান্দৰসুলভ স্বভাৱেৰে কিলবিলাব ধৰিলে, কিছুমানে আকৌ আনন্দতে তেওঁ বহাৰ কাৰণে গছৰ ডাল আনি পাৰি দিলে।

৩৫—৩৬। মহাকপি হনুমানে জাম্বৱান আদি বৃদ্ধ আৰু বয়োজ্যেষ্ঠ বান্দৰসকলক আৰু কুমাৰ অঙ্গদক অভিবাদন জনোৱাৰ পিচত বান্দৰবোৰে যথাযোগ্যভাৱে তেওঁক আদৰ-অভ্যৰ্থনা জনালে। তাৰ পিচত পৰাক্ৰমশীল হনুমানে সংক্ষেপত তেওঁলোক সকলোৱে ওচৰত নিবেদন কৰিলে—"তেওঁ সীতাদেৱীৰ সাক্ষাৎ লাভ কৰিছে।"

৩৭—৩৯। তেতিয়া মহেন্দ্ৰ পৰ্ব্বতৰ মনোৰম ঠাইত অঙ্গদক হাতত ধৰি বহি লোৱাৰ পিচত মুখ্য বান্দৰবোৰক উদ্দেশ্য কৰি তেওঁ কবলৈ ধৰিলে জনকনন্দিনী সীতাক অশোকবনত ৰখা হৈছে আৰু তাতেই তেওঁ তেওঁক লগ পাইছে। ঘোৰ ৰাক্ষসীবোৰে তেওঁক পহৰা দি আছে। অনিন্দিতা এই সীতাদেৱীয়ে একাল বেণী গুছি কৰি আৰু জটা ধাৰণ কৰি নিৰাহাৰে পৰিশ্ৰান্ত অৱস্থাত শুকাই ক্ষীণাই আছে।

৪০—৪৪। তেওঁ মলিন বেশে ৰামক দেখা পাবলৈ উৎকণ্ঠিতা হৈ আছে। হনুমানৰ মুখৰ পৰা তেওঁ সীতাক দেখা পোৱা সম্বাদটো পোৱা মাত্ৰকে বান্দৰবোৰৰ আনন্দৰ সীমা নোহোৱা হল, মহাবলশালী তেওঁলোকৰ কিছুমানে সিংহনাদ, কিছুমানে কাণত ফুচফুচাই কিছুমানে গৰ্জ্জন কৰি, কিছুমানে বা কিলবিল ৰবে কিছুমানে আকৌ গৰ্জ্জনৰ লগে লগে প্ৰতি-গৰ্জ্জন কৰি আনন্দ প্ৰকাশ কৰিব ধৰিলে। কপিকুঞ্জৰ কিছুমানে তেওঁলোকৰ দীঘল নেজৰ আস্ফালনেৰে আনন্দ প্ৰকাশ কৰিবলৈ ধৰিলে। আন কিছুমানে আকৌ পৰ্ব্বত-শিখৰৰ পৰা জাপ দি পৰি হনুমানক স্পৰ্শ কৰিয়ে আনন্দ উপভোগ কৰিলে।

৪৫। এইবোৰ হৈ যোৱাৰ পিচত প্ৰধান প্ৰধান বান্দৰবোৰৰ মাজত অঙ্গদে অতি উত্তমভাৱে হনুমানক কবলৈ ধৰিলে, "হে কপিপ্ৰবৰ, বল আৰু বীৰ্য্যত কোনো বান্দৰেই তোমাৰ সমকক্ষ নহয়।

৪৬। হে বান্দৰোত্তম, তুমি যে জাপ দি সমুদ্ৰ পাৰ হৈ পৈ আকৌ উভতি আহিলা, তাৰ দ্বাৰা তুমি আমাৰ সকলোকে জীৱন দান কৰিলা।

৪৭। তোমাৰ অনুগ্ৰহতে আমি সকলোৱে কৃতকাৰ্য্য হৈ ৰামৰ লগত মিলিত হব পাৰিম। আহা, স্বামীৰ প্ৰতি তোমাৰ কি ভক্তি! কি তোমাৰ শক্তি আৰু কি তোমাৰ শৌৰ্য্য!

৪৮। আমাৰ সৌভাগ্য যে তুমি যশস্বিনী ৰাম-পত্নী সীতাক দেখা পালা। এতিয়া এই বাতৰি শুনি কাকুৎস্থ ৰামেও সীতাৰ বিয়োগত যি শোক অনুভৱ কৰি আছে তাক ত্যাগ কৰিব পাৰিব।

৪৯—৫১। তেতিয়া বান্দৰবোৰে হনুমান, জাম্বৱান আৰু অঙ্গদক লৈ পৰম আনন্দ-চিত্তে তেওঁলোকক বেঢ়ি বৃহৎ বৃহৎ শিলৰ ওপৰত বহি ললে আৰু সমুদ্ৰ লঙ্ঘন, লঙ্কা দৰ্শন, সীতাৰ লগত সাক্ষাৎ আৰু ৰাৱণৰ বিষয়ে শুনিবলৈ ইচ্ছুক হৈ হনুমানৰ মুখৰ পিনে চাই কৃতাঞ্জলিপুটে বহিল।

৫২। স্বৰ্গত দেৱৰাজ ইন্দ্ৰই দেৱতাসকলৰ দ্বাৰা পূজিত হৈ যিদৰে আসন গ্ৰহণ কৰি বহে এই সভাস্থলতো বান্দৰবোৰৰ দ্বাৰা পৰিবৃত হৈ অঙ্গদে তেনেদৰে আসন গ্ৰহণ কৰিলে।

৫৩। কীৰ্ত্তিমান আৰু যশস্বী হনুমান আৰু অঙ্গদে উভয়ে হাতত অঙ্গদ পিন্ধি পৰম আনন্দে এইদৰে বহি লোৱাত বৃহৎ আৰু উন্নত সেই গিৰিশিখৰ তেওঁলোকৰ শোভাতে উজ্জ্বল ৰূপ ধাৰণ কৰিলে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত সপ্তপঞ্চাশৎ সৰ্গ সমাপ্ত ॥

## অষ্টপঞ্চাশৎ সৰ্গ

### হনুমানৰ দ্বাৰা লঙ্কা-প্ৰৱেশ বৰ্ণনা

১। মহাবলশালী বান্দৰসকলে হনুমানক আগত লৈ পৰম প্ৰীতিৰে সৈতে মহেন্দ্ৰ পৰ্ব্বতৰ উৎকৃষ্ট শৃঙ্গলৈ গল।

২—৪। মহাত্মা বান্দৰসকলে মনৰ আনন্দত ভালদৰে বহি লোৱাত জাম্বৱানে হৃষ্টচিত্তে প্ৰফুল্লবদন পৱন-নন্দন হনুমানক ঘটনাটোৰ বিষয়ে সবিশেষ বিবৰণ সুধি কলে, হে মহাকপি, সীতাদেৱীক তুমি কিদৰে দেখা পালা, তেওঁ তাত কেনেদৰে আছে, ক্ৰূৰকৰ্ম্মা দশাননে তেওঁৰ লগত কেনে ব্যৱহাৰ কৰিছে, এই সকলো কথা তুমি যথাযথভাবে আমাক কোৱাঁ।

৫। তুমি সীতাদেৱীক বিচাৰি উলিয়ালা কেনেকৈ আৰু তেওঁৰেই বা তোমাক কি কলে এই সকলো কথা আমাক কোৱা; এই কথাবোৰ শুনি তাঁৰ তত্ত্ব বিচাৰি লৈহে আমি আমাৰ কাম নিৰূপণ কৰি লব পাৰিম।

৬। আমি আত্মজ্ঞ পুৰুষ ৰামচন্দ্ৰৰ ওচৰলৈ গৈ তেওঁৰ আগত কিমানখিনি জনাব লাগিব আৰু কিখিনি গোপন কৰিব লাগিব—সকলো কথা তুমি বিশদভাবে আমাক কোৱাঁ।"

৭। জাম্বৱানৰ কথা শুনি হনুমানৰ শৰীৰ ৰোমাঞ্চিত হৈ উঠিল; তেওঁ মূৰ দোঁৱাই সীতাদেৱীক নমস্কাৰ জনাই কবলৈ ধৰিলে,

৮। "মই আপোনাসকলৰ সন্মুখতে সাগৰৰ দক্ষিণ পাৰলৈ যাবলৈ কৃতসঙ্কল্প হৈ মহেন্দ্ৰ পৰ্ব্বতৰ শিখৰৰ পৰা জাঁপ দি আকাশলৈ উঠো।

৯। গৈ থাকোঁতে মোৰ সন্মুখতে এটা বিঘিনি উপস্থিত হোৱা যেন হল। মই দেখিলো মনোহৰ সুবৰ্ণময় দিব্য পৰ্ব্বতশিখৰ এটা বাটতে থিয় হৈ আছে।

১০—১৩। পথ আগুৰি থিয় দি থকা দেখি মই তাক এটা বিঘিনি স্বৰূপ বুলি ভাবিলোঁ। তাৰ পিচত কাঞ্চনময় দিব্য সেই পৰ্ব্বতৰ ওচৰলৈ গৈ ভাবিলো যে মই ইয়াক ভয় খুওৱা উচিত। ভবাৰ লগে লগে নেজেৰে কোবাই মহাপৰ্ব্বতৰ সূৰ্য্যস্পৃশ প্ৰভান্বিত সেই শৃঙ্গটো হাজাৰ টুকুৰা কৰি ভাঙি পেলালোঁ। শৃঙ্গটো এইদৰে ভাঙি দিয়া দেখি মহাগিৰিযে 'হে পুত্ৰ' বুলি সম্বোধন কৰি মোৰ মনত আনন্দ ওপজাই কবলৈ ধৰিলে, হে বৎস, মই তোমাৰ পিতৃদেৱ বায়ুদেৱতাৰ সখা, মোক তুমি তোমাৰ খুৰাদেউ (পিতৃব্য) বুলি জানিবা।

১৪—১৭। মোৰ নাম মৈনাক, এই মহাসমুদ্ৰত বাস কৰি থাকোঁ। আগতে ডাঙৰ ডাঙৰ পৰ্ব্বতবোৰৰ পাখি আছিল, আৰু নিজ ইচ্ছামতে পৃথিবীৰ সকলো ঠাইতে ঘূৰি ফুৰি য'তে ত'তে বিঘিনি উৎপাদন কৰি ফুৰিছিল। পৰ্ব্বতবোৰৰ এই চৰিত্ৰৰ বিষয়ে শুনি পাকশাসন ভগবান ইন্দ্ৰদেৱে বজ্ৰৰ দ্বাৰা হাজাৰ হাজাৰ পৰ্ব্বতৰ পক্ষচ্ছেদন কৰিলে। তোমাৰ মহাত্মা পিতৃদেৱ বায়ুদেৱতাই মোক সমুদ্ৰত পেলাই দি কোনোমতে ইন্দ্ৰৰ হাতৰ পৰা ৰক্ষা কৰিলে। হে অৰিন্দম, এতিয়া ৰামৰ কাৰ্য্যত মই তোমাক অলপ সহায় কৰা উচিত।

১৮—২০। কিয়নো ৰাম ধৰ্ম্মসংৰক্ষণকাৰী সকলৰ ভিতৰত শ্ৰেষ্ঠ আৰু মহেন্দ্ৰসম বিক্ৰমশীল।' মহাত্মা মৈনাকৰ এই কথা শুনি পৰ্ব্বত-প্ৰবৰক মোৰ উদ্দেশ্যটো জনাই আগুৱাই যাবলৈ মোৰ মন উত্ৰাৱল হল। মহাত্মা মৈনাকে মোক অনুমতি দিয়াৰ পিচত মহাশৈল মৈনাক বিৰাট শৰীৰযুক্ত মনুষ্য ৰূপ ধাৰণ কৰি পৰ্ব্বতে সৈতে সাগৰৰ মাজলৈ সোমাই গল।

২১—২৩। তাৰ পিচত দ্ৰুতবেগে মই মোৰ গন্তব্য পথত আগবাঢ়িলোঁ। এইদৰে বহুত সময় গৈ থকাৰ পিচত নাগমাতা দেৱী সুৰসাক মই দেখা পালোঁ। সাগৰৰ মাজৰ পৰাই দেৱীয়ে মোক কবলৈ ধৰিলে, 'হে কপিপ্ৰবৰ, দেৱতাসকলে তোমাক মোৰ ভক্ষ্যৰূপে পঠিয়াইছে, এতেকে দেৱতাসকলৰ নিৰ্দ্দেশ মতে মই তোমাক খাম।'

২৪। সুৰসাই এইদৰে কোৱাত মই হাতযোৰ কৰি প্ৰণত হৈ তেওঁৰ সন্মুখত থিয় দিলোঁ আৰু মলিন বদনে কবলৈ ধৰিলোঁ,

২৫। 'হে দেৱী, দশৰথতনয় পৰন্তপ শ্ৰীমান ৰামচন্দ্ৰই তেওঁৰ ভাৰ্য্যা সীতা আৰু ভায়েক লক্ষ্মণে সৈতে দণ্ডকাৰণ্যত প্ৰৱেশ কৰিছিল।

২৬। দুৰাত্মা ৰাৱণে তেওঁৰ ভাৰ্য্যা সীতাক হৰণ কৰি নিছে। এতিয়া মই ৰামৰ নিৰ্দ্দেশমতে দূতৰূপে সেই সীতাক বিচাৰি আহিছোঁ।

২৭—২৮। হে দেৱী, এতিয়া ৰামৰ এই কামত আপুনি সহায় হৈ কৰা উচিত।

তথাপি যদি আপুনি নামানে, মৈথিলী সীতাৰ লগত দেখা কৰি পুনঃ অক্লান্তকৰ্ম্মা ৰামৰ ওচৰলৈ যেতিয়া মই উভতি আহিম, মই প্ৰতিজ্ঞা কৰি কৈছোঁ তেতিয়া মই আপোনাৰ মুখত প্ৰবেশ কৰিম।' মই এইদৰে কোৱাৰ পিচত কামৰূপিনী সুৰসাই কলে—

২৯-৩০। 'মোৰ ওচৰলৈ আহি কোনোৱে মোক অতিক্ৰম কৰি যাব নোৱাৰে, এয়ে হৈছে মোৰ বৰ।' সুৰসাই এইদৰে কোৱাৰ লগে লগে মই মোৰ শৰীৰটো দহযোজন পৰিমাণ কৰি বঢ়াই ললোঁ। তাৰ পিচতে এক মুহূৰ্ত্ততে আকৌ পাঁচযোজন বঢ়াই দেখিলোঁ যে সুৰসাই মোতকৈও আৰু অধিক পৰিমাণে বহল কৰি মুখখন মেলি দিলে।

৩১—৩৪। তেওঁ এইদৰে মুখ মেলা দেখি মই নিজক সৰু কৰি ললোঁ আৰু সেই মুহূৰ্ত্ততে মই বুঢ়া আঙুলিটোৰ সমান হৈ তেওঁৰ মুখত সোমাই ততালিকে তাৰ পৰা ওলাই আহিলোঁ। তেতিয়া দেৱী সুৰসাই নিজৰূপ ধাৰণ কৰি পুন মোক কবলৈ ধৰিলে, 'হে সৌম্য, তুমি তোমাৰ কাম সিদ্ধ কৰিবলৈ যেনেদৰে ভাল পোৱা তেনেদৰে কৰাগৈ আৰু মহাত্মা ৰামৰ লগত বৈদেহীৰ মিলন ঘটাই দিয়া। হে মহাবাহু, তুমি সুখী হোৱা, মই তোমাৰ কাৰ্য্যত প্ৰীত হৈছোঁ।' সুৰসাৰ কথা শেষ হোৱাৰ লগে লগে তাত থকা প্ৰাণীগণে সাধু সাধু বুলি মোক প্ৰশংসা কৰিবলৈ ধৰিলে।

৩৫। তাৰ পিচত গৰুড়ৰ নিচিনাকৈ মই মহান অন্তৰীক্ষলৈ যাবলৈ ধৰিলোঁ। এনেতে মোৰ অনুভব হল কোনোবাই যেন মোৰ ছায়াটো ধৰি মোক আকৰ্ষণ কৰিব লাগিছে, কিন্তু মই হলে কাকো দেখা নাপালোঁ।

৩৬। মোৰ গতিবেগ হ্ৰাস হৈ অহাত মই চাৰিওফালে ঘূৰি চালোঁ, কিন্তু মোক বাধা দিয়া জনক হলে ক'তো দেখা নাপালোঁ।

৩৭। তেতিয়া মোৰ মনত চিন্তা হ'ল, মই যাওঁ কেনেকৈ, সন্মুখত বিঘিনি উপস্থিত; কিন্তু কোনে এইদৰে বাধা দিছে, তাৰ ৰূপটো হলে চকুত নপৰে।

৩৮। মনৰ দুখত তলৰ পিনে চাই পানীতে শুই থকা ভীষণাকাৰ এজনী ৰাক্ষসীক দেখা পালোঁ।

৩৯। মই নিশ্চেষ্ট হৈও নিৰ্ভীকচিত্তে থকা দেখি ভয়ঙ্কৰ সেই ৰাক্ষসীয়ে হাঁহি মাৰি ভীষণ ৰবে গৰ্জ্জন কৰি অমঙ্গলসূচক ভাবে কবলৈ ধৰিলে,

৪০। "হে মহাকায় পুৰুষ, তুমি এতিয়া আৰু ক'লৈ যাবা, আজি বহুদিন কোনো আহাৰ নাপাই মই ক্ষুধিতা হৈ আছোঁ। তুমি মোৰ ঈপ্সিত ভক্ষ্য বস্তুৰূপে উপস্থিত হৈছা, এতিয়া মোৰ এই দেহৰ অলপ প্ৰীতি সাধন কৰা।'

৪১। "বাক সেয়ে হব" বুলি কৈ মই তাইৰ কথা মানি ললোঁ, তাৰ পিচত তাইৰ মুখতকৈ মোৰ শৰীৰটো ডাঙৰ কৰিলোঁ।

৪২। তেতিয়া মোক ভক্ষণ কৰিবলৈ তাইৰ ভয়ঙ্কৰ মুখখনো ডাঙৰ কৰিলে, কিন্তু মই যে নানা প্ৰকাৰে ৰূপ সলাব পাৰোঁ সেই কথাটো তাই বুজি নাপালে।

৪৩। এনে অৱস্থাত এক নিমিষতে মই মোৰ বৃহৎ শৰীৰটো সৰু কৰি লৈ তাইৰ মুখৰ ভিতৰত সোমালোঁ আৰু তাইৰ হৃৎপিণ্ডটো উলিয়াই আনি পুনঃ আকাশলৈ উৰি আহিলোঁ।

৪৪। এইদৰে তাইৰ হৃৎপিণ্ড ছিঙি অনাত পৰ্ব্বতসদৃশ ভীষণদৰ্শনা সেই ৰাক্ষসী হাত দুখন মেলি লৱণ সমুদ্ৰত পৰিল।

৪৫। লগে লগে গগনবিহাৰী মহাত্মাসকলৰ সাধুবাক্য কাণত পৰিল—'ভীষৰূপা সিংহিকা ৰাক্ষসীক হনুমানে একন্তেকৰ ভিতৰতে বধ কৰিলে।'

৪৬—৪৭। তাইক বধ কৰি সীতাৰ দৰ্শন পোৱাত পলম হোৱা বুলি ভাবি সুদূৰ পথ অতিক্ৰম কৰি গৈ পৰ্ব্বতমালাৰে সুশোভিত সমুদ্ৰৰ দক্ষিণ তীৰ দেখা পালোঁ। লঙ্কানগৰী এই তীৰতে স্থাপিত। সূৰ্য্য অস্ত যোৱাৰ সময়ত ৰাক্ষসসকলৰ পুৰী সেই লঙ্কাত উপস্থিত হলোঁ।

৪৮—৫১। ভীমপৰাক্ৰমশালী কোনো ৰাক্ষসে মোৰ গম নোপোৱাকৈ মই লঙ্কাত প্ৰৱেশ কৰিলোঁ। এনেতে প্ৰলয়কালৰ মেঘৰ নিচিনা বৰণৰ একনী তিৰোতাই ভীষণৰূপে অট্টহাস্য কৰি নগৰৰ পৰা ওলাই আহি মোৰ সন্মুখত উপস্থিত হল। তাইৰ মূৰৰ চুলিবোৰ জলন্ত অগ্নিসদৃশ। মোক বধ কৰিবলৈ খেদি অহা দেখি মই বাওঁহাতৰ মুঠিৰ প্ৰহাৰতে ভৈৰৱমূৰ্ত্তি সেই তিৰোতাজনীক পৰাভূত কৰিলোঁ। তেতিয়া তাই ভয় খাই মোক কলে, 'হে বীৰ, ময়ে এই লঙ্কাপুৰী, যিহেতু তুমি মোক পৰাস্ত কৰিলা এতেকে সকলো ৰাক্ষসকে আজি পৰাজিত কৰিলা।' তাই এইদৰে কোৱাৰ পিচত সন্ধ্যা সময়ত মই লঙ্কাত প্ৰৱেশ কৰিলোঁ।

৫২। তাত গোটেই ৰাতিটো জনকাত্মজা সীতাক বিচাৰি চালোঁ, আৰু সেই কাৰণে ৰাৱণৰ অন্তঃপুৰতো প্ৰৱেশ কৰিলোঁ, কিন্তু সুমধ্যমা সীতাক হলে দেখা নাপালোঁ।

৫৩। সীতাক ৰাৱণৰ ঘৰতো দেখা নাপাই মই শোক-সাগৰত ডুব গৈ আকুল হলোঁ।

৫৪। এইদৰে শোক কৰি থাকোঁতে অতি ওখ, সুবৰ্ণময় প্ৰাচীৰেৰে আবৃত উপবনে সৈতে থকা অত্যুৎকৃষ্ট এটা ঘৰ মোৰ চকুত পৰিল।

৫৫। জাপ মাৰি সেই প্ৰাচীৰ অতিক্ৰম কৰি, বহুবৃক্ষৰাজিপূৰ্ণ অশোক বনৰ একোণা ডাঙৰ শিংশপা গছ দেখা পালোঁ।

৫৬। সেই গছজোপাত উঠি সোণৰ বৰণৰ কলগছৰ বাৰী এখন দেখিলো আৰু শিংশপা গছৰ ওচৰতে বৰবৰ্ণিনী সীতাক দেখা পালোঁ।

৫৭। মই দেখিলোঁ, শ্যামাঙ্গী কমলনয়না সীতাদেৱীয়ে একেখন মাত্ৰ কাপোৰ পিন্ধি, উপবাস কৰি থকাৰ কাৰণে শুকাই ক্ষীণাই ধূলি-মাকটিৰে ভৰা চুলিকোঁচাৰে সৈতে তাত আছে।

৫৮। স্বামীৰ হিতকামনা কৰি শোকতে অভিভূতা হৈ বিষন্ন বদনে তেওঁ তাত বৈ আছে।

৫৯—৬০। বাঘিনীয়ে হৰিণীক বেঢ়ি ধৰি থকাদি ৰক্তমাংসাশী বিৰূপাকৃতি ক্ৰুৰ ৰাক্ষসীবোৰে সীতাক বেঢ়ি আছে আৰু বাৰে বাৰে তেওঁৰ ওপৰত তৰ্জ্জন গৰ্জ্জন কৰি আছে। এডাল বেণীৰে সদায় স্বামীৰ চিন্তাতে মগ্ন হৈ শীতকালৰ আগমনত পদ্মিনী যিদৰে বিবৰ্ণা হয় সীতাদেৱীয়েও সেইদৰে মলিনবদনে মাটিত শুই আছে।

৬১। ৰাৱণৰ দ্বাৰা সকলো সুখভোগৰ পৰা বঞ্চিতা হৈ, তেওঁ মৰণকে জীৱনৰ পণ কৰি লৈছে। এনে অৱস্থাত মৃগনয়না সীতাক মই কথমপি লগ পাব পাৰিলোঁ।

৬২। যশস্বিনী ৰামপত্নী সীতাৰ এনে অৱস্থা দেখি মই শিংশপা গছতে বৈ থাকিলোঁ।

৬৩। তাৰ পিচত ৰাৱণৰ আগমনত কাঞ্চী আৰু নূপুৰধ্বনি মিশ্রিত গুৰুগম্ভীৰ এটা হৈ-চৈ শব্দ তাত শুনিব পালোঁ।

৬৪। তেতিয়া পৰম উদ্বিগ্ন হৈ মই মোৰ নিজৰূপ সঙ্কোচ কৰি সূক্ষ্ম শৰীৰ লৈ চৰাই এটাৰ নিচিনা হৈ শিংশপা গছৰ ডাঠ পাতৰ আঁৰত লুকাই থাকিলোঁ।

৬৫। অলপ পিচতে সীতা যি ঠাইত আছিল ৰাৱণৰ পত্নীসকল আৰু লগতে মহাবলশালী ৰাৱণো সেই ঠাইত উপস্থিত হ'ল।

৬৬—৬৭। পৰমাসুন্দৰী সীতাদেৱীয়ে ৰাক্ষসসকলৰ অধীশ্বৰ ৰাৱণক দেখামাত্রকে তেওঁৰ উৰু দুখন কোঁচাই ললে আৰু হাতেৰে পীনপয়োধৰযুগল ঢাকি ধৰি অতি উদ্বিগ্ন হৈ ইপিনে সিপিনে চাই পৰিত্রাণৰ কোনো উপায় নেদেখি ভয়তে কঁপিবলৈ ধৰিলে।

৬৮—৬৯। তেতিয়া দশগ্রীব ৰাৱণে পৰমদুখাৰ্ত্তা সীতাদেৱীক উদ্দেশ্য কৰি কবলৈ ধৰিলে, "সীতা, মই নতশিৰ হৈ তোমাৰ ভৰিত পৰিছোঁ, তুমি মোৰ প্রতি অনুৰক্তা হোৱা। হে গৰ্ব্বিতা, তথাপি যদি তোমাৰ অহঙ্কাৰতে মোৰ লগত প্রীতিসম্ভাষণ নকৰা, তেন্তে দুই মাহৰ পিচত মই তোমাৰ ৰক্তপান কৰিম।

৭০। দুৰাত্মা ৰাৱণৰ এই কথা শুনি সীতাই খঙতে জ্বলি উঠি উপযুক্ত কথাৰে তাৰ উত্তৰ দিলে,

৭১—৭৩। 'হেৰ ৰাক্ষসাধম, ইক্ষ্বাকুবংশতিলক দশৰথৰ বোৱাৰী আৰু অসমশক্তিসম্পন্ন ৰামৰ ভাৰ্য্যাৰ প্রতি এইদৰে অবাচ্য কথা কোৱাতো তোৰ জিভা খহি পৰা নাই কিয়? হেৰ অনাৰ্য্য, মোৰ স্বামীৰ অনুপস্থিতিত মহাত্মা সেই ৰামচন্দ্রই নেদেখা অৱস্থাত মোক হৰণ কৰি আনি এই পৰাক্রমৰ কি গৰ্ব্ব কৰ? তই ৰামৰ সমানতো নহবেই, আন কি তেওঁৰ দাস হোৱাৰো তই উপযুক্ত নহয়।

৭৪। জানিবি সেই ৰামচন্দ্র সত্যবাদী, বীৰ, ৰণদুৰ্ম্মদ আৰু আনৰ অজেয়।' জানকীয়ে এইদৰে তিৰস্কাৰপূৰ্ণ কথা কোৱাত ৰাৱণ চিতাগ্নি-সদৃশ হৈ জ্বলি উঠিল, তাৰ ক্রূৰ চকু দুটা পকাই সোঁহাতৰ মুঠি জোকাৰি সীতাক আঘাত কৰিবলৈ উদ্যত হল। এনেতে ৰাৱণৰ স্ত্রীসকলে হাহাকাৰ লগালে। তেওঁলোকৰ মাজৰ পৰা দুৰাত্মা সেই ৰাৱণৰ শ্রেষ্ঠা ভাৰ্য্যা মন্দোদৰীয়ে আহি বাধা দি মধুৰ কথাৰে কামাৰ্ত্ত সেই ৰাক্ষসক সান্ত্বনা দিলে।

৭৮। 'হে মহেন্দ্রোপম মহাৰাজ, সীতাক লৈ আপুনি কি কৰিব, আপুনি আজি মোৰ লগত বিহাৰ কৰক, জানকী কোনো গুণে মোতকৈ শ্রেষ্ঠা নহয়।

৭৯। হে দেৱ, দেৱকন্যা, গন্ধৰ্ব্বকন্যা আৰু যক্ষকন্যাসকলৰ লগত আপুনি বিহাৰ কৰক, সীতাৰ প্রয়োজন কি?'

৮০। এই বুলি কৈ মহিষীসকল মিলিত হৈ মহাবলী সেই নিশাচৰক তাৰপৰা তুলি নিজ ভৱনলৈ লৈ গল।

৮১। দশগ্রীব ৰাৱণ তাৰপৰা যোৱাৰ পিচত বিকৃতাকৃতি ৰাক্ষসীবোৰে দাৰুণ ক্রূৰ বাক্যেৰে সীতাক ভৎ'সনা কৰিবলৈ ধৰিলে।

৮২—৮৩। কিন্তু জানকীয়ে সিহঁতৰ সেইবোৰ কথা খেৰকুটাডালৰ সমানো জ্ঞান নকৰিলে ; মাংসাশী ৰাক্ষসীবোৰে বেৰিয়া দেখিলে যে সিহঁতৰ তৰ্জন গৰ্জন মিছা হল তেতিয়া তৰ্জন-গৰ্জন কৰি ভাগৰ লগাত সিহঁতে সীতাৰ মহৎ আৰু দৃঢ়সঙ্কল্পৰ কথা ৰাৱণক জনালে গৈ।

৮৪। তেতিয়া সকলোটিয়ে মিলি কোনো আশা নেদেখি নিৰুৎসাহ হল, শেষত ভাগৰ লাগি শুই পৰিল।

৮৫। সিহঁত শুই পৰাত স্বামী-হিতপৰায়ণা সীতাদেৱীয়ে দুখতে কাতৰ হৈ বিলাপ কৰিবলৈ ধৰিলে।

৮৬—৯৩। এনেতে ত্ৰিজটা নামে এজনীয়ে সিহঁতৰ মাজৰ পৰা শুই উঠি ৰাক্ষসী বোৰক কবলৈ ধৰিলে, "ৰাক্ষসীবৰ্গ, তোমালোকে নিজে নিজে খোৱা-খুই কৰা, অসিতেক্ষণা জনকদুহিতা, দশৰথৰ সাধ্বী বোৱাৰী সীতাক খাব নালাগে। মই এই মাত্ৰ লোমহৰ্ষক দাৰুণ এটা সপোন দেখিলোঁ। তাত দেখিলোঁ ৰাক্ষসবোৰ বিনষ্ট হৈছে আৰু এওঁৰ স্বামীয়ে জয় লাভ কৰিছে। অকল এই সীতাইহে ৰামৰ হাতৰ পৰা আমাক ৰাক্ষসীবোৰক ৰক্ষা কৰিব পাৰিব। আহাঁ, আমি বৈদেহীৰ ওচৰত ইয়াকেই ভিক্ষা কৰোঁ। মোৰ মতে এইটোৱে উত্তম কাম। সীতাৰ দুখৰ ভিতৰতে এই স্বপ্নৰ কথা শুনিলে তেওঁৰ দুখ বহুখিনি পাতলিব আৰু মনত পৰম সুখ পাব। আমি সেৱা জনাই জনকনন্দিনী মৈথিলীক প্ৰসন্ন কৰোঁ আহাঁ। এই মহৎ ভয়ৰ পৰা এওঁৱেই আমাক ৰক্ষা কৰিব পাৰিব।" তেতিয়া লজ্জাশীলা সীতাদেৱীয়ে স্বামীৰ জয়ৰ কথা শুনি হৰ্ষান্বিতা হৈ কলে, "তুমি যি কলা, প্ৰকৃততে যদি সঁচা হয় তেন্তে মই তোমালোকক আশ্ৰয় দিম।" তাৰ পিচত সীতাৰ এই ভীষণ দুৰ্দশা দেখি, মই জিৰাই লৈ তেওঁৰ বিষয়ে চিন্তা কৰি কৰি আকুল হলোঁ, লগতে জানকীৰ লগত কি দৰে কথা পাতোঁ তাৰো উপায় বিচাৰিব ধৰিলোঁ।

৯৪—৯৬। ভাবিচিন্তি প্ৰথমতে ইক্ষাকুকুলৰ স্তুতিপাঠ আৰম্ভ কৰিলোঁ। সেই ৰাজৰ্ষি-গণৰ স্তুতিপাঠ শুনি দেৱীয়ে অশ্ৰুপূৰ্ণ নেত্ৰে মোক সুধিলে, "হে কপিপুঙ্গৱ, তুমি কোন কোনে তোমাক পঠিয়াইছে আৰু কি উপায়ে ইয়ালৈ আহিলা? ৰামৰ লগত তোমাৰ সদ্ভাবেই বা হল কেনেকৈ? এই সকলো কথা মোক কোৱা।" তেওঁৰ কথা শুনি মই কলোঁ,

৯৭—১০০। "হে দেৱী, মহাবলশালী পৰম বিক্ৰমশীল বানৰৰাজ সুগ্ৰীৱ আপোনাৰ স্বামী ৰামৰ সহায়ক। আপুনি মোক এই সুগ্ৰীৱৰ ভৃত্য বুলি জানিব। মোৰ নাম হনুমান; আক্লিষ্টকৰ্ম্মা প্ৰভু ৰামচন্দ্ৰই আপোনাৰ ওচৰলৈ পঠিয়াই দিয়াত মই ইয়ালৈ আহিছোঁ। হে যশস্বিনী, স্বয়ং পুৰুষব্যাঘ্ৰ দাশৰথি ৰামে চিহ্নৰূপে এই আঙঠিটো আপোনালৈ পঠিয়াই দিছে। এতিয়া আপুনি আদেশ কৰক বৰ্ত্তমানে মোৰ কৰিবলগীয়া কি আছে আৰু ৰাম-লক্ষ্মণৰ ওৰিলৈ আপোনাৰ পৰা কি উত্তৰ লৈ যাওঁ।"

১০১। জনকনন্দিনী সীতাই মোৰ কথা শুনি, সকলো কথা গমি চাই কলে, "ৰাৱণক নিৰ্ম্মূল কৰি ৰাঘৱে মোক উদ্ধাৰ কৰি নিয়ক, এয়ে মোৰ কথা।"

১০২। তাৰ পিচত মই সৰ্ব্বগুণ-প্ৰশংসিতা পূজনীয়া সীতাদেৱীক মূৰ দোৱাই নমস্কাৰ জনাই, ৰাঘৱৰ মনত আনন্দ দিব পৰা এটা নিদৰ্শন তেওঁৰ ওচৰত ভিক্ষা কৰিলোঁ।

১০৩। মোৰ কথা শুনি সীতাদেৱীয়ে কলে, "অত্যুৎকৃষ্ট এই মণিটি লোৱা; এইটো দেখা পালে মহাবাহু বামে তোমাৰ কথাত বিশেষ আগ্ৰহ দেখুৱাব।"

১০৪। বৰাৰোহা সীতাদেৱীয়ে এই বুলি কৈ শ্ৰেষ্ঠ সেই মণিৰত্নটি মোক দিলে আৰু বিশেষ উদ্বিগ্নভাৱে সৈতে চিহ্নস্বৰূপে জনাবলগা কথাখিনি কলে।

১০৫। তাৰ পিচত ঐকান্তিকভাৱে জনকপুত্ৰী জানকীক প্ৰণাম জনাই উভতি আহিবলৈ স্থিৰ কৰি তেওঁক প্ৰদক্ষিণ কৰিলোঁ।

১০৬—১০৭। তেতিয়া সীতাদেৱীয়ে মনতে কিবা এটা স্থিৰ কৰি পুনৰাই মোক কলে, "হনূমান, তুমি মোৰ সকলো বাতৰি ৰাঘৱক জনাবা আৰু কাম এনেভাৱে কৰিবা যেন এই বাতৰি শুনামাত্ৰহে বিলম্ব নকৰাকৈ ৰাম-লক্ষ্মণ বীৰযুগলে সুগ্ৰীৱে সৈতে ইয়ালৈ আহে।

১০৮। আৰু যদিহে ইয়াৰ অন্যথা হয় তেন্তে এই দুটা মাহ মাত্ৰ মই জীৱিত আছোঁ, ইয়াৰ পিচতে অনাথ তিৰোতাৰ দৰে মই মৰিব লাগিব, কাকুৎস্থই আৰু মোক দেখা নাপাব।"

১০৯। দেৱীৰ এই করুণ কাহিনী শুনি মোৰ ক্ৰোধ দুগুণে জ্বলি উঠিল আৰু লগে লগে মই তাত কৰিবপৰা আৰু কি কাম হব পাৰে তাকে ভাবিবলৈ ধৰিলোঁ।

১১০। তাৰ পিচত পৰ্ব্বত প্ৰমাণ হৈ মোৰ শৰীৰ বাঢ়ি উঠিল আৰু ৰাক্ষসবোৰৰ লগত যুঁজিবলৈ উৎসুক হৈ ৰাৱণৰ বন ধ্বংস কৰিবলৈ ধৰিলোঁ।

১১১। বনখনৰ এটা ভাগ ভাঙি দিয়াত তাত থকা পশুপক্ষীবোৰে ভয়তে ইফালে সিফালে লৰা-ঢপৰা কৰি ফুৰিবলৈ ধৰিলে আৰু বিকৃতবদনা ৰাক্ষসীবোৰে সাৰ পাই মোৰ পিনে চাবলৈ ধৰিলে।

১১২। অশোক বনত মোক দেখা পাই সকলোটিয়ে মিলিত হৈ ৰাৱণৰ ওচৰলৈ গৈ এই বুলি খবৰ দিলে—

১১৩। "হে মহাবলশালী মহাৰাজ, আপনাৰ পৰাক্ৰমৰ বিষয়ে নাজানি দুৰ্ব্বৃত্ত এটা বান্দৰে আহি আপনাৰ দুৰ্গম অশোক বন ভাঙি পেলালে।

১১৪। হে মহাৰাজ, আপোনাৰ অনিষ্টকাৰী সেই বান্দৰটোক তাৰ দুৰ্ব্বুদ্ধিৰ কাৰণে বধ কৰিবলৈ আদেশ দিয়ক যাতে সি আৰু উভতি যাব নোৱাৰে।"

১১৫। সিহঁতৰ এই কথা শুনি ৰাক্ষসৰাজ ৰাৱণে তেওঁৰ অনুগত কাম কৰিব পৰা বহু সংখ্যক দুৰ্জ্জয় ভৃত্য পঠাই দিলে।

১১৬। শূল মুদ্গৰ লৈ যেতিয়া অহা আশী হাজাৰ ভৃত্যক সেই বনৰ ভিতৰতে পোৱা এডাল অৰ্গলেৰে মই বধ কৰিলোঁ।

১১৭। সিহঁতৰ ভিতৰত যি কেইটা বাকী থাকিল সিহঁতে গৈ ৰাৱণক জনালে যে সৈন্যদলক মই নিপাত কৰিছোঁ।

১১৮—১১৯। তাৰ পিছত মোৰ বুদ্ধি খেলালে যে অত্যুৎকৃষ্ট লঙ্কাৰ শিৰোমণি সদৃশ চৈত্য প্ৰাসাদটো ভাঙো। এইদৰে ভাবি তাৰ শতস্তম্ভৰ দ্বাৰা তাত থকা ৰাক্ষসবোৰক

বধ কৰিলোঁ আৰু খণ্ডতে প্ৰাসাদটোও ভাঙিলোঁ। তেতিয়া ৰাৱণে প্ৰহস্তৰ পুত্ৰ জম্বুমালিক পঠালে।

১২০—১২২। ঘোৰমূৰ্ত্তি অতি ভয়ঙ্কৰ বহুত ৰাক্ষস লগত লৈ সি বেগি আহিল; তেতিয়া ভীষণ অৰ্গল এডালেৰে বলশালী জম্বুমালিক তাৰ অনুচৰবৰ্গৰ সৈতে বধ কৰিলোঁ। এই কথাটো শুনি ৰাক্ষসৰাজ ৰাৱণে বহুত পদাতি সৈন্য লগত দি বলৱান মন্ত্ৰীপুত্ৰ কেইজন-মানক পঠালে। সেই অৰ্গলৰ সহায়তে সিহঁতকো যমপুৰীলৈ পঠালোঁ।

১২৩। মন্ত্ৰীপুত্ৰসকল মৰা শুনি ৰাৱণে ক্ষিপ্ৰগতিৰে যুদ্ধ কৰিব পৰা পাঁচজন সেনাপতিক যুদ্ধ কৰিবলৈ পঠালে।

১২৪—১২৬। সৈন্যগণে সৈতে এই সেনাপতিসকলকো বধ কৰাৰ পিচত ৰাৱণে বহুত ৰাক্ষস যোদ্ধা লগত দি তেওঁৰ নিজ পুত্ৰ অক্ষক যুদ্ধলৈ পঠালে। অক্ষ মন্দোদৰীৰ পুত্ৰ আৰু ৰণপণ্ডিত। এবাৰ আকাশলৈ উঠি যাব ধৰোঁতে অকস্মাতে ৰথত বহি থকা অৱস্থাত তাৰ ভৰি দুখনত ধৰি এশবাৰ ওপৰতে ঘূৰাই তাক নিষ্পেষিত কৰিলোঁ।

১২৭—১৩১। অক্ষ নিহত হোৱা শুনি দশানন ভীষণ ক্ৰুদ্ধ হল। তেতিয়া তেওঁ তেওঁৰ দ্বিতীয় পুত্ৰ অতি বলৱান আৰু যুদ্ধত অপৰাজেয় ইন্দ্ৰজিতক পঠালে। তেওঁৰ সকলো সৈন্য বিনাশ কৰি আৰু শেহত ৰণবীৰ তেওঁকো নিস্তেজ কৰি এই পৰম হৰ্ষান্বিত হলোঁ। ৰাৱণে বহুত আশা কৰি, বলদৰ্পিত বহুত সৈন্য লগত দি মহাবাহু অতি বলৱান এই ইন্দ্ৰজিতক পঠিয়াইছিল। কিন্তু ইন্দ্ৰজিতে কোনোমতে মোক জয় কৰিব নোৱাৰিব বুলি জানি, আৰু আনপিনে তেওঁৰ সৈন্যদলো পৰাভূত হোৱা দেখি ব্ৰহ্মাস্ত্ৰৰে মোক বান্ধিলে আৰু লগে লগে ক্ষিপ্ৰকাৰ্য্যতৎপৰ ৰাক্ষসবোৰেও জৰীৰে মোক বান্ধিলে।

১৩২—১৩৬। সিহঁতে ৰাৱণৰ ওচৰলৈ মোক নিয়াত দুৰাত্মা ৰাৱণে মোক সুধিলে, মই লঙ্কালৈ আহি ৰাক্ষসবোৰক বধ কৰিলো কিয়? উত্তৰত মই সীতাৰ কাৰণে এই সকলো কাম কৰিছোঁ বুলি কৈ তেওঁক কলোঁ, হে মহাৰাজ, মই সীতাক দেখা পাবলৈ ইচ্ছা কৰি আপোনাৰ এই নগৰীলৈ আহিছোঁ। মই পৱনৰ ঔৰসজাত পুত্ৰ আৰু মোৰ নাম হনুমান। আপুনি মোক ৰামৰ দূত আৰু কপিৰাজ সুগ্ৰীৱৰ সচিব বুলি জানিব। ৰামৰ দৌত্যকৰ্ম্ম কৰিবলৈ আপোনাৰ ওচৰলৈ আহিছোঁ। হে ৰাক্ষসেশ্বৰ, এতিয়া বানৰসকলৰ ৰজা সুগ্ৰীৱে আপোনালৈ একান্ত নিৰ্দ্দেশ দি পঠিয়াইছে আপুনি শুনক।

১৩৭—১৪৪। হে মহাভাগ, সুগ্ৰীৱে আপোনাৰ কুশল বাৰ্ত্তা সুধি ধৰ্ম্ম, অৰ্থ আৰু কামযুক্ত আপোনাৰ পক্ষে হিত আৰু মঙ্গলময় কথা কৈ পঠিয়াইছে। মই বহুপাদপযুক্ত ঋষ্যমূক পৰ্ব্বতত বাস কৰি থকা কালত ৰণবিখ্যাত ৰাঘৱৰ লগত মোৰ মিত্ৰতা হয়। হে লঙ্কাধিপতি, ৰামে মোক কৈছে যে ৰাক্ষসে তেওঁৰ ভাৰ্য্যা সীতাক হৰণ কৰি নিছে আৰু সেই বিষয়ে সহায় বিচাৰি তেওঁ মোক প্ৰতিজ্ঞা-পাশত আবদ্ধ কৰিব খুজিছে। সেই সময়ত বালীয়ে সুগ্ৰীৱক ৰাজ্যচ্যুত কৰে, এনে অৱস্থাত লক্ষ্মণে সৈতে ৰামে অগ্নি সাক্ষী কৰি সুগ্ৰীৱৰ লগত সখ্য স্থাপন কৰে। তাৰ পিচত ৰাঘৱে এপাট শৰতে বালীক বধ কৰি মোক বানৰৰাজ্যৰ ৰজা আৰু তেওঁলোকৰ অধিনায়ক পাতে। এতেকে এনে অৱস্থাত আমি

সৰ্ব্বান্তকৰণে তেওঁক সাহায্য কৰা উচিত। সেই কাৰণেই ৰাজনীতি ধৰ্ম্মৰ নিয়ম অনুসৰি এই দূত আপোনাৰ ওচৰলৈ পঠিওৱা হৈছে। এতেকে বান্দৰ-সৈন্যই আপোনাৰ ৰাজ্য উচ্ছন্ন কৰাৰ আগতে অতি সত্বৰে আপুনি সীতাক লৈ আহি ৰামৰ ওচৰত সমৰ্পণ কৰক। ইয়াৰ আগতে বান্দৰবিলাকে নজনাকৈ কোনো কথা থকা নাই। নিমন্ত্ৰিত হৈ এই বান্দৰবোৰে দেৱতাৰ ওচৰলৈকো অহা-যোৱা কৰি থাকে।'

১৪৫। তাৰ পিচত মই—"এই কথাকে বান্দৰৰাজ সুগ্ৰীৱে আপোনালৈ কৈ পঠিযাইছে" বুলি কোৱাৰ লগে লগে তেওঁ ক্ৰুদ্ধ হৈ বিদ্ৰূপৰ চকুৰে মোলৈ চালে।

১৪৬। মোৰ কথা শুনি দুৰাত্মা ক্ৰূৰকৰ্ম্মা ৰাক্ষস ৰাৱণে মোৰ প্ৰভাৱৰ একো গম নাপাই মোক বধ কৰিবলৈ আদেশ দিলে।

১৪৭—১৫০। তেতিয়া বিভীষণ নামে তেওঁৰ মহামতি ভায়েক এজনে মোৰ হৈ ৰাক্ষসৰজাৰ ওচৰত প্ৰাৰ্থনা জনালে। তেওঁ কলে, "হে ৰাক্ষসৰৱেণ্য, এনে কথা হব নোৱাৰে, আপোনাৰ সংকল্প পৰিত্যাগ কৰক। আপুনি যি পথ লৈছে, সি ৰাজনীতি ধৰ্ম্মৰ বিৰুদ্ধ। হে ৰাক্ষসাধিপতি, দূত বধ্য হব পাৰে, এনে কথা ৰাজধৰ্ম্মত কেতিয়াও দেখা নাই, বজাই যি কয় দূতে সেই কথাটো মাত্ৰ জনাব লাগে, এয়ে তেওঁৰ কাম। হে অতুল পৰাক্ৰমশালী ৰাজন্, অপৰাধ অতি গুৰুতৰ হলেও দূতক বধ কৰাৰ কথা নাই, দূতক বিৰূপাকৃতি কৰাৰ কথা শাস্ত্ৰত বিহিত আছে।"

১৫১। বিভীষণে এইদৰে কোৱাৰ পিচত ৰাৱণে ৰাক্ষসবোৰক আদেশ দিলে, "তাৰ এই নেজডাল পুৰি পেলোৱা।"

১৫২—১৫৩। ৰাৱণৰ এই কথা শুনি ৰাক্ষসবোৰে শনগছৰ বাকলি, কপাহৰ কাপোৰ আদিৰে মোৰ নেজডাল মেৰাই পেলালে। তাৰ পিচত প্ৰচণ্ড বিক্ৰমশীল ৰাক্ষসবোৰে মোৰ নেজত জুই লগাই দিলে আৰু কাঠৰ মাৰিৰে মোক খুচিবলৈ ধৰিলে।

১৫৪। দিনৰ পোহৰ থাকোঁতেই নগৰখন চোৱাৰ ইচ্ছা কৰি আছিলোঁ, এই কাৰণে মোক জৰীৰে বহুত পেচ লগাই বান্ধি যন্ত্ৰত তুলি নিলেও মই শৰীৰত কোনো দুখ পোৱা নাছিলোঁ।

১৫৫। তাৰ পিচত বীৰ ৰাক্ষসবোৰে মোক বান্ধি লৈ নেজত জুই লগাই দি নগৰৰ দুৱাৰ-মুখলৈ আনি ৰাজপথে পথে পথে মোৰ কথা ঘোষণা কৰিবলৈ ধৰিলে।

১৫৬—১৫৮। তেতিয়া মোৰ এই বৃহৎ ৰূপটো সৰু কৰি লৈ তৎক্ষণাৎ বন্ধনৰ পৰা মুকলি হৈ প্ৰকৃতিস্থ হলোঁ আৰু লোৰ অৰ্গল এডাল লৈ সেই ৰাক্ষসবোৰক বধ কৰিলোঁ। তাৰ পিচতে জাপ মাৰি নগৰৰ তোৰণৰ ওপৰত উঠি বহিলোঁ, আৰু প্ৰলয় কালত অগ্নিয়ে যিদৰে প্ৰাণীসমূহক পুৰি মাৰে মযো সেইদৰে নিৰ্ভীকচিত্তে মোৰ প্ৰদীপ্ত নেজৰ সহায়ত অট্টালিকা আৰু তোৰণেৰে সৈতে সমগ্ৰ নগৰী দগ্ধ কৰিলোঁ।

১৫৯। এই দাহনত গোটেইখন নগৰী ভস্মীভূত হল, তাৰ কোনো এটা অংশ নোপোৰাকৈ থকা দেখা নাপালোঁ। তেতিয়া ভাবিলোঁ জানকীও নিশ্চয় এই জুইতে দগ্ধ হ'ল।

১৬০। হায়, মই লঙ্কা দাহ কৰোঁতে সীতাকো দগ্ধ কৰিলো আৰু লগে লগে ৰামৰ মহৎ কাৰ্য্যটো মই পণ্ড কৰিলোঁ।

১৬১। এইদৰে শোকাভিভূত হৈ থাকোঁতে দুৰ্ঘোৰ চিন্তাই মোক অ.তুৰ্ব ধৰিলে। ঠিক এনে সময়তে চাৰণসকলৰ মঙ্গলময় এটা বাণী মোৰ কাণত পৰিল।

১৬৩—১৬৬। 'জানকী দগ্ধা হোৱা নাই'—তেওঁলোকৰ বিস্ময়কৰ অদ্ভুত এই বাণী শুনি মোৰ মনত চৈতন্য হল। মই আন আন লক্ষণৰ পৰাও জানিব পাৰিলোঁ যে জানকীক জুয়ে পুৰিব পৰা নাই, কিয়নো মোৰ এই নেজত অগ্নি দপ্ দপ্ কৰি জ্বলি উঠিলেও ক'তা অগ্নিয়েতো মোক দগ্ধ কৰা নাই। মোৰ অন্তৰ হৰ্ষান্বিত হৈয়ে আছে আৰু চাৰিও-কালে সুগন্ধি বতাহ বলিব ধৰিছে। এনেবোৰ শুভলক্ষণ ৰাম আৰু সীতাৰ মহাগুণবিশিষ্ট কাৰণসমূহ আৰু ঋষিসকলৰ আকাশীবাণীস্বৰূপ বাস্তৱিৰ পৰা মোৰ অন্তৰ হৰ্ষান্বিত হৈ উঠিল। তাৰ পিচত মই জানকীক আকৌ এবাৰ দেখা কৰি তেওঁৰ পৰা বিদায় লৈ আপোনালোকক দেখা পাবলৈ আগ্ৰহান্বিত হৈ অৰিষ্টপৰ্ব্বতলৈ আহোঁ আৰু তাৰ পৰা জাপ দি নভোমণ্ডল অতিক্ৰম কৰিবলৈ আৰম্ভ কৰিলোঁ।

১৬৭—১৬৯। এইদৰে বায়ু, চন্দ্ৰ, সূৰ্য্য আৰু সিদ্ধ গন্ধৰ্ব্বসকলৰ পথৰ আশ্ৰয় কৰি আহি আপোনালোকক দেখা পাইছোঁহি। ৰাঘৱৰ অনুগ্ৰহ আৰু আপোনালোকৰ শক্তিৰ বলত ৰজা সুগ্ৰীৱৰ কাৰ্য্য সিদ্ধ কৰিবলৈ মই এইবোৰ কাম কৰিলোঁ। মই যি যি কৰিলোঁ সেই সকলো সেই সেইদৰে সম্পন্ন কৰা হৈছে। এতিয়া তাত কৰিবলগীয়া যিখিনি বাকী আছে তাক আপোনালোকে সমাধা কৰক।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত অষ্টপঞ্চাশৎ সৰ্গ সমাপ্ত ॥

## একোনষষ্টিতম সৰ্গ

## হনুমান কৰ্ত্তৃক সীতাদেৱীৰ অৱস্থা বৰ্ণনা

১। পৱন-নন্দন হনুমানে এতিয়ালৈ হোৱা সকলো কথা বৰ্ণাই ইয়াৰ পিচত আৰু যেনে হব পাৰে তাক কবলৈ আৰম্ভ কৰিলে।

২। "হে কপিসকল, সীতাৰ যি চৰিত্ৰৰ বল তাতেই ৰামৰ উদ্যোগ আৰু সুগ্ৰীৱৰ উৎসাহ সফল হব বুলি জানি মোৰ মন আনন্দিত হৈছে।

৩। হে শ্ৰেষ্ঠ বান্দৰগণ, আৰ্য্যা সীতাৰ নিচিনা চৰিত্ৰবল আৰু তপস্যাৰ বলতে জগৎ ধৈ আছে আৰু সেইদৰে তেওঁ ক্ৰুদ্ধ হলে জগতকো দগ্ধ কৰিব পাৰে।

৪। এতেকে বুজিব লাগিব ৰাক্ষসেশ্বৰ ৰাৱণৰ তপস্যাৰ প্ৰভাৱো অতি মহান, সীতাৰ গাত্ৰ স্পৰ্শ কৰিও তেওঁ যে বিনষ্ট হোৱা নাই সি কেৱল তেওঁৰ তপস্যাৰ বলতহে।

৫। জনক-নন্দিনী সীতা ক্ৰুদ্ধা হলে যি কৰিব পাৰে অগ্নিশিখাক হাতেৰে স্পৰ্শ কৰিলেও তেনে কৰিব নোৱাৰে।

৬। ঘটনা যিদৰে হৈছে সেই সকলো কথা আপোনালোকৰ্ক নিবেদন কৰিলোঁ, এতিয়া জাম্বৱানকে আদি কৰি মহা মহা কপিগণৰ অনুমতিক্ৰমে বৈদেহীয়ে ৰাজপুত্ৰ ৰাম-লক্ষ্মণৰ সাক্ষাৎ যিদৰে পাব পাৰে তাৰ বিষয়ে কাৰ্য্য হাতত লোৱাটোহে আমাৰ পক্ষে উচিত হব।

৭—৮। অৱশ্যে মই অকলে মোৰ শক্তিৰ দ্বাৰা ৰাক্ষসগণে সৈতে লঙ্কা আৰু ৰাৱণক ধ্বংস কৰিবলৈ সমৰ্থ, তাতে আপোনালোকৰ নিচিনা আত্মবলত বলীয়ান অস্ত্ৰনিপুণ মহাবলশালী জয়াকাঙ্ক্ষী কপিসৈন্যৰ সহায় হলেতো কথাই নাই।

৯—১২। সৈন্য, পুৰঃসৰ ভৃত্য, পুত্ৰ আৰু ভ্ৰাতৃগণে সৈতে ৰাৱণকময়ে বধ কৰিম। যদিও ইন্দ্ৰজিতৰ ব্ৰহ্মা, ৰুদ্ৰ, বায়ু আৰু বৰুণৰ পৰা পোৱা যিবোৰ অস্ত্ৰ আছে সেই সকলো যুদ্ধত চকুৰ অদৃশ্য, তথাপি সেইবোৰকো মই অকলে ধ্বংস কৰি ৰাক্ষসবোৰক নিপাত কৰিম। আপোনালোকৰ অনুমতি নোহোৱাৰ কাৰণে মোৰ এই পৰাক্ৰম দেখুৱাব পৰা নাই। মোৰ অবিৰাম গতিত কৰা শিলাবৃষ্টিয়ে দেৱতাকুলকো ৰণত বধ কৰিব পাৰে, সেই নিশাচৰবোৰৰতো কথাই নাই। আপোনালোকৰ পৰা অনুমতি পোৱা নাই, সেয়েহে মোৰ পৰাক্ৰম ৰুদ্ধ হৈ আছে।

১৩। আনপক্ষে সাগৰেও বেলাভূমি অতিক্ৰম কৰিব পাৰে, অথবা মন্দৰ পৰ্ব্বতো বিচলিত হব পাৰে, কিন্তু কোনো শত্ৰুসৈন্য বাহিনীয়ে জাম্বৱানক যুদ্ধৰ পৰা বিচলিত কৰিব নোৱাৰে।

১৪। বালীসুত কপিপ্ৰবৰ বীৰ অঙ্গদে অকলেই সমগ্ৰ ৰাক্ষসৰ দল আৰু সিহঁতৰ পূৰ্ব্ববৰ্ত্তী যিবোৰ ৰাক্ষস আছিল সিহঁত সকলোকে নাশ কৰিব পাৰে।

১৫। কপিপ্ৰবৰ মহাত্মা নীলৰ ভীষণ বেগত মন্দৰ পৰ্ব্বতো চূৰ্ণ-বিচূৰ্ণ হব পাৰে, ৰাক্ষসবোৰৰ কথা কবলৈ আৰু কি আছে?

১৬। আপোনালোকে কওক, অসুৰ, যক্ষ, গন্ধৰ্ব্ব, উৰগ আৰু পক্ষীকুলৰ ভিতৰত মৈন্দ আৰু দ্বিবিদৰ সমকক্ষ যোদ্ধা কোন?

১৭। যুদ্ধক্ষেত্ৰত মহাবেগসম্পন্ন কপিশ্ৰেষ্ঠ এই অশ্বিনীপুত্ৰ দুজনৰ সমকক্ষ যোদ্ধা মই ক'তো দেখা নাই।

১৮—২০। আৰু অতি বলশালী ৰামৰ জয়। মহাবল লক্ষ্মণৰ জয়। জয় ৰাঘৱ-পালিত ৰজা সুগ্ৰীৱৰ জয়। মই কোসলৰাজৰ দাস, পৱন-নন্দন হনুমান, এইবুলি ৰাজপথবোৰত চিঞৰি চিঞৰি আমাৰ নাম জনাজাত কৰি দিলোঁ।

২১—২৩। হায়। কি দুখ আৰু বেজাৰৰ কথা, তথাপি দুৰাত্মা ৰাৱণৰ অশোক বনৰ মাজত শিংশপা গছৰ তলত সাধ্বী সীতাদেৱীয়ে শোকলগা অৱস্থাত বৈ আছে;

চাৰিওকালে ৰাক্ষসীবোৰে তেওঁক বেঢ়ি আছে, মেঘে ঢাকি থোৱা প্ৰভাহীন চন্দ্ৰবিম্বৰ দৰে শোক-সন্তাপতে তেওঁ অভিভূতা, কি আশ্চৰ্য্য, তথাপি চাৰু-বিভৱিনী সেই সীতাদেৱীয়ে এইদৰে অৱৰুদ্ধা হৈও তেওঁৰ পাতিব্ৰত্য গুণৰ বলত বলদৰ্পিত ৰাৱণৰ প্ৰতি ভ্ৰূক্ষেপকে কৰা নাই।

২৪। অকল ৰামতে অনুৰক্তা হৈ থাকি সৰ্ব্বান্তঃকৰণে শুদ্ধচিত্তা সীতাদেৱীয়ে পৌলমী শচীদেৱীয়ে পুৰন্দৰ ইন্দ্ৰৰ চিন্তাতে মগ্ন হৈ থকাৰ দৰে অনন্যমনা হৈ অকল ৰামকে চিন্তা কৰি আছে।

২৫। এনে অৱস্থাত কেৱল এখন কাপোৰ পিন্ধি ধূলি-বালিত লেটি লৈ ৰাক্ষসী-বোৰৰ তৰ্জ্জন-গৰ্জ্জনৰ মাজত বাস কৰি আছে।

২৬। মই দেখিলোঁ প্ৰমোদবনত, বিকৃতাকৃতি ৰাক্ষসীবোৰৰ চকুৰ আগত, এডাল বেণীৰে মলিন বদনে অকল স্বামীৰ চিন্তাতে মগ্না হৈ কাল কটাইছে।

২৭। শীতকালৰ আৰম্ভণিত পদ্মিনী যিদৰে বিবৰ্ণা হয়, সীতাদেৱীয়েও সেইদৰে বিবৰ্ণ বদনে ৰাৱণৰ দ্বাৰা সকলো সুখৰ পৰা বঞ্চিতা হৈ মৃত্যুক পণ কৰি ভূমিশয্যাত শুই আছে।

২৮। এনে অৱস্থাত কোনো প্ৰকাৰে মৃগনয়না সীতাৰ বিশ্বাস ওপজাই তেওঁৰ লগত কথা হব পাৰিলোঁ আৰু পিচত সকলো কথা জনাব পাৰিলোঁ।

২৯। ৰাম আৰু সুগ্ৰীৱৰ মিত্ৰতাৰ কথা শুনি তেওঁ পৰম প্ৰীত হল। সীতাৰ আত্মসংযম, সদাচাৰ আৰু স্বামীৰ প্ৰতি ঐকান্তিক ভক্তি অটুট আছে।

৩০। এনে অৱস্থাতো যে সীতাই ৰাৱণক বধ কৰা নাই, সি কেৱল তাৰ মহৎ তপোবলৰ কাৰণেহে। কিন্তু সীতাক এইদৰে অৱৰোধ কৰি ৰাখি ৰাৱণ এতিয়া মৃতপ্ৰায় অৱস্থাত, ৰাম নিমিত্তমাত্ৰ হৈহে তাক বধ কৰিব।

৩১। প্ৰতিপদ তিথিত পাঠ অধ্যয়ন কৰাজনৰ পক্ষে বিদ্যা যিদৰে ক্ষয়প্ৰাপ্ত হয়, তনুমধ্যা সীতাদেৱীও স্বামীৰ বিয়োগত সেইদৰে সঁচাকৈয়ে শুকাই ক্ষীণাই গৈছে।

৩২। মহাভাগা সীতাদেৱী শোকপৰায়ণা হৈ এইদৰে কাল কটাই আছে। এনে ক্ষেত্ৰত যিটো কৰা উচিত আপোনালোকে তেনেদৰে কৰক।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত একোনষষ্টিতম সৰ্গ সমাপ্ত ॥

## ষষ্টিতম সৰ্গ

## বান্দৰবীৰগণৰ আলোচনা

১—৮। হনুমানৰ কথা শুনি বালীপুত্ৰ অঙ্গদে কলে, আমাৰ অশ্বিনীপুত্ৰ এই দুজন বান্দৰ মহাবলী আৰু বেগী। তেওঁলোক দুয়োজন পিতামহ ব্ৰহ্মাৰ বৰত বলদৰ্পিত। তাহানি কালত সৰ্ব্বলোক-পিতামহ ব্ৰহ্মাই এওঁলোক দুজনৰ সন্মানাৰ্থে এওঁলোক কাৰো দ্বাৰা বধ্য নহব বুলি অনুপম বৰ দান কৰে। সেই বৰতে বলীয়ান হৈ মহাবলশালী বীৰ দুয়োজনেই দেৱতাসকলৰ অমৃত পান কৰে। বৰ্ত্তমানে তেওঁলোক দুযোজন ক্ৰুদ্ধ হৈ হাতী, ঘোঁৰা, ৰথে সৈতে সমগ্ৰ লঙ্কা নগৰী বিনাশ কৰিব পাৰে, আন আন বান্দৰৰ তাত কোনো আৱশ্যক নাই। আৰু মযো মোৰ শক্তিৰ দ্বাৰা অকলে ৰাক্ষসগণে সৈতে সেই লঙ্কা, আৰু মহাবলশালী ৰাবণক বিনাশ কৰিব পাৰোঁ, আপোনালোকৰ নিচিনা কৃতাত্মা, বলবান্ অস্ত্ৰনিপুণ, জয়াকাঙ্ক্ষী মহাশক্তিশালী বান্দৰবোৰ লগত থাকিলেতো কোনো কথাই নাই। আমি শুনিলোঁ যে পৱন-নন্দন হনুমানে নিজ শক্তিৰ বলে লঙ্কা দগ্ধ কৰিছে। আপোনালোক সকলোটি বিখ্যাত পুৰুষত্বসম্পন্ন, এনেস্থলত—সীতাক দেখি আহিলোঁ কিন্তু লৈ নাহিলোঁ, এই কথাটো ৰামৰ ওচৰত নিবেদন কৰাটো যুক্তিযুক্ত হব বুলি মোৰ মনত নধৰে।

৯। হে শ্ৰেষ্ঠ বান্দৰগণ, লম্ফপ্ৰদান অথবা পৰাক্ৰমত দেৱতা আৰু দৈত্যকুলৰ ভিতৰত কোনোজন আমাৰ সমকক্ষ নহয়।

১০। এতেকে ৰাক্ষসবোৰে সৈতে লঙ্কা জয় কৰি যুদ্ধত ৰাবণক বধ কৰি যদি সীতাক লৈ আহোঁ তেনে হলেই আমাৰ উদ্দেশ্য সফল হব আৰু আমিও পৰম আনন্দেৰে যাব পাৰিম।

১১। হনুমানে ৰাক্ষসকুল বধ কৰি থৈ অহাৰ পিচত এতিয়া সীতাক লৈ অহাৰ বাহিৰে আমাৰ কৰিবলগীয়া আৰু কি কাম হব পাৰে?

১২—১৩। জনকাত্মজা সীতাক নি ৰাম আৰু লক্ষ্মণৰ ওচৰত শোধাই দিওঁ গৈ। কিষ্কিন্ধানিবাসী আন আন মুখ্য বান্দৰসকলক আৰু দুখৰ ভাগী কৰাৰ কি প্ৰয়োজন? আমিয়ে গৈ প্ৰধান প্ৰধান ৰাক্ষসবোৰক বধ কৰোঁগৈ আৰু তাৰ পিচত সুগ্ৰীৱ আৰু লক্ষ্মণে সৈতে ৰাঘৱক দেখা কৰিম।

১৪। অঙ্গদে এইদৰে মন কৰা দেখি কথাৰ মৰ্ম্মজ্ঞ জাম্বৱানে পৰম প্ৰীত হৈ অৰ্থযুক্তভাৱে কব ধৰিলে।

১৫—১৬। হে মহাবুদ্ধিসম্পন্ন কপিপ্ৰৱৰ অঙ্গদ, এই যুক্তিটো বৰ ভাল নহব। এই বিস্তৃত দক্ষিণ দিশত আমাক সীতাক বিচাৰিবলৈহে দিছে, কিন্তু কপিৰাজ সুগ্ৰীৱ অথবা

ধীমান ৰামচন্দ্ৰই তেওঁক লৈ যাবলৈ আমাক কোৱা নাই, এনে স্থলত যদি আমি কোনো প্ৰকাৰে জয়লাভ কৰি সীতাক লৈ যাওঁ তেনেহলে এই কামটো তেওঁৰ ইচ্ছানুৰূপ নহব।

১৭—১৮। নৃপশ্ৰেষ্ঠ ৰামে তেওঁৰ কুলমৰ্য্যাদা অনুসাৰি আমাৰ প্ৰধান প্ৰধান বান্দৰবোৰৰ আগত নিজে জয়লাভ কৰি সীতাক উদ্ধাৰ কৰিব বুলি প্ৰতিজ্ঞা কৰিছে, এতিয়া তেওঁৰ সেই প্ৰতিজ্ঞা মিছা হব কেনেকৈ? এতেকে আমিবে যদি সীতাক উদ্ধাৰ কৰি নিওঁ তেনেহলে তেওঁৰ প্ৰতিজ্ঞা বিফল হব আৰু তাৰ পৰা তেওঁ মনতো সুখ নাপাব।

১৯। এতেকে হে মুখ্য বান্দৰগণ, আমাৰ এই শক্তি প্ৰদৰ্শন অথলে যাব—গতিকে য'ত লক্ষ্মণে সৈতে মহা তেজস্বী ৰাম আৰু সুগ্ৰীৱ আছে আমি তালৈ গৈ আমাৰ কাৰ্য্য নিবেদন কৰোঁহক।

২০। হে ৰাজপুত্ৰ অঙ্গদ, তুমি যিহকে উচিত বুলি বিবেচনা কৰা আমি তাক নকৰি নোৱাৰোঁ, কিন্তু ৰামে যিদৰে সঙ্কল্প কৰিছে, সেইদৰে যাতে কামটো সম্পন্ন হব পাৰে তালৈ লক্ষ্য কৰাটোহে উচিত হব বুলি মই ভাবোঁ।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত ষষ্টিতম সৰ্গ সমাপ্ত ॥

# একষষ্টিতম সৰ্গ

## বান্দৰবোৰ কৰ্তৃক মধুবন-প্ৰৱেশ

১—২। তেতিয়া মহাকপি হনুমান আৰু অঙ্গদপ্ৰমুখ বনবাসী বীৰ বান্দৰবিলাকে জাম্বৱানৰ কথাকে সাৰোগত কৰি লৈ বংমনে সকলোটিয়ে বায়ুপুত্ৰ হনুমানক আগত লৈ মহেন্দ্ৰ পৰ্ব্বতৰপৰা আপমাৰি ওপৰলৈ উঠি যাব ধৰিলে।

৩। অনুমান হল যেন মহাবলশালী, মেৰুমন্দৰ পৰ্ব্বতপ্ৰমাণ, মত্ত মহাগজসদৃশ বিপুলকায় এই বান্দৰবোৰে আকাশ ঢাকিহে যাব ধৰিছে।

৪। সৈ থকোঁতে সিদ্ধ কৰি আদি মহা মহা প্ৰাণীগণৰ স্নেহ আৰু সম্ভ্ৰমপূৰ্ণ দৃষ্টি মহাবল আৰু বেগশালী হনুমানৰ ওপৰত পৰাত অনুমান হল যেন তেওঁলোক দৃষ্টিবলেৰেহে হনুমানক ওপৰতে তুলি লৈ যাবলৈ ধৰিছে।

৫। ৰাৱণ দাহন আৰু সীতাৰ সাক্ষাৎ এই দুয়োটা কাৰণে সিদ্ধিলাভ কৰি বান্দৰবোৰৰ মন উৎফুল্ল, বৰ্ত্তমানে ৰামৰ কাম নিষ্পন্ন কৰি কৃতকাৰ্য্য হৈ কি উপায়ে তেওঁলোকে অত্যুৎকৃষ্ট মানতা লাভ কৰিব পাৰে ইয়াকেই নিশ্চয় কৰি আকাশ মাৰ্গেৰে তেওঁলোক যাবলৈ ধৰিলে।

৬। মনস্বী কপিসকলৰ সকলোৱে ৰাৱণৰ অন্যায় কামৰ প্ৰতিকাৰ কৰি ৰামৰ কৰ্ত্তব্যকৰ্ম্ম সাধিবলৈ দৃঢ়সঙ্কল্প হৈ যুদ্ধৰ নামত বুকু ফুলাই ৰামৰ আগত প্ৰিয় বাতৰিটো দিবলৈ আগ্ৰহান্বিত চিত্তে যাবলৈ ধৰিলে।

৭। আকাশত লাফ দি বনবাসী বান্দৰবোৰ এইদৰে গৈ থাকোঁতে, শত শত বৃক্ষৰাজিৰে পৰিপূৰ্ণ নন্দনকানন সম এখন বন দেখা পালে।

৮। এই বনখনৰ নাম মধুবন, সুগ্ৰীৱৰ দ্বাৰা ৰক্ষিত, ই সকলো প্ৰাণীৰে মনোমুগ্ধকৰ আৰু কোনো প্ৰাণীয়ে তাত প্ৰৱেশ কৰিব নোৱাৰে।

৯। কপিপ্ৰধান মহাত্মা সুগ্ৰীৱৰ মোমায়েক মহাবীৰ দধিমুখ বান্দৰ এই বনৰ ৰক্ষক।

১০। বান্দৰৰাজৰ মনোৰম সেই বনৰ ভিতৰত সোমাই বান্দৰবৃন্দ তাৰ মধু পান কৰিবলৈ বৰ উৎসুক হল।

১১। মধুৰ নিচিনা পিঙ্গলবৰ্ণ বান্দৰবোৰে বৃহৎ সেই মধুবনখন দেখি কুমাৰ অঙ্গদৰ ওচৰত মধু পান কৰাৰ অনুমতি ভিক্ষা কৰিলে।

১২। তেতিয়া কুমাৰ অঙ্গদে জাম্ববান আদি বৃদ্ধ বান্দৰবৃন্দৰ অনুমতি লৈ বান্দৰ-বোৰক মধুপান কৰিবলৈ আদেশ দিলে।

১৩—১৪। ধীমান বালীপুত্ৰ কুমাৰ অঙ্গদে আদেশ দিয়াত বান্দৰবোৰে মধুমক্ষিকাৰে পৰিপূৰ্ণ গছসমূহত উঠি সুগন্ধি ফলমূল আৰু মধু ভক্ষণ কৰি পৰম আনন্দিত আৰু মদোন্মত্ত হল।

১৫। অঙ্গদৰ অনুমতি পাই বনচাৰী বান্দৰসমূহে মধু পান কৰি পৰম আনন্দিত হৈ চাৰিওপিনে নাচি বাগি ফুৰিবলৈ ধৰিলে।

১৬। এইদৰে নাচ, গান, হাঁহি-খিকিন্দালিত্তে মত্ত হৈ কিছুমানে পাঠৰ আবৃত্তি কৰিব ধৰিলে, কিছুমানে এনেয়ে ঘূৰি ফুৰিবলৈ ধৰিলে আৰু কিছুমানে জপিয়াই প্ৰলাপ বকিব ধৰিলে।

১৭—১৯। কিছুমানে পৰস্পৰে সাৰটা-সাৰটি কৰিবলৈ ধৰিলে, কিছুমানে বা অধিক পৰিমাণে কথাকে কলে, কিছুমানে ইডাল গছৰপৰা সিডাল গছলৈ জপিয়াব ধৰিলে; আকৌ কিছুমানে গছৰ ওপৰৰ পৰা মাটিলৈ জপিয়াই পৰিল। সেইদৰে আকৌ কিছুমানে মাটিৰ পৰা গছৰ ওপৰলৈ জাপ দিলে; কিছুমানে হাঁহি হাঁহি গান গাই থকা একোটাক আকোঁৱালি ধৰিলে, কিছুমানে কান্দি কান্দিয়ে সাৰটা-সাৰটি কৰিলে। কিছুমানে বা পৰস্পৰে মৰামৰিকে কৰি থাকিল। মুঠতে সমগ্ৰ সেই কপিকুল উন্মত্ত হৈ ভীষণ এটা ব্যাকুলভাৱ ভাৱ তাত সৃষ্টি কৰিলে। সেই দলৰ ভিতৰত এনে এজন নাছিল যি হয় মত্ত, নহয় গৰ্ব্বভাৱত ওকন্দি পৰা নাছিল।

২০। তাৰ পিচত সেই বনৰক্ষক দধিবক্ত্ৰ নামে বান্দৰে এইদৰে কাননৰ ভক্ষ্যবস্তু-বোৰ খাই ডালপাত ভাঙি গছাবোৰ ধ্বংস কৰা দেখি খঙতে জ্বলি-পকি বান্দৰবোৰৰ কামত বাধা দিবৰ চেষ্টা কৰিলে।

২১। তেতিয়া মদোন্মত্ত বান্দৰবোৰে ওলটাই বনৰ ৰক্ষক কপিপ্ৰবৰক ভৎসনা কৰাত উগ্ৰতেজস্বী দধিমুখেও বান্দৰসকলৰ হাতৰপৰা বনখন ৰক্ষা কৰিবলৈ আকৌ যত্নপৰ হল।

২২। তেওঁ নিৰ্ভীকচিত্তে কাকো তিৰস্কাৰ কৰিলে, যিবোৰ দুৰ্ব্বল সিঞ্চক বা চপৰিয়ালে, কাকো বা সান্ত্বনাপূৰ্ণ কথাৰে নিষেধ কৰিলে, আকৌ দলপতি থকা কিছুমানৰ লগত বা হাই-কাজিয়াকে লগালে।

২৩—২৪। বান্দৰবোৰ মদোন্মত্ত অৱস্থাত থকা বাবে দধিমুখে বাধা দিব খুজিলেও সিহঁতে ৰাজদণ্ডৰ পৰা অব্যাহতি পাব জানি মনত কোনো ভয়ৰ ভাব নাৰাখি দধিমুখক টনাটনি কৰিবলৈ ধৰিলে, কিছুমানে নখেৰে, কিছুমানে দাঁতেৰে, কিছুমানে হাতৰ তলুৱাৰে আৰু কিছুমানে ভৰিৰে আক্ৰমণ কৰি কপিপ্ৰৱৰ দধিমুখক মৃতপ্ৰায় কৰিলে আৰু মধুবনো মধুশূন্য কৰি তেনেই উচ্ছন্ন কৰিলে।

**॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত একষষ্টিতম সৰ্গ সমাপ্ত ॥**

# দ্বিষষ্টিতম সৰ্গ

## মধুবন ধ্বংস

১। কপিশ্ৰেষ্ঠ হনুমানে বান্দৰবোৰক কৈছিল, হে বান্দৰগণ তোমালোকে মনত কোনো সঙ্কোচৰ ভাব নৰখাকৈ মধু পান কৰা।

২—৭। যিবোৰে তোমালোকক বাধা দিব খুজিব সেইবোৰক নিষেধ কৰিম।" হনুমানৰ কথা শুনি কপিশ্ৰেষ্ঠ অঙ্গদেও সন্তুষ্টচিত্তে কলে, "হে বান্দৰবৃন্দ তোমালোকে মধু পান কৰা। হনুমান কৃতকাৰ্য্য হৈ উভতি আহিছে, তেওঁৰ নিৰ্দ্দেশ নকৰিবলগীয়া বিষয় হলেও পালন কৰিবই লাগে, এই ক্ষেত্ৰতো কথাই নাই।" বান্দৰসকলে অঙ্গদৰ মুখৰপৰা এইদৰে শুনি উত্তম উত্তম বুলি তেওঁৰ আদেশ সসম্মানে গ্ৰহণ কৰিলে আৰু অঙ্গদক মান সৎকাৰ কৰি যিঠাইত মধুবন আছিল তালৈ গতি ললে। সীতাক দেখা পোৱা খবৰ শুনি বান্দৰবোৰ এনেয়ে আনন্দতে উন্মত্ত, তাতে আকৌ অঙ্গদৰ অনুমতি পাই তেওঁলোকে বনত সোমাই নৈ সোঁতে গছক যিদৰে আক্ৰমণ কৰে, তাত থকা বনৰক্ষক সকলক সেইদৰে আক্ৰমণ কৰিলে। সকলোৱে মধুৰস পান কৰিলে আৰু ৰসাল ফলবোৰ খাবলৈ ধৰিলে।

৮। তাৰপিছত সিহঁতে মধুপানত আসক্ত হৈ থাকি তালৈ অহা বনপালকসকলৰ ওপৰত উৎপীড়ন কৰিবলৈ ধৰিলে। বান্দৰবোৰে দলবদ্ধ হৈ হৃষ্টচিত্তে এবাৰতে দোণ পৰিমাণ মধু লৈ পিবলৈ ধৰিলে। কিছুমানে খালে আৰু কিছুমানে বা নষ্ট কৰিলে, কিছুমানে খালে আৰু চটিয়ালে, কিছুমানে উন্মত্ত হৈ খাই যি বল তাৰে আনৰ গাত মাৰি পঠালে, কিছু গছৰ শাখাত ধৰি গছৰ গুৰিতে বহিল; কিছুমানে মদৰ বাগীয়ে ৰৰকৈ

গাত লগাত গছৰ পাত টানি আনি বহলাই লৈ তাতেই শুই পৰিল, কিছুমানে মধুৰ আনন্দত উন্মত্ত হৈ পগলাৰ দৰে ঘূৰি ফুৰিব ধৰিলে আৰু কিছুমানে ইজনে সিজনলৈ দলিয়াদলি কৰিব ধৰিলে, কিছুমানে বলিয়াৰ নিচিনা খোজে পতি উজুটি খাই পৰিব ধৰিলে, কিছু-মানে সুহুৰিয়াব ধৰিলে, কিছুমানে আনন্দতে চৰাইৰ নিচিনা কূজন কৰিলে।

১৪—১৭। মদৰ জালত কোনো মাটিতে শুই পৰিল, কিছুমানে উন্তওালি কৰি আনক হাঁহিবলৈ ধৰিলে আৰু কিছুমানে বা কান্দিবলৈ ধৰিলে; কিছুমানে কৰিলে এটা আৰু ক'লে এটা, কিছুমানে বা যেয়ে যি কলে তাৰ ওলোটাহে বুজিলে। বান্দৰবোৰে এইদৰে খেলিমেলি কৰি থাকোঁতে যিবোৰ ভৃত্য মধু ৰক্ষাৰ বাবে তাত নিযুক্ত আছিল ভীমাকৃতি বান্দৰবোৰে মাৰি-ধৰি খেদি দিয়াত সিহঁত চাৰিওফালে আঁতৰি পলাল, সিহঁতৰ কিছুমানক কাণত ধৰি ওপৰৰ পিনে মুখ কৰি বখাত আৰু কিছুমানক ভৰিত ধৰি টনা-আজোৰা কৰাত, সিহঁত সকলোটি পৰম উদ্বিগ্ন হৈ দধিমুখৰ ওচৰত খবৰ দিলে গৈ যে হনুমানৰ অনুমতি লৈ মধুবন উচ্ছন্ন কৰিলে আৰু আমাক ভৰিত ধৰি টানিলে আৰু দেৱমাৰ্গ দেখুৱালে।”

১৮—১৯। ইহঁতৰ কথা শুনি বনপাল দধিমুখ মধুবনৰ পিনে চাই ক্ৰুদ্ধ হল। তথাপি ৰক্ষকবোৰক শান্তনা দি কলে, “আঁহা, উৎকৃষ্ট মধুপানকাৰী বলদৰ্পিত বান্দৰবোৰক আমি বলেৰে বাধা দিওঁ গৈ।”

২০। দধিমুখৰ কথা শুনি বীৰ বনৰক্ষকসকলে পুনৰাই দধিমুখক লগত লৈ তালৈ গল।

২১—২২। ৰক্ষকবোৰৰ মাজত দধিমুখে বৃহৎ এডাল গছ লৈ খেদা দিলে আৰু আন আন ৰক্ষক বান্দৰবৰ্গয়ো হাতত গছ, শিল আৰু বৃহৎ পাষাণ লৈ ক্ৰুদ্ধ হৈ মুখ্য মুখ্য বান্দৰসকল যত আছিল তালৈ খেদি গল।

২৩। বল প্ৰয়োগ কৰি খেদাৰ ভাৱতে ৰক্ষক বান্দৰবোৰে দাঁতমুখ কামুৰি গালি পাৰি পাৰি আন বান্দৰবোৰৰ সন্মুখীন হল।

২৪। দধিমুখ এইদৰে ক্ৰুদ্ধ হৈ খেদি অহা দেখি হনুমানকে আদি কৰি আন আন শ্ৰেষ্ঠ বান্দৰবোৰে দধিমুখলৈ খেদি গ'ল।

২৫। তেতিয়া কুমাৰ অঙ্গদে ক্ৰুদ্ধ হৈ গছে সৈতে খেদি অহা মহাবলশালী দধিমুখৰ হাত দুখনত ধৰি বলেৰে খেকেচা মাৰি মাটিত পেলাই দিলে। দধিমুখ মানত শ্ৰেষ্ঠ (সম্বন্ধত ককাদেউতা) হলেও তেওঁ মোৰ আপোনাৰ জন বুলি মদান্ধ অঙ্গদে দধিমুখলৈ কোনো কোমলতা প্ৰকাশ নকৰিলে।

২৬। খেকেচা খাই দধিমুখৰ হাত, আঁঠু আৰু মুখ ভাঙিলে, তেজেৰে বাঙলী হৈ বিহ্বলচিত্তে কপিপ্ৰবৰ কিছুসময় মূৰ্চ্ছা গৈ পৰি থাকিল।

২৭। আন আন শ্ৰেষ্ঠ বান্দৰবোৰেও কোনোমতে ৰক্ষা পৰাত একলীয়া হৈ আহি নিজ ভৃত্যবৰ্গক কলে—

২৮। “আঁহা, আমালোকৰ প্ৰভু বিপুল গ্ৰীৱাবিশিষ্ট সুগ্ৰীৱ, বাবৰ সৈতে য'ত আছে আমি তালৈ যাওঁ আঁহা।

২৯। অঙ্গদৰ সকলো দোষৰ বিৱৰণ তেওঁক জনাওঁগৈ। আমাৰ কথা শুনি সুগ্ৰীৱ ক্ৰুদ্ধ হৈ এই বান্দৰবোৰক বধ কৰিব।

৩১। এই মধুবন মহাত্মা সুগ্ৰীৱৰ, পিতৃ-পিতামহসকলৰ দিনৰ পৰা চলি অহা। এই দিব্য বনত দেৱতাসকলেও প্ৰৱেশ কৰিব নোৱাৰে।

৩২। মধুলুব্ধ এই বান্দৰবোৰৰ আয়ু শেষ হৈছে, সুগ্ৰীৱে দণ্ডবিধান কৰি বন্ধুবান্ধৱে সৈতে ইহঁতৰ সকলোটিকে বধ কৰিব।

৩৩। এই দুৰাত্মাহঁত ৰাজাদেশ অৱজ্ঞাকাৰী, এতেকে ইহঁতক বধি থলেহে ইহঁতৰ অমাৰ্জ্জনীয় দোষৰ বাবে মোৰ যি ক্ৰোধ উৎপন্ন হৈছে সি সফল হব।

৩৪। এই বুলি কৈ মহাবলশালী দধিমুখে বনৰক্ষক ভৃত্যবৰ্গৰ লগত জপিয়াই জপিয়াই সুগ্ৰীৱৰ ওচৰলৈ গল।

৩৫। এক নিমেষৰ ভিতৰত সূৰ্য্যসুত ধীমান সুগ্ৰীৱ যি বনত আছিল সকলোটি তাত উপস্থিত হলগৈ।

৩৬। যি সমতল ভূমিত ৰাম লক্ষ্মণ আৰু সুগ্ৰীৱক দেখা পালে দধিমুখে আকাশৰ পৰা তাতে তললৈ নামিল।

৩৭—৩৮। মহাবীৰ বনৰক্ষকসকলৰ অধিপতি দধিমুখে তেওঁৰ ভৃত্যবৰ্গৰ সৈতে মাটিত নামি দীনবদনে বদ্ধাঞ্জলি মূৰত লগাই সেৱা জনালে আৰু সুগ্ৰীৱৰ চৰণত মূৰ লগাই দণ্ডৱৎ হ'ল।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত দ্বিষষ্টিতম সৰ্গ সমাপ্ত ॥

## ত্ৰিষষ্টিতম সৰ্গ

## সুগ্ৰীৱৰ ওচৰত দধিমুখৰ অভিযোগ

১। কপিশ্ৰেষ্ঠ সুগ্ৰীৱে দধিমুখ বান্দৰক তেওঁৰ ভৰিত মূৰ দি পৰা দেখি উৎকণ্ঠিত হৈ সুধিলে—

২। “উঠক, উঠক, আপুনি মোৰ ভৰিত পৰিছে কিয়? আপোনাক অভয় দিছোঁ, কি হৈছে আপুনি সঁচাকৈ কওক।

৩। আপুনি কাৰ ভয়ত ইয়ালৈ আহিছে, আপোনাৰ কি হিতকাৰ্য্য সাধিব লগা আছে, অথবা আপুনি যিহকে যি উচিত বুলি ভাবে সেইসকলো কথা কওক। হে কপিপ্ৰৱৰ, মধুবনত সকলো মঙ্গল নে, মোৰ শুনিবলৈ ইচ্ছা হৈছে।”

৪। মহাত্মা সুগ্ৰীৱে এইদৰে আশ্বাস বাণী দিয়াত মহাপ্ৰাজ্ঞ দধিমুখে থিয় দি কবলৈ ধৰিলে,

৫। "হে মহাৰাজ, যি মধুবনত বানৰৰাজ বালী অথবা আপুনি কোনোদিনেই কোনো বান্দৰকে স্বেচ্ছাৰে ভোগ কৰিবলৈ অনুমতি দিয়া নাছিল এতিয়া হনুমান আদি বান্দৰবোৰে সেই বনখন ভেনেই নষ্ট কৰি পেলালে।

৬। মোৰ লগত অহা এই বনচাৰী বান্দৰবোৰক লৈ মই সিঁহতক নিষেধ কৰিছিলোঁ, কিন্তু মোক সমূলি গণ্য নকৰি সিঁহতে প্ৰফুল্লচিত্তে মধুপান কৰিব লাগিছে।

৭। হনুমান আদিয়ে যেতিয়া বন ধ্বংস কৰিবলৈ আৰম্ভ কৰে, এই বনপালকসকলে তেতিয়াও বাধা দিছিল, কিন্তু হে দেৱ, সিঁহতে মোৰ বা ৰক্ষকসকলৰ কোনো কথাকে গ্ৰাহ্য নকৰি কেৱল খোৱাতহে লাগিল।

৮। কিছুমানে খালে আৰু যি বাকী থাকিল তাকো দলিয়াই পেলালে। এনে অৱস্থাত মই যেতিয়া সিঁহতক বাধা দিলোঁ সিঁহতে মোক ভ্ৰূকুটি হে দেখুৱালে।

৯। তাৰ পিচত মোৰ এই বান্দৰবোৰে সিঁহতক বাধা দিবলৈ অধিক যত্নপৰ হোৱাত সেই শ্ৰেষ্ঠ বান্দৰগণ ক্ৰুদ্ধ হৈ ইঁহতক হে আকৌ অপমান কৰিলে আৰু বনৰপৰা খেদি দিলে।

১০—১১। এইদৰে থাকোঁতে সেহত বীৰ কপিপুঙ্গৱসকলে খঙতে চকু ৰঙা কৰি মোৰ এই শ্ৰেষ্ঠ বান্দৰবৃন্দক আক্ৰমণ কৰি কিছুমানৰ হাত ভাঙিলে, কাৰো বা আঠু ভাঙিলে আৰু কিছুমানক ইচ্ছামতে টনা-আজোৰা কৰি দেৱমাৰ্গ দেখুৱালে।

১২। আপুনি স্বামী বিদ্যমান থাকোঁতে মোৰ এই বীৰ বান্দৰসকলক এইদৰে আহত কৰিলে, আৰু মধুবন খাই উচ্ছন্ন কৰিলে।"

১৩। কপিশ্ৰেষ্ঠ সুগ্ৰীবক এইদৰে কৈ থাকোঁতে শত্ৰু-বীৰহন্তা মহাপ্ৰাজ্ঞ লক্ষ্মণে সুগ্ৰীবক সুধিলে,

১৪। "হে মহাৰাজ। বনপালক এই বান্দৰে আপোনাৰ ওচৰত কি অৱতৰণা কৰিছে আৰু কি কাৰণত তেওঁ দুখাভিভূত হৈ আপোনাৰ লগত কথা পাতিছে?"

১৫। মহাত্মা লক্ষ্মণে এইদৰে সোধাত বাক্যবিশাৰদ সুগ্ৰীৱে তেওঁক কলে—

১৬। "আৰ্য্য লক্ষ্মণ, কপিবীৰ দধিমুখে কৈছে অঙ্গদপ্ৰমুখ বীৰ বান্দৰগণে মধু খাই শেষ কৰিছে।

১৭। মোৰ মতে বীৰ বান্দৰগণে কামত অকৃতকাৰ্য্য হোৱা হলে, এনে বিপৰীত কাম নকৰিলেহেঁতেন। সিঁহতে বন এইদৰে নাশ কৰা মানে যি কামলৈ পঠিওৱা হৈছিল নিশ্চয় সেই কাম সমাধা কৰি উভতি আহিছে।

১৮—২৭। বনপালকসকলে নিবাৰণ কৰিবলৈ গৈ সিঁহতে আঠুৰে বৰ আঘাত পাইছে, আৰু এই বান্দৰপ্ৰবৰ দধিমুখৰ কথাও সিঁহতে মনা নাই। ময়ে এই দধিমুখক মোৰ বনৰ অধিপতি পাতি স্থাপন কৰিছোঁ। এতেকে মই বুজিলোঁ যে হনুমানৰ বাহিৰে আন কোনোৱে সীতাৰ লগত সাক্ষাৎ কৰিব পৰা নাই। হনুমানৰ বাহিৰে আন কোনোৱে এই কাৰ্য্যসাধনৰ মূল কাৰণ হব নোৱাৰে। অকল কপিশ্ৰেষ্ঠ হনুমানতে কাৰ্য্যসিদ্ধিৰ উপায়, বুদ্ধি, যত্ন, বীৰ্য্য আৰু জ্ঞান প্ৰতিষ্ঠিত। যি কাৰ্য্যৰ নেতা জাম্বৱান আৰু মহাবলশালী অঙ্গদ আৰু হনুমান য'ত অধিষ্ঠাতা, তাত কাৰ্য্যসিদ্ধি নহৈ নোৱাৰে। অৱশ্যে অঙ্গদপ্ৰমুখ বীৰগণে

মধুবন ধ্বংস কৰিছে সঁচা। কিন্তু দক্ষিণ দিশত সীতাক বিচাৰি আহি এই মধুবনত সোমাই বন ধ্বংস কৰি, সকলোখিনি মধু খাই শেষ কৰিলে, বনপালকসকলক নিপাতিত কৰিলে আৰু সিহঁতৰ আঠুও ভাঙি দিলে। এই কথাটোকে কবলৈ দধিমুখ ইয়ালৈ আহিছে ; আহা, কিন্তু এই বাতৰিটো কি মধুৰ। এই কপিপ্ৰবৰৰ নাম দধিমুখ আৰু এওঁৰ বিক্ৰমো সুবিখ্যাত। হে মহাবাহু সৌমিত্ৰি, তুমি ভালকৈ ভাবি চোৱা—যিহেতু উভতি আহি সকলোটিয়ে মধুপানত মত্ত হৈছে এতেকে তেওঁলোকে নিশ্চয় সীতাক দেখা পাই আহিছে। হে পুৰুষশ্ৰেষ্ঠ লক্ষ্মণ, বৈদেহীক দেখা পাই নাহিলে মোৰ প্ৰখ্যাত এই বান্দৰবোৰ কেতিয়াও মোৰ বৰলক দিব্য এই মধুবন ধ্বংস নকৰিলেহেঁতেন।"

২৮—২৯। সুগ্ৰীৱৰ মুখৰপৰা ওলোৱা শ্ৰুতিমধুৰ এই কথা শুনি ৰাঘৱে সৈতে ধৰ্মাত্মা লক্ষ্মণ পৰম হৰ্ষান্বিত হল আৰু সুগ্ৰীৱেও পৰম আনন্দ পালে।

৩০। তাৰ পিচত বনপালকক উদ্দেশ্য কৰি তেওঁ পুনঃ কলে, "মই পৰম সন্তুষ্ট হৈছোঁ যে কাম সম্পন্ন কৰি আহি তেওঁলোকে বনত সেইদৰে মধুপান কৰিছে।

৩১। তেওঁলোকে কৃতকাৰ্য্য হৈ আহিছে এতেকে তেওঁলোকে যি অত্যাচাৰ কৰিছে অথবা তাত যি যি কৰিছে সেই সকলোকে ক্ষমা কৰিব লাগিব। আপুনি পুনঃ মধুবনলৈ যাওক আৰু আপুনিয়ে তেওঁবোৰক ক্ষমা কৰি থাকক গৈ। আৰু অতিশীঘ্ৰে হনুমানকে আদি কৰি মহা মহা কপিগণক ইয়ালৈ পঠিয়াই দিয়ক গৈ।

৩২। মৃগেন্দ্ৰসদৃশ দৰ্পবিশিষ্ট হনুমান প্ৰমুখ্যে শাখামৃগসকল কি প্ৰকাৰে কৃতকাৰ্য্য হৈ আহিল, সীতাক বিচাৰি উলিয়াবলৈ তেওঁলোকে কেনেকৈ যত্নপৰ হৈছিল তাক শুনিবলৈ ৰাম-লক্ষ্মণ দুয়ো ইচ্ছা কৰিছে।"

৩৩। মনৰ আনন্দতে ৰাম আৰু লক্ষ্মণ উভয়ৰে চকু উজ্জ্বল হৈ পৰিল তেওঁলোকৰ উদ্দেশ্য সিদ্ধ হোৱা ভাবি উভয়ৰে মন হৰ্ষান্বিত হল, বান্দৰৰাজ সুগ্ৰীৱৰো শৰীৰ ৰোমাঞ্চিত হল, আৰু কাৰ্য্যসিদ্ধি হাতৰ মুঠিত বুলি জানি পৰম আনন্দিত হল।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত ত্ৰিষষ্টিতম সৰ্গ সমাপ্ত ॥

# চতুষষ্ঠিতম সৰ্গ

## হনুমান আদিৰ ৰামৰ ওচৰত আগমন

১—২। সুগ্ৰীবে এইদৰে কোৱাত কপিপ্ৰবৰ দধিমুখে সুগ্ৰীব আৰু মহাবলশালী ৰাম-লক্ষ্মণক প্ৰণাম জনাই বীৰ বান্দৰগণে সৈতে জাপ মাৰি আকাশলৈ উঠিল।

৩। তেওঁ যিদৰে আহিছিল লৰালৰিকৈ সেইদৰে গৈ আকাশৰ পৰা মাটিত নামি সেই বনৰ ভিতৰত প্ৰবেশ কৰিলে।

৪। মধুবনত প্ৰবেশ কৰি তেওঁ দেখিলে যে বান্দৰবোৰে যি পৰিমাণ মধু পান কৰিছিল সেই পৰিমাণে প্ৰস্ৰাৱ কৰাৰ কাৰণে তেওঁলোকৰ ৰাগীৰ উপশম হৈছে আৰু উন্মত্ত অৱস্থা শান্ত হৈছে।

৫। তেতিয়া হাতযোৰ কৰি বীৰ দধিমুখে তেওঁলোকৰ ওচৰ চাপি আনন্দচিত্তে মধুৰ স্বৰে অঙ্গদক কবলৈ ধৰিলে,

৬। "হে সৌম্য, এই বান্দৰবোৰে আপোনাসকলক বাধা দিয়াৰ কাৰণে আপুনি ক্ৰোধ নকৰিব। ৰক্ষকবিলাকে নাজানিহে খঙতে আপোনালোকক বাধা দিছিল।

৭। হে মহাবলী অঙ্গদ, আপোনালোক শ্ৰান্ত আৰু দূৰৰ পৰা আহিছে, এতেকে আপোনাৰ নিজৰ মধু আপোনালোকে পান কৰক। আপুনি যুবৰাজ, এই বনৰ অধিপতি।

৮—১২। পূৰ্ব্বতে নাজানি আপোনালোকৰ ওপৰত খং কৰা হৈছিল, আপুনি তাক ক্ষমা কৰিব। আগতে বান্দৰ-দলপতি আপোনাৰ পিতা যেনে আছিল, হে কপিপ্ৰবৰ, এতিয়া আপুনিও তেনে আৰু সুগ্ৰীবো আন কোনো নহয়। হে অনঘ, মই ইয়াৰ পৰা গৈ আপোনাৰ খুৰা-দেউতাকৰ ওচৰত আপুনি আৰু বনচাৰী বান্দৰবোৰৰ ইয়ালৈ অহাৰ কথা জনালোঁ। বনবিহাৰী বান্দৰবোৰে সৈতে আপুনি ইয়ালৈ অহা শুনি আৰু লগতে বনো ধ্বংস হোৱা বুলি শুনি তেওঁ কষ্ট নহৈ সন্তুষ্টহে হৈছে। উত্তৰত আপোনাৰ পিতৃব্য বান্দৰৰাজ সুগ্ৰীবে কৈ পঠিয়াইছে, 'বেগেতে তেওঁলোকক ইয়ালৈ পঠিয়াই দিয়াগৈ'।"

১৩—১৭। দধিমুখৰ পৰা এই মধুৰ বচন শুনি বাক্যবিশাৰদ কপিশ্ৰেষ্ঠ অঙ্গদে কলে, "হে বান্দৰযুথপতিগণ, মোৰ অনুমান হৈছে ৰামে বাতৰিটো পাইছেই। এই বনৰক্ষকে যিদৰে প্ৰফুল্লবদনে কথাটো কৈছে তাৰ পৰায়ে মই এইটো বুজিব পাৰিছোঁ। বীৰবৃন্দ, আমি এতিয়া কাম সমাধা হোৱাৰ পিচত আৰু ইয়াত থকাটো উচিত নহয়। আপোনা-লোকে ইচ্ছামতে মধু পান কৰি ঘূৰা-ফিৰা কৰিলে, এতেকে এতিয়া সুগ্ৰীব য'ত আছে তালৈ যোৱাৰ বাহিৰে আমাৰ আন আৰু কি কাম হব পাৰে? আপোনালোক শ্ৰেষ্ঠ শ্ৰেষ্ঠ বান্দৰগণে মিলিত হৈ মোক যি কব মই তাকেহে কৰিম। বৰ্ত্তমানে কৰ্ত্তব্য বিষয়ত মই

আপোনালোকৰ আজ্ঞাধীন। মই যুৱৰাজ হলেও আপোনালোকক আদেশ দিয়াৰ গৰাকী মই নহওঁ। আপোনালোকে কাম সিদ্ধ কৰিছে, এতেকে স্বেচ্ছাচাৰীভাৱে আপোনালোকক কোনো এটা আদেশ দিয়াটো মোৰ পক্ষে যুক্তিযুক্ত নহব।"

১৮—২১। অঙ্গদৰ এই উত্তম কথাখিনি শুনি বনবিহাৰীবোৰে হৃষ্টচিত্তে কলে, "হে কপিশ্ৰেষ্ঠ ৰাজন, সকলোৰে অধীশ্বৰ হৈ আপোনাত বিনে আন কোনে এইদৰে কব পাৰে? সকলোৱে ঐশ্বৰ্য্যৰ গৰ্ব্বে গৰ্ব্বিত। আপোনাৰ এই বাক্য আপোনাৰহে অনুৰূপ, আনৰ নহয়। আপোনাৰ সুবিনীত এই বাক্যই আপোনাৰ ভবিষ্যত সৌভাগ্য সূচনা কৰিছে। এই ঠাইৰপৰা বৰ্ত্তমানে বান্দৰবীৰসকলৰ অধিপতি সুগ্ৰীৱ য'ত আছে আমি সকলোটি তালৈ যাবলৈ উৎসুক হৈ আছো।

২২। হে কপিশ্ৰেষ্ঠ, আমি সঁচাকৈয়ে কৈছোঁ যে আপোনাৰ অনুমতি নহলে আমি এখোজো কলৈকে যাব নোৱাৰোঁ।"

২৩। মহাবলশালী তেওঁলোকে এইদৰে কোৱাত, অঙ্গদে কলে "উত্তম, ৰাক তেন্তে আমি এতিয়া যাওঁগৈ।" এইৰূপ কোৱাৰ লগে লগে মহাবলশালী তেওঁলোকে আকাশমাৰ্গলৈ গতি কৰিলে।

২৪। অঙ্গদে জাপ মাৰি আকাশলৈ উঠাৰ পিচত আন আন বান্দৰ-দলপতিসকলে। যন্ত্ৰনিক্ষিপ্ত শিলগুটিৰ দৰে আকাশলৈ উঠি আকাশ ঢাকি পেলালে, আকাশ চকুৰে নেদেখা হল।

২৫—২৭। এইদৰে মহাবেগী বান্দৰসকলে অঙ্গদ আৰু হনুমানক আগত লৈ বায়ু-চালিত মেঘখণ্ডৰ নিচিনাকৈ আকাশেদি সিংহনাদ কৰি যাবলৈ ধৰিলে। শেষত অঙ্গদ গৈ বান্দৰৰাজ সুগ্ৰীৱৰ ওচৰ পাওঁ পাওঁ হোৱাত শোকসন্তপ্ত কমললোচন ৰামক তেওঁ কলে, "আশ্বস্ত হওক, আপোনাৰ মঙ্গল হওক, দেৱী সীতাৰ সাক্ষাৎ লাভ কৰা হৈছে—তাত কোনো সংশয় নাই।

২৮—৩০। সীতাৰ দেখা নাপালে নিৰ্দ্দিষ্ট সময় অতিবাহিত হৈ যোৱাৰ পিচত সিহঁতে ইয়ালৈ আহিবলৈ সাহস নকৰিলেহেঁতেন। অঙ্গদৰ আনন্দভাৱৰ পৰা মই কথাটো এনেদৰে বুজি লৈছোঁ। কামত সফলতা লাভ নকৰাহেঁতেন, যুৱৰাজ কপিশ্ৰেষ্ঠ মহাবাহু অঙ্গদ মোৰ সম্মুখত উপস্থিত হব নোৱাৰিলেহেঁতেন। আন আন বান্দৰসকলে অকৃতকাৰ্য্য হলেও তেওঁ-লোকৰ বান্দৰসুলভ প্ৰকৃতিৰ বশৱৰ্ত্তী হৈ মধুবন ধ্বংস আদি উৎপাত কৰাত অঙ্গদক মলিনবদন, উদ্বিগ্নচিত্ত আৰু ব্যাকুল মনে থকা দেখা পালেহেঁতেন।

৩১। জানকীৰ দৰ্শন লাভ নকৰাহেঁতেন পূৰ্ব্ববৰ্ত্তী ৰজাসকলৰ দ্বাৰা সুৰক্ষিত আৰু পিতৃপিতামহসকলৰ দিনৰপৰা চলি অহা এই মধুবন তেওঁলোকে ধ্বংস নকৰিলেহেঁতেন।

৩২। হে সুব্ৰত, আপোনাৰ নামত কৌশল্যা সুপুত্ৰৱতী। আপুনি আশ্বস্ত হওক। সীতাৰ সাক্ষাৎ লাভ হৈছে আৰু অকল হনুমানেহে তেওঁক দেখি আহিছে, আন কোনেও নহয়।

৩৩—৩৫। হে শক্তিমান ৰাম, এই কাৰ্য্যসিদ্ধিৰ মূল কাৰণ কোনো হব নোৱাৰে, কিয়নো কাৰ্য্য সম্পাদন কৰাৰ ক্ষমতা, বুদ্ধি, প্ৰচেষ্টা, শৌৰ্য্য আৰু জ্ঞান অকল হনুমানতহে

বিদ্যমান। হে ৰাম, যিঠাইত জাম্বৱান প্ৰধান সৱল, বান্দৰ দলপতি অঙ্গদ অধিনায়ক আৰু হনুমান কাৰ্য্যোদ্যোগী, তাত কাৰ্য্যসিদ্ধি নহৈ নোৱাৰে। হে অমিতবিক্ৰমশীল ৰাম আপুনি এতিয়া আৰু চিন্তান্বিত নহব।

৩৬। আপুনি চাওক বনবীয়া এই বান্দৰবোৰে সগৰ্ব্বে মনৰ উৎসাহত একেলগে আহিব ধৰিছে, এতেকে কাৰ্য্যসিদ্ধি নহলে ইহঁতৰ উদ্যম এনেবিধৰ নহলহেঁতেন।

৩৭। মধুবন ভঙ্গ আৰু তাত মধুপান কৰাৰ পৰাও জানিছোঁ ইহঁত কৃতকাৰ্য্য নোহোৱাকৈ থকা নাই।”

৩৮। সুগ্ৰীৱৰ কথা শেষ হোৱাৰ লগে লগে ওচৰৰ আকাশত হনুমানৰ কামত গৰ্ব্বিত, কিষ্কিন্ধ্যালৈ আহিব ধৰা বনবিহাৰী বান্দৰবোৰৰ কাৰ্য্যসিদ্ধিজ্ঞাপক কিল্ কিল্ শব্দ তেওঁৰ কাণত পৰিল।

৩৯। কপিশ্ৰেষ্ঠ সুগ্ৰীৱৰ বান্দৰবোৰৰ শব্দ শুনাৰ লগে লগে দীঘল নেজ থিয় হল আৰু আনন্দতে তেওঁৰ অন্তৰ ভৰি পৰিল।

৪০। ইতিমধ্যে বান্দৰবোৰে ৰামক দেখা পাবলৈ উৎসুক হৈ আনন্দিত অন্তৰেৰে হনুমানক আগত লৈ উপস্থিত হল।

৪১। অঙ্গদ প্ৰমুখ্যে বীৰসকলে সগৰ্ব্বে হৃষ্টচিত্তে কপিৰাজ সুগ্ৰীব আৰু ৰামৰ ওচৰলৈ আহিল।

৪২। তেতিয়া মহাবাহু হনুমানে মূৰ দোৱাই নমস্কাৰ জনাই ৰামৰ ওচৰত নিবেদন কৰিলে যে সীতাদেবীয়ে সংযতচিত্তে তেওঁৰ পাতিব্ৰত্য ধৰ্ম্ম ৰক্ষা কৰি শাৰীৰিক বিধিনি নোহোৱাকৈ কুশলে আছে।

৪৩। হনুমানৰ মুখৰ পৰা সীতাক দেখা পোৱাৰ অমৃতোপম এই কথাষাৰ শুনি, ৰাম আৰু লক্ষ্মণ পৰম হৰ্ষান্বিত হল।

৪৪—৪৫। পৱনাত্মজ হনুমানৰ সুনিশ্চিতাৰ্থক এই কথাত লক্ষ্মণে সসম্মানে সন্তুষ্ট মনেৰে সুগ্ৰীৱৰ পিনে মূৰ তুলি চালে আৰু শক্ৰবীৰহন্তা ৰাঘৱেও পৰম আনন্দিত হৈ অধিক সমাদৰে সৈতে হনুমানৰ প্ৰতি নিৰীক্ষণ কৰিলে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত চতুঃষষ্টিতম সৰ্গ সমাপ্ত ॥

# পঞ্চষষ্টিতম সৰ্গ

## হনুমান কৰ্ত্তৃক সীতাৰ বৰ্ণনা

১—২। তাৰ পিচত সকলোখিনি বান্দৰে বিচিত্ৰ কানন শোভিত প্ৰস্ৰৱণ পৰ্ব্বতলৈ মূৰ দোৱাই মহাবলশালী ৰাম লক্ষ্মণক প্ৰণাম আৰু সুগ্ৰীৱক অভিবাদন জনাই, অঙ্গদক সন্মুখত ৰাখি সীতাৰ সবিশেষ বিৱৰণ জনাবলৈ আৰম্ভ কৰিলে।

৩—৪। ৰাৱণৰ অন্তঃপুৰত সীতাৰ অৱৰোধ, ৰাক্ষসীবোৰৰ তৰ্জ্জন-গৰ্জ্জন, ৰামৰ প্ৰতি তেওঁৰ অনুৰাগ, সীতাক বধ কৰিবলৈ ৰাৱণে বান্ধি দিয়া সময়—এই সকলো কথা বান্দৰবিলাকে ৰামৰ ওচৰত এটা এটাকৈ নিবেদন কৰিলে। তাৰ পিচত বৈদেহী কুশলে আছে বুলি শুনি ৰামে কলে,

৫। "বান্দৰবৰ্গ, বৰ্ত্তমান সীতা ক'ত আছে, তেওঁৰ মোলৈ ভাৱ কেনে—এই সকলো কথা মোক বিশদভাৱে কোৱা।"

৬। ৰামৰ প্ৰশ্ন শুনি বান্দৰবোৰে ৰামৰ ওচৰত সকলো কথা নিবেদন কৰিবলৈ হনুমানক অনুৰোধ কৰিলে।

৭—১১। বান্দৰবোৰৰ কথা শুনি বাক্যবিশাৰদ পৱননন্দন হনুমানে সীতাক উদ্দেশ্য কৰি তেওঁ থকা দক্ষিণ দিশলৈ মূৰ দোৱাই সেৱা জনালে, আৰু তাৰ পিচত নিজ তেজোবলে দীপ্তিমান্ সোণৰ দিব্য মণিটি ৰামত দি কৃতাঞ্জলিপুটে তেওঁ সীতাক কিদৰে দেখা পালে তাৰ বিৱৰণ দি কবলৈ ধৰিলে, "প্ৰভু ৰাম, সীতাক দেখা পোৱাৰ ইচ্ছাতে তেওঁক বিচাৰি শত যোজন বিস্তীৰ্ণ সমুদ্ৰ লঙ্ঘন কৰিলোঁ। সমুদ্ৰৰ দক্ষিণ পাৰত দুৰাত্মা ৰাৱণৰ লঙ্কা নগৰী অৱস্থিত। তাত ৰাৱণৰ অন্তঃপুৰত সতী সীতাদেৱীক মই দেখা পালোঁ।

১২। ৰাম, তেওঁৰ সকলো মনোৰথ আপোনাতে সমৰ্পণ কৰি পৰমাসুন্দৰী সীতাদেৱীয়ে জীৱন ধাৰণ কৰি আছে। মই দেখিলোঁ তেওঁৰ চাৰিওকালে ৰাক্ষসীবোৰে তেওঁক সততে তৰ্জ্জন গৰ্জ্জন কৰি আছে।

১৩। প্ৰমদাবনত বিৰূপাকৃতি ৰাক্ষসীবোৰে তেওঁক ৰক্ষা কৰি আছে। হে বীৰ, সুখত লালিত-পালিত সীতাদেৱীয়ে আপোনাৰ বিৰহত সকলো দুখ ভোগ কৰি আছে।

১৪। এইদৰে ৰাৱণৰ অন্তঃপুৰত এডাল বেণী ধাৰণ কৰি আপোনাকে চিন্তা কৰি মলিন বদনে ৰাক্ষসীবোৰৰ দ্বাৰা ৰক্ষিতা হৈ তেওঁ আছে।

১৫। ভূমিশয্যাই তেওঁৰ শয়ন, শীতৰ আগমনত পদ্মিনী যিদৰে বিবৰ্ণা হয় সীতাদেৱীৰো সকলো অঙ্গ সেইদৰে বিবৰ্ণ হৈছে। ৰাৱণৰপৰা মন সম্পূৰ্ণৰূপে আঁতৰত ৰাখি যথাসময়ত আপোনাক নাপালে মৰণকে তেওঁ সাৰোগত কৰি লৈছে।

১৬—১৭। হে কাকুৎস্থ, আপোনাৰ ধ্যানৰতা সীতাদেৱীক কোনো প্ৰকাৰে বিচাৰি উলিয়াই তেওঁৰ ওচৰত ইক্ষাকুকুলৰ বংশখ্যাতি কোৱাৰ পিচত মোৰ বিষয়ে তেওঁৰ মনত অলপ বিশ্বাস ওপজাব পাৰিলোঁ। তাৰ পিচত অলপ কথা পাতি আপোনাৰ আৰু সুগ্ৰীৱৰ সখ্যভাব আদি সকলো কথা তেওঁক নিবেদন কৰিলোঁ।

১৮। হে দেৱ, ৰাম আৰু সুগ্ৰীৱৰ সখ্যভাৱৰ কথা শুনি তেওঁ পৰম আনন্দিতা হল। তেওঁ সংযতচিত্তে সকলো আচাৰ ৰক্ষা কৰি আপোনাৰ প্ৰতি ভক্তিমতী হৈ কাল কটাইছে।

১৯। হে মহাভাগ, মই জনকনন্দিনী সীতাক এনে ভাৱত থকা দেখা পালোঁ। তেওঁ উগ্ৰ তপস্যাপৰায়ণা হৈ আপোনাকেই ভজি আছে।

২০। চিহ্নস্বৰূপ এই মণিৰত্নটি মোৰ হাতত দিছে। চিত্ৰকূট পৰ্ব্বতত কাউৰী এটা খেদোঁতে আপোনাৰ যি হৈছিল সেইটোকে কৈ জানকীয়ে মোক এইদৰে নিৰ্দ্দেশ দিলে।

২১। "হে বায়ুপুত্ৰ, ইয়াৰ উপৰিও ইয়াত তুমি যি যি দেখিলা সেইবোৰো সম্পূৰ্ণৰূপে তেওঁক নিবেদন কৰিবা।

২২। যি মণিটো মই ইমান দিনে অতি যতনে ৰাখি আছিলোঁ, সেইটো তুমি তেওঁৰ হাতত দিবা। কিন্তু এই সকলো কথা তুমি সুগ্ৰীৱক আগত ৰাখি তেওঁ শুনাকৈ কবা।

২৩—২৪। তুমি তেওঁক আকৌ কবা, হে ৰাম, শিৰোভূষণ শ্ৰীসম্পন্ন এই মণিটো মই অতি যতনে ৰাখি আছিলোঁ; এইখিনিতে আপুনি মনঃ শিলাৰ যিটো কোট মোক দিছিল তালৈকো মনত পেলাব। বাৰিসম্ভূত শ্ৰীমন্ত এই মণিটি এতিয়া মই আপোনাৰ ওচৰলৈ পঠালোঁ। হে অনঘ, আপুনি যিটো আঙুঠি মোলৈ পঠিয়াই দিছে, মই তাতেই আপোনাক দেখা পোৱাদি মোৰ দুখৰ কালত মনত আনন্দ পাম।

২৫। হে দশৰথাত্মজ, মই আৰু এমাহকাল মাত্ৰ জীৱন ধাৰণ কৰি থাকিম। তাৰ পিচত ৰাক্ষসৰ কবলত আৰু জীয়াই নাথাকো।"

২৬—২৮। প্ৰফুল্লনয়না কৃশাঙ্গী সীতাদেৱীয়ে মৃগবধূৰ নিচিনাকৈ ৰাৱণৰ অন্তঃপুৰত থাকি ধৰ্ম্মাচাৰৰতা হৈ মোক এইদৰে কৈ পঠিয়াইছে। হে ৰাঘৱ, মই সকলো ঘটনা যথাযথভাবে আপোনাৰ ওচৰত বৰ্ণনা কৰিলোঁ। এতিয়া সাগৰ পাৰ হোৱাৰ কি উপায় হব পাৰে তাৰ বিধান কৰক।" ৰাজপুত্ৰ দুজন আশ্বস্ত হোৱা বুলি জানি আৰু সীতাই দিয়া চিহ্নস্বৰূপ মণিটি ৰামৰ হাতত দি সীতাদেৱীয়ে কোৱা সকলোখিনি কথা আনুপূৰ্ব্বিক্ৰমে ৰামৰ আগত সম্পূৰ্ণৰূপে বৰ্ণনা কৰিলে।

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত পঞ্চষষ্টিতম সৰ্গ সমাপ্ত ॥

# ষট্‌ষষ্টিতম সৰ্গ

## ৰামচন্দ্ৰৰ বিলাপ

১। হনুমানে এইদৰে কোৱাৰ পিচত দশৰথ-তনয় ৰামে মণিটো বুকুত লৈ লক্ষ্মণে সৈতে বিলাপ কৰিবলৈ ধৰিলে।

২। ৰাঘৱে মণিৰত্নটো দেখি শোকাভিভূত হৈ অশ্ৰুপূৰ্ণ নেত্ৰে সুগ্ৰীৱক কলে—

৩। "পোৱালিটোক দেখামাত্ৰকে চেনেহতে গাইৰ ওহাৰৰ গাখীৰ নিগৰে পৰিবলৈ ধৰে, মণিটো দেখাৰ লগে লগে মোৰো অন্তৰ তেনেদৰে বিগলিত হব ধৰিছে।

৪। বিয়াৰ সময়ত শহুৰে মণিৰত্নটি বৈদেহীক দান কৰে, যাতে মূৰত পিন্ধাৰ পিচত ইয়াৰ সৌন্দৰ্য্য আৰু অধিক পৰিমাণে চৰি উঠে।

৫। সমুদ্ৰৰ জলৰাশিৰপৰা উৎপন্ন, দেৱপূজিত এই মণিটো ধীমান্ ইন্দ্ৰই যজ্ঞৰ সময়ত সন্তুষ্ট হৈ শহুৰক দান কৰে।

৬। হে সৌম্য সুগ্ৰীৱ, চন্দ্ৰতকৈও অধিক প্ৰভাবিশিষ্ট এই মণিটো দেখি মই মোৰ পিতা দশৰথ আৰু বিদেহৰ অধিপতি জনকক দেখা পোৱা যেন পাইছোঁ।

৭। এই মণিটোৱেই মোৰ প্ৰিয়াৰ মূৰত শোভা বঢ়াই আছিল, আজি এই মণিটো দেখি মই তেওঁক পোৱা যেন লাগিছে।

৮। হে সৌম্য হনুমান, সীতাই বাৰে বাৰে যি যি কথা কৈছিল, তুমি সেইবোৰ মোক কোৱাচোন, কিয়নো সীতাৰ মুখৰ সেই বাণীয়ে মুমূৰ্ষ জনৰ মুখত দিয়া পানীৰ দৰে মোক সান্ত্বনা দিছে।

৯। হে সৌমিত্ৰি, ইয়াতকৈ অধিক দুখৰ কথা আৰু কি হব পাৰে যে সমুদ্ৰজাত এই মণিটো দেখা পালোঁ, কিন্তু জানকীক নেদেখিলোঁ।

১০। হে বীৰ, জানকীয়ে যদি আৰু এমাহকাল জীৱন ধাৰণ কৰি থাকিব পাৰে তেনেহলে তেওঁ বহুদিন জীয়াই থকা বুলি ভাবিম, কিয়নো কৃষ্ণনয়না জানকী অবিহনে মই এখন্তেক কালো জীয়াই থাকিব নোৱাৰোঁ।

১১। হনুমান, যি ঠাইত তুমি মোৰ প্ৰিয়াক দেখা পাইছা, মোকো তালৈ লৈ বলা, তেওঁৰ বিষয়ে সকলো কথা জনাৰ পিচত মই এক মুহূৰ্ত্তকালও ইয়াত থাকিব নোৱাৰোঁ।

১২। চাৰুনিতম্বিনী অত্যন্ত ভীৰুস্বভাৱা সতী সীতাদেৱীয়ে ভয়াবহ ঘোৰমূৰ্ত্তি সেই ৰাক্ষসবোৰৰ মাজত বাস কৰি থাকিব পাৰিছে কেনেকৈ?

১৩। অন্ধকাৰনিৰ্ম্মুক্তা শাৰদীয় চন্দ্ৰমা মেঘাবৃত হলে যিদৰে শোভা নাপায়, সীতাৰ বদনমণ্ডলো নিশ্চয় এই সময়ত শোভান্বিত হব পৰা নাই।

১৪। হনুমান, সীতাই যি যি কৈছিল সেই কথাখিনি তুমি যথাযথভাবে আকৌ মোক কোৱা, আতুৰজনে ঔষধ পান কৰি যিদৰে জীয়াই থাকে, ময়ো এই কথা শুনিয়ে তেনেদৰে জীৱন ধাৰণ কৰি থাকিম।

১৫। হনুমান, সীতাৰ বাক্যালাপ অতি মধুৰ, তেওঁ কি কৈছে মোক কোৱা। ৰবাবোহা ভামিনী সীতাই মোৰ অবিহনে দুখৰ ওপৰত দুখ ভোগ কৰি কেনেকৈ জীৱন ধাৰণ কৰি আছে।"

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত ষট্‌ষষ্টিতম সৰ্গ সমাপ্ত ॥

## সপ্তষষ্টিতম সৰ্গ

### হনুমান কৰ্তৃক সীতাৰ বাতৰি প্ৰদান

১। মহাত্মা ৰামৰে এইদৰে সোধাত হনুমানে সীতাই কোৱা কথাখিনি ৰামৰ ওচৰত বৰ্ণাবলৈ ধৰিলে—

২। "হে পুৰুষশ্ৰেষ্ঠ, নিদৰ্শনস্বৰূপে দেৱী জানকীয়ে যি যি কলে তাৰ ভিতৰত চিত্ৰকূট পৰ্ব্বতৰ ঘটনাটো যথাযথভাবে এই—

৩। জানকীয়ে আপোনাৰে সৈতে পৰমসুখে নিদ্ৰামগ্ন হৈ প্ৰথমতে তেওঁ সাৰ পাই উঠে; এনেতে হঠাতে কাউৰি এটা আহি তেওঁৰ স্তনযুগলত খাঁচোৰে।

৪। হে ভৰতাগ্ৰজ, পালপাতি আপুনি দেৱীৰ কোলাত শুই থাকোঁতে কাউৰীটোৱে পুনঃ আহি দেৱীক আৰু অধিক কষ্ট দিব ধৰিলে। তাৰ পিচতে আকৌ আহি বেচিকৈ আচুৰি দিয়ে। তেওঁৰ গাৰ পৰা ওলোৱা তেজ আপোনাৰ গাত পৰিল আৰু তেতিয়া আপুনি সাৰ পালে।

৫। হে পৰন্তপ, কাউৰীটোৱে বাৰে বাৰে দুখ দিয়া দেখি দুখেৰে টোপনি দি থকাতো দেৱীয়ে আপোনাক নজগালে।

৭। হে মহাবাহু, সাৰপাই উঠি তেওঁৰ স্তনৰ আগভাগ বিদীৰ্ণ হোৱা দেখি, আপুনি সৰ্পবৎ ক্ৰুদ্ধ হৈ কলে,

৮। 'সীতা, নখৰ আগেৰে তোমাৰ স্তনযুগলৰ মাজভাগ কোনে বিদীৰ্ণ কৰিলে, ক্ৰুদ্ধ পাঁচমূখীয়া সাপৰ লগত খেলা কৰিব খুজিছে কোনে?'

৯। তাৰ পিচত ইকালে সিকালে চাই তেজেৰে ৰাঙলী হৈ থকা তীক্ষ্ণনখযুক্ত কাউৰী এটাই সীতাৰ পিনে মুখ কৰি বৈ থকা আপুনি দেখিলে।

১০। বিহগশ্ৰেষ্ঠ সেই কাউৰীটো ইন্দ্ৰৰ পুত্ৰ। তেওঁৰ গতি পৱনসদৃশ। আপোনাক দেখা পায়ে তেওঁ পাতালপুৰত সোমাল।

১১। বুদ্ধিমানসকলৰ বৰেণ্য মহাবাহু ৰামচন্দ্ৰই তেতিয়া খঙতে চকু পকাই চৰাইটোক এসেকা দিবলৈ ইচ্ছা কৰিলে।

১২। সেই অসুৰৰি কুশৰ মুঠিৰ পৰা এপাত কুশ উলিয়াই আনি ব্ৰহ্মাস্ত্ৰৰ মন্ত্ৰ সংযোগ কৰাত কুশপাহিয়ে কালাগ্নিসম ৰূপ লৈ চৰাইটোৰ পিনে মুখ কৰি জ্বলি উঠিল।

১৩। আপুনি নিক্ষেপ কৰাত প্ৰদীপ্ত সেই কুশপাহিয়ে চৰাইটোলৈ খেদি গল।

১৪। আপোনাৰ সেই শৰৰ প্ৰভাৱত সন্ত্ৰস্ত হৈ দেৱতাসকলৰ কোনোৱেই বায়সক আশ্ৰয় নিদিয়াত, তেওঁ তিনিও জগতত ঘূৰি ফুৰিবলৈ ধৰিলে কিন্তু ক'তো তেওঁক পৰিত্ৰাণ কৰোঁতা কাকো নাপালে।

১৫—২৪। হে অৰিন্দম, তেতিয়া কাউৰীটোৱে আপোনাৰ ওচৰলৈ আহি মাটিত দীঘল দি পৰি আপোনাত শৰণ মাগিলে। হে কাকুৎস্থ, সি শৰণ পোৱাৰ উপযুক্ত হলেও, পৰিত্যক্ত অস্ত্ৰ বিফলে যাব নোৱাৰে বুলি কৈ কাউৰীটোৰ প্ৰতি সদয় হৈ তাৰ সোঁ-চকুটো নষ্ট কৰি আপুনি তাক এৰি দিলে। তেতিয়া কাউৰীটোৱে ৰজা দশৰথ আৰু আপোনাক নমস্কাৰ জনাই, আপোনাৰ অনুমতি লৈ নিজ থানলৈ গতি কৰিলে।' এই আখ্যানটোকে উল্লেখ কৰি সীতাদেৱীয়ে আপোনাক সম্বোধন কৰি কৈছিল, 'হে ৰাঘৱ অস্ত্ৰবিদ্‌সকলৰ ভিতৰত আপুনি এনে শ্ৰেষ্ঠ, শৌৰ্য্যসম্পন্ন আৰু চৰিত্ৰবান্ হৈও ৰাক্ষসবোৰৰ বিপক্ষে আপুনি অস্ত্ৰ প্ৰয়োগ কৰা নাই কিয়? হে ৰাম, মই জানো যে দানৱ, গন্ধৰ্ব্ব, অসুৰ অথবা মৰুতগণৰ কোনেও ৰণক্ষেত্ৰত আপোনাৰ সন্মুখত তিষ্ঠিব নোৱাৰে। আপুনি এনে অসীম বীৰ্য্যশালী; এতেকে যদি মোলৈ আপোনাৰ অকণমানো মৰম আছে তেন্তে অতি শীঘ্ৰে আপোনাৰ সুনিয়ন্ত্ৰিত বাণৰ দ্বাৰা ৰাৱণক যুদ্ধত বিনাশ কৰাটো উচিত হব। দ্বিতীয়তে, ককায়েকৰ আদেশ লৈ পৰন্তপ নৰশ্ৰেষ্ঠ লক্ষ্মণেই বা মোক ৰক্ষা কৰা নাই কিয়? পুৰুষশ্ৰেষ্ঠ এই দুয়োজন বীৰ বায়ু আৰু অগ্নিসম তেজস্বী, শক্তিসম্পন্ন আৰু দেৱতাবিলাকৰো দুৰ্দ্ধৰ্ষ, তথাপি তেওঁলোকে মোক উপেক্ষা কৰি আছে কিয়? এই দুয়োজন বীৰে শত্ৰুসন্তাপক আৰু সমৰ্থবান, তথাপিতো যে তেওঁলোকে মোক উদ্ধাৰ কৰা নাই নিশ্চয়ই মোৰ কোনো মহৎ পাপৰে ফল।'

২৫—২৯। আই বৈদেহীৰ কৰুণ আৰু সুমধুৰ এই কথা শুনি মই কলোঁ, 'দেৱী, মই সত্যৰ নামত শপত খাই কৈছোঁ, আপোনাৰ শোকতে ৰামে সকলোপিনে পিঠি দি আছে আৰু ৰাম শোকাভিভূত হোৱাৰ কাৰণে লক্ষ্মণো অনুতপ্ত হৈ আছে। কোনো প্ৰকাৰে আপোনাৰ সাক্ষাৎ পোৱাৰ পিচত, এতিয়া আৰু শোক কৰাৰ সময় নহয়। হে ভামিনী, আপুনি এই মুহূৰ্ত্ততে আপোনাৰ সকলো দুখৰ অন্ত পৰা দেখিব। নৰশ্ৰেষ্ঠ শত্ৰুসন্তাপিত সেই ৰাজপুত্ৰ দুজনে আপোনাক দেখা পোৱাৰ আনন্দতে উৎসাহিত হৈ বন্ধু-বান্ধৱদলে সৈতে যুদ্ধত ৰাৱণক বধ কৰি এই লঙ্কা ভস্মসাৎ কৰিব আৰু তাৰ পিচত হে বৰাৰোহে, ৰাঘৱ ৰামে আপোনাক তেওঁৰ নিজ পুৰীলৈ লৈ যাব। হে অনিন্দিতে,

বৰ্ত্তমানে ৰামে চিনি পোৱা আৰু তেওঁৰ মনত আনন্দ দিব পৰা কোনো এটা নিদৰ্শন মোক দিয়ক।'

৩০—৩৫। হে মহাবলশালী ৰাম, মোৰ কথা শুনি দেৱীয়ে ইকালে সিকালে চাই তেওঁৰ খোপাত পিন্ধা উত্তম এই মণিৰত্নটি কাপোৰৰ আঁচলৰ পৰা সোলোকাই মোক দিলে। হে ৰঘুপ্ৰিয়, তেতিয়া আপোনাৰ কাৰণে মই মুৰোৰন হাত পাতি সেইটো গ্ৰহণ কৰিলো আৰু মূৰ দোঁৱাই তেওঁক প্ৰণাম জনাই উভতি অহাৰ কাৰণে খৰখৰ কৰিলোঁ। অহাৰ কাৰণে উৎসাহপূৰ্ণ হৈ মোৰ শৰীৰৰ আয়তন বঢ়াব ধৰা দেখি তেওঁৰ চকু চলচলীয়া হল; মই জাপ মাৰিবলৈ উপক্ৰম কৰা জানি তেওঁ ব্যাকুল আৰু শোকাভিভূত হৈ বাষ্পপূৰ্ণ কণ্ঠে মলিন বদনে কব ধৰিলে, 'হে কপিপ্ৰবৰ, তোমাৰ বৰ সৌভাগ্য যে তুমি কমললোচন মহাবাহু ৰাম আৰু মোৰ দেবৰ যশস্বী লক্ষ্মণক দেখা পাবাগৈ।'

৩৬। সীতাদেৱীয়ে এইদৰে কোৱাত মই তেওঁক কলোঁ, 'দেৱী জনকনন্দিনী, তেনেহলে আপুনি সবালবিকৈ মোৰ পিঠিত উঠক আৰু তেতিয়াহলে এই মুহূৰ্ত্তে মই আপোনাক লৈ গৈ আপোনাৰ স্বামী ৰাঘৱ, দেবৰ লক্ষ্মণ আৰু সুগ্ৰীৱক দেখুৱাম।' মোৰ কথা শুনি তেওঁ কলে, 'মহন কপিপ্ৰবৰ, মই নিজে ইচ্ছা কৰি তোমাৰ পিঠিত উঠি যোৱাটো ধৰ্ম্মসম্মত নহব। পূৰ্ব্বতে ৰাক্ষসে যে মোৰ শৰীৰ স্পৰ্শ কৰিলে তাত মোৰ কৰিব লগা একো নাছিল, কিয়নো কালৰ বশবৰ্ত্তী হৈ মই তেনে অৱস্থাত পৰিব লগা হৈছিলোঁ। হে কপিপ্ৰবৰ, এতেকে য'ত সেই ৰাজপুত্ৰ দুজন আছে তুমি তালৈ যোৱাগৈ।' সীতাদেৱীয়ে মোক এইদৰে কৈ পুনঃ মোক এই আদেশ দিলে, 'হনুমান, সিংহসদৃশ পৰাক্ৰমশীল সেই ৰাম লক্ষ্মণ আৰু মন্ত্ৰীবৰ্গে সৈতে সুগ্ৰীৱকে আদি কৰি সকলোকে মোৰ মঙ্গল বাতৰি দিবা আৰু কৰা যাতে মহাবাহু সেই ৰাঘৱে মোক এই দুখ-সমুদ্ৰৰ পৰা উদ্ধাৰ কৰে। ৰাঘৱৰ ওচৰলৈ গৈ মোৰ এই তীব্ৰ শোক আৰু ৰাক্ষসবোৰৰ ভৰ্ৎসনাৰ কথা ভালকৈ নিবেদন কৰিবা। হে হৰিপ্ৰবৰ, তোমাৰ পথ মঙ্গলময় হওক।' পূজনীয়া সীতাদেৱীয়ে সংযতভাৱে বিষাদপূৰ্ণ এই বাতৰিটো জনাইছে। মই সকলোখিনি কথা যথাযথভাৱে আপোনাৰ ওচৰত নিবেদন কৰিলোঁ। আপুনি বিশ্বাস কৰিব সীতাৰ সৰ্ব্বাঙ্গীন কুশল।"

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত সপ্তষষ্টিতম সৰ্গ সমাপ্ত ॥

# অষ্টষষ্টিতম সৰ্গ

## হনুমানৰ প্ৰবোধ বচন

১। "হে নৰোত্তম, মোৰ প্ৰতি আপোনাৰ স্নেহ আৰু সৌহাৰ্দ্যভাৱ আছে বুলি জানি দেৱীয়ে মোলৈ যথেষ্ট আদৰ দেখুৱাই পিচত আগ্ৰহেৰে সৈতে কৰিবলগীয়া কাম সম্বন্ধে কলে—

২। 'হনুমান, এইদৰে মোৰ বিষয়ে ৰামক সকলো কথা কবা আৰু যাতে ৰাৱণক যুদ্ধত বধ কৰি সোনকালে মোক উদ্ধাৰ কৰে তাকো কবা।

৩। হে বীৰ, যদি তুমি ইচ্ছা কৰা তেন্তে নিকত কোনো এখন ঠাইত এটা দিন থাকি জিৰণি লৈ কাইলৈ যোৱাগৈ।

৪। হে কপিপ্ৰৱৰ, তুমি এই হতভাগিনীৰ ওচৰত থাকিলে অলপ সময়ৰ কাৰণে হলেও মই শোক ঘূৰ্ণিপাকৰ পৰা অলপ মুক্তি পোৱা যেন পাওঁ।

৫। তুমি ইয়াৰ পৰা গৈ পুনৰ উভতি অহা মানে মই জীয়াই থাকোঁ নে নাথাকোঁ সেই বিষয়ে সন্দেহ।

৬। মই এনেয়ে দুখৰ উপৰি দুখ ভোগ কৰি বিষম অৱস্থাত পৰি আছোঁ, এতিয়া তুমি চকুৰ আঁতৰ হলে আৰু অধিক ভয়ে মোক সন্তাপিত কৰিব।

৭—৮। হে বীৰ, তোমাৰ সহায়স্বৰূপ ঋক্ষ আৰু বানৰবোৰৰ সম্বন্ধে এতিয়াও মৰ ভাৱত এটা সন্দেহৰ ভাব মোৰ মনত খেলাই আছে—সেই বানৰ আৰু ভালুকসৈন্য-সমূহে কিদৰে অপাৰ এই সমুদ্ৰ পাৰ হব আৰু ৰাজপুত্ৰ দুজনেই বা পাৰ হব কেনেকৈ?

৯। হে অনঘ, প্ৰাণীসমূহৰ ভিতৰত তিনিজনৰ মাত্ৰ সমুদ্ৰ লঙ্ঘন কৰাৰ সামৰ্থ্য আছে—বিনতাৰ পুত্ৰ গৰুড়ৰ, বায়ুদেৱতাৰ আৰু তোমাৰ।

১০। হে বাক্যবিশাৰদবৰেণ্য বীৰ, এতেকে দুৰতিক্ৰমণীয় এই কাৰ্য্য সমাধানৰ উপায় কি হব পাৰে বুলি ভাবিছা?

১১। তুমি অকলেই ৰাক্ষসকুল ধ্বংস কৰি কাম নিষ্পন্ন কৰিব পাৰা সঁচা, তেতিয়াহলে হে শত্ৰুবীৰহন্তা, তোমাৰ এই শক্তিৰ উৎকৰ্ষৰ দ্বাৰা অকল তোমাৰেই যশস্যা বৃদ্ধি হব।

১২। আনপক্ষে সকলো সৈন্যসামন্ত লৈ যুদ্ধত ৰাৱণক বধ কৰি বিজয়ী হৈ ৰামচন্দ্ৰই যদি মোক নিজ নগৰীলৈ লৈ যায় তেতিয়াহে সেইটো তেওঁৰ পক্ষে যশস্যাৰ বিষয় হব।

১৩। ৰাক্ষসে বীৰ ৰামচন্দ্ৰৰ ভয়ত ছলনা কৰি যিদৰে তেওঁৰ ভাৰ্য্যা মোক হৰণ কৰি আনিলে, ৰঘুনন্দন ৰামেও তেনে কৰাটো উচিত নহব।

১৪। শত্ৰুবল-মৰ্দনকাৰী কাকুৎস্থ ৰামে নিজ সৈন্যৰ দ্বাৰা লঙ্কা নগৰী ধ্বংস কৰি যদি মোক উদ্ধাৰ কৰি নিয়ে, তেতিয়াহলেহে সেইটো তেওঁৰ পক্ষে উপযুক্ত কাম হব।

১৫। এতেকে যি প্ৰকাৰে কাৰ্য্যটো সংগ্ৰামশূৰ ৰামচন্দ্ৰৰ পৰাক্ৰমৰ অনুৰূপ হব পাৰে, তুমি তেনেভাৱে কাম কৰিবা।'

১৬। সীতাই অৰ্থপূৰ্ণ যুক্তিযুক্ত কথাখিনি চেনেহতে মোক এইদৰে কোৱাত তাৰ শেষ উত্তৰ হিচাপে মই কলোঁ,

১৭। 'দেৱী, বান্দৰ আৰু ভালুকসৈন্যৰ অধিপতি কপিপ্ৰৱৰ সুগ্ৰীৱ অশেষ শক্তি আৰু গুণসম্পন্ন, আপোনাক উদ্ধাৰ কৰিবলৈ তেওঁ দৃঢ়প্ৰতিজ্ঞ।

১৮। তেওঁৰ সৈন্যসকল মহা পৰাক্ৰমশালী আৰু বীৰ্য্যশালী. তেওঁলোক অসীম বলী আৰু তেওঁলোক মন-সম বেগী আৰু সদায় ৰাজাজ্ঞাধীন।

১৯। তল, ওপৰ অথবা বক্ৰভাৱে যি কোনোপিনে তেওঁলোকৰ অবাধ গতি; তেওঁলোক অসীম তেজস্বী, কাম যিমানেই গুৰুতৰ নহওক তেওঁলোকে কোনো কামতে কেতিয়াও নাভাগৰে।

২০। বায়ুমাৰ্গ অৱলম্বন কৰি এবাৰ নহয় বহুবাৰ এই বান্দৰবোৰে নিজ বলক আশ্ৰয় কৰি পৃথিৱীৰ ভূভাগ আৰু আকাশ মাৰ্গত পৰ্য্যটন কৰি পৃথিৱী প্ৰদক্ষিণ কৰিছে।

২১। সেই বনবিহাৰী বান্দৰ সৈন্যসকলৰ ভিতৰত সকলোৱে মোৰ তুল্য অথবা মোতকৈ অধিক বিশিষ্ট গুণসম্পন্ন; সুগ্ৰীৱৰ ওচৰত মোতকৈ হীনজন কোনো এটিও নাই।

২২। এতেকে মোৰ নিচিনাজনেই যিহেতু ইয়ালৈ আহিব পাৰিছোঁ, মহাবলশালী তেওঁলোকৰ কথা কবলৈ আৰু কি আছে? জানকী, যিসকল অতি উৎকৃষ্ট, সাধাৰণতে তেনেজনক প্ৰথমতে কোনো কামত পঠিওৱা নহয়, যিবোৰ নিকৃষ্ট তেনেজনক হে পঠিয়ায়।

২৩। এতেকে হে দেৱী, আপুনি শোক নকৰিব আপোনাৰ মনত যিটো দুৰ্ব্বলতাৰ ভাৱে ঠাই লৈছে আপুনি তাক পৰিহাৰ কৰক। সেই বান্দৰদলপতিগণে এক লাফতে আহি লঙ্কাত উপস্থিত হব।

২৪। আৰু উদয়মান চন্দ্ৰ-সূৰ্য্য সদৃশ নৰসিংহ সেই ৰাজপুত্ৰ দুজনে মোৰ পিঠিত উঠি, হে মহাভাগে, আপোনাৰ ওচৰত উপস্থিত হবহি।

২৫। অতি সোনকালে শত্ৰুবিনাশক সিংহসদৃশ বীৰ ৰাম আৰু ধনুৰ্দ্ধাৰী লক্ষ্মণক লঙ্কাৰ দ্বাৰত উপনীত হোৱা আপুনি দেখিব।

২৬। আৰু দেখিব নখদন্তৰূপ অস্ত্ৰধাৰী, সিংহ-ব্যাঘ্ৰ সদৃশ পৰাক্ৰমশালী, ঐৰাৱত সদৃশ প্ৰভাৱিত বান্দৰগণে দল বান্ধি আহি ইয়াত উপস্থিত হৈছেহি।

২৭। গিৰিশৃঙ্গস্থিত মেঘমালা সদৃশ বিৰাজমান লঙ্কাৰ মলয়পৰ্ব্বত শিখৰত মহা মহা কপিসকলৰ সিংহনাদ অতি সোনকালে আপোনাৰ কাণত প্ৰৱেশ কৰিব।

২৮। তাৰ পিচতে বনবাসকাল শেষ হোৱাৰ পিচত আপুনি দেখিব, অৰিন্দম ৰামচন্দ্ৰই আপোনাৰ সৈতে গৈ অযোধ্যা নগৰীত ৰাজপদত অভিষিক্ত হৈছে।'

২৯। হে ৰাঘৱ, এইদৰে প্ৰপন্না মিথিলা ৰাজনন্দিনী সীতাদেৱী আপোনাৰ শোকতে তেনেই কাতৰ হৈ থাকিলেও মই মোৰ মনঃপুত অভীষ্ট কথাৰ দ্বাৰা সান্ত্বনা দি তেওঁৰ মনত অলপ শান্তি দিব পাৰিলোঁ।"

॥ ইতি সুন্দৰকাণ্ডৰ অন্তৰ্গত [illegible] সৰ্গ সমাপ্ত ॥

॥ সুন্দৰকাণ্ড সমাপ্ত ॥